# আউলীয়া চৰিত


মোহাম্মদ চাঁদেৰ আলি

সাহিত্যিক পেঞ্চনাৰ

আৰু

অৱসৰপ্ৰাপ্ত যোগ[illegible]





হাজী মুছাফিৰখানা ট্ৰাষ্ট বোৰ্ড

গুৱাহাটী-৭ ( অসম )

Aulia Charit— Lives and teachings of 96 great saints of Islam, written by Md. Sader Ali, Literary pensioner and Retd. superintendent of suply, Bidya Nagar, Guwahati—14 and published by the Trust Board, Haji Musafir Khana, Guwahati— 7, Price Rs. 25.00

---

প্ৰথম সংস্কৰণ ঃ মাৰ্চ, ১৯৮৫ খৃষ্টাব্দ।
জামাদিউচ্ছানি, ১৪০৫ হিজৰি।

প্ৰকাশক ঃ হাজী মুছাফিৰ খানা ট্ৰাষ্ট বোৰ্ড,
গুৱাহাটী–৭, অসম।

লিখক ঃ মোহাম্মদ চাদেৰ আলি,
সাহিত্যিক পেঞ্চনাৰ আৰু অৱসৰপ্ৰাপ্ত যোগান অধীক্ষক
গুৱাহাটী-১৪।

হাদিয়া ঃ পঁচিছ টকা

মুদ্ৰক ঃ বিচিত্ৰনাৰায়ণ প্ৰিণ্টিং প্ৰেছ,
আমবাৰী, গুৱাহাটী-৭৮১০০১

# পাতনি

আওলীয়া দৰবেশসকল খোদাপ্ৰেমিক লোক। তেওঁলোকৰ হৃদয় আৰু মন খোদাৰ প্ৰেমেৰে ভৰপূৰ। গতিকে তেওঁলোকৰ তাজকেৰাত অৰ্থাৎ উপদেশ বাণীবোৰ হৈছে কোৰ্‌আন আৰু হাদিছৰ ব্যাখ্যা। তেওঁলোকৰ আটাইবোৰ উপদেশ বাণী লিখিবলৈ গ'লে কিতাপখনি বৰ ডাঙৰ হ'ব। গতিকে আমাৰ পঢ়ুৱৈ সমাজৰ সুবিধাৰ্থে সেইবোৰ অতি চমুকৈ দিয়া হ'ল।

মূল পাৰ্চী গ্ৰন্থ তাজ্‌কেৰাতুল আউলীয়াখনিত ৯৬ জন আউলীয়াৰ জীৱনী পোৱা যায়। এই গ্ৰন্থখনি হৈছে জগত বিখ্যাত চুফী কবি হজৰত শ্বেখ ফৰিদউদ্দিন আত্তাৰ চাহেবৰ। তেওঁৰ আচল নাম মোহাম্মদ ইবনে আবু বাকাৰ ইব্ৰাহিম। তেওঁ আতৰৰ ব্যৱসায় কৰিছিল বাবে তেওঁ পৃথিৱীত আত্তাৰ নামে পৰিচিত। তেওঁ ৫১৩ হিজৰীত মধ্য এচিয়াৰ নিছাপুৰ চহৰত জন্মে। তেওঁ ৰুক্‌নুদ্দিন আফাক নামেৰে এজন আউলীয়াৰ ওচৰত মা'ৰেফাতৰ (আধ্যাত্মিকতাৰ) জ্ঞান লাভ কৰে আৰু অৱশেষত শ্বেখ মাজ্‌দুদ্দিন বাগদাদীৰ ওচৰত বয়াত হৈ (দীক্ষা লৈ) মা'ৰেফাতৰ অতি উন্নত স্তৰত উপনীত হয়। তেওঁ ১১৪ খন কিতাপ লিখি থৈ গৈছে। সেই আটাইবোৰ কিতাপতে তৌহিদৰ বা আল্লাহ তাআলাৰ একত্ববাদৰ গুপ্ত ৰহস্যবোৰ পোৱা যায়। শ্বেখ জালালউদ্দিন ৰুমীয়েও তেওঁৰ 'মছনবী শৰীফত' আত্তাৰৰ শ্ৰেষ্ঠত্ব স্বীকাৰ কৰি তেওঁৰ প্ৰতি সন্মান দেখুৱাইছে।

আউলীয়াসকলৰ আদৰ্শ, উপদেশ আদি বুজিবলৈ প্ৰেমিক অন্তৰ আৰু উত্তম মস্তিষ্কৰ আৱশ্যক। তেওঁলোকৰ জীৱন চৰিত পঢ়িলে মানুহৰ হৃদয়ৰ দুৱাৰ মুকলি হয়, ভাল কামলৈ মনত সাহ বাঢ়ে আৰু খোদাৰ প্ৰেমৰ অনুভূতি জাগে। তেওঁলোকৰ জীৱনী আলোচনা কৰিলে হৃদয়ে পৰম শান্তি পায়, মন সবল আৰু সতেজ হয়, মনৰ গৰ্বা অহঙ্কাৰ ভাৱ আঁতৰি যায় আৰু পৃথিৱীৰ বুকুলৈ আল্লাহ তাআলাৰ কৰুণা নামি আহে।

তেওঁলোকৰ আদৰ্শ, নীতি আৰু বাণীয়ে পাৰ্থিৱ মায়া, মোহ আৰু মৰীচিকাত ভোল গৈ থকা লোকসকলক সুপথ দেখুৱায়। পৃথিৱীত

মানুহে সৰ্বশ্ৰেষ্ঠ বুলি পৰিচয় দিবলৈ হ'লে শৰীয়ত, তৰীকত, হকীকত আৰু মা'ৰেফাত এই চাৰিটা স্তৰ অতিক্ৰম কৰিবলগীয়া হয়। এই চাৰিটা স্তৰৰ এটাৰ লগত আনটোৰ সম্বন্ধ আছে। গাখীৰ, দৈ, মাখন আৰু ঘিৰ যি সম্বন্ধ, শৰীয়ত, তৰীকত, হকীকত আৰু মা'ৰেফাতৰো সেই একে সম্বন্ধ। ত্যাগ আৰু কষ্টৰ মাজেদিহে মানুহে এই চাৰিটা স্তৰ অতিক্ৰম কৰি জগতত সৰ্বশ্ৰেষ্ঠ বুলি পৰিচয় দিব পাৰে।

আউলীয়াসকলৰ যিবোৰ অৱস্থা ইয়াত লিপিবদ্ধ কৰা হ'ল সেইবোৰ প্ৰত্যেকৰ কাৰণে সকলো সময়তে তৌহীদৰ অৰ্থাৎ একত্ব-বাদৰ বহিঃপ্ৰকাশ। এই বস্তিৰ পোহৰত যদি পাঠক-পাঠিকাসকলে সৰল আৰু সুপথ বিচাৰি ল'বলৈ চেষ্টা আৰু সঙ্কল্প কৰে তেন্তে নিশ্চয় সক্ষম হ'ব। আউলীয়াসকলৰ মূল বস্তু হৈছে সাধনা আৰু আল্লাৰ জিকিৰ।

পুথিখনি হাতে লিখা অৱস্থাতে দিচপুৰ চৰকাৰী বিদ্যালয়ৰ শিক্ষক আলহজ্জ মওলানা চৈয়দ আব্দুল বাছিত এম. এম. বি.এ.বি.টি. কাজী চাহেবে চকু ফুৰাই উপক্ৰমণিকাখনি লিখি দিয়া বাবে আৰু হোজাইৰ জামিয়া জলালীয়াৰ শ্বেইখুল হাদিছ আলহজ্জ মওলানা মোঃ আব্দুল জলীল ৰাগিবী এম. এম. চাহেবে চকু ফুৰাই আগকথা এটি লিখি দিয়া বাবে আৰু গুৱাহাটীৰ হাজী মুছাফিৰ খানাৰ ট্ৰাষ্ট বোৰ্ডৰ সভাপতি জনাব চৈয়দ আহমদ আলী চাহেব, কাৰ্য্যকৰী সভাপতি জনাব আলহজ্জ মহম্মদ আলী চাহেবে আৰু উক্ত বোৰ্ডৰ ভাৰপ্ৰাপ্ত ৰক্ষক জনাব মহম্মদ মহিদুল ইছলাম চাহেবে সভাখনিৰ জৰিয়তে এই পৱিত্ৰ পুথিখনি প্ৰকাশ কৰি ৰাইজৰ মাজলৈ উলিয়াই দিয়া বাবে তেওঁলোকৰ ওচৰত আৰু উক্ত ট্ৰাষ্ট বোৰ্ডৰ সভ্যসকলৰ ওচৰত মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

মোৰ পৱিত্ৰ কোৰ্‌আন, মুক্তিৰ সন্ধান, নবী কাহিনী, হাদিছৰ বাণী, কুসুম কানন, খলিফাৰ ইতিহাস, আদি আন আন কিতাপবোৰৰ দৰে এই পুথিখনিয়েও ৰাইজৰ সমাদৰ পাব বুলি আশা ৰাখিলোঁ।

ইতি—

বিনীত—

বিদ্যানগৰ, গুৱাহাটী–১৪
৪ মাৰ্চ, ১৯৮৫ চন

মোহাম্মদ চাহেব আলী
সাহিত্যিক পেঞ্চনাৰ আৰু অৱসৰপ্ৰাপ্ত
যোগান অধীক্ষক

# উপক্ৰমণিকা

মানুহে যিমানেই বিদ্যা বুদ্ধিত ডাঙৰ নহওক, যিমানেই জ্ঞান চৰ্চা নকৰক খোদাতত্ত্ব বা মা'ৰেফাতে ইলাহীৰ সম্যক বা পৰিজ্ঞানৰ অভাৱ হ'লে ইছলাম ধৰ্মৰ প্ৰকৃত সোৱাদ পোৱা বুলি দাবী কৰিব নোৱাৰে। আল্লাৰ একত্ববাদত গভীৰ বিশ্বাসী, ইছলামৰ সাধুপুৰুষ আওলীয়া দৰবেশসকলে সংসাৰৰ সকলো মায়া মোহ মৰীচিকাদি ত্যাগ কৰি খোদাতত্ত্ব জ্ঞানাৰ্জনৰ যি আদৰ্শ দাঙি ধৰিছে তাৰ তুলনা বিশ্বৰ ইতিহাসত অথবা ধৰ্মপুথিত অতি বিৰল।

কোৰ্‌আন পাকত আল্লাই এইদৰে উল্লেখ কৰিছে যে আল্লাৰ আউলীয়া ( সাধক )-সকলৰ কাৰণে কোনো ভয় আৰু চিন্তাৰ কাৰণ নাই। ইয়াৰদ্বাৰা বুজা যায় যে তেখেতসকলৰ জীৱনেই সাৰ্থক আৰু দুয়োজগতত তেওঁলোক কৃতকাৰ্য্য হৈছে। মানুহ এজনে পাথিৱ সকলো বস্তু পোৱাৰ পিছত যদি খোদাক দেখা নাপায় বা খোদাৰ অনুগ্ৰহৰপৰা বঞ্চিত থাকে তেনেহ'লে কব লাগিব যে তেওঁৰ নিচিনা দুৰ্ভগীয়া দ্বিতীয়জন নাই। নবীসকলৰ পিছতে চাহাবা আৰু আওলীয়াসকলৰ স্থান। ইয়াত কোনো মজহবৰে দ্বিমত নাই। গতিকে আওলীয়া-সকলৰ জীৱনী পাঠ কৰি আমাৰ ঈমান আৰু আমলৰ ভিতৰত যদি কিবা কেৰোণ থাকে তাক শুধৰাই লোৱাটো নিতান্ত প্ৰয়োজন।

অসমীয়া ইছলামী পুথি প্ৰণয়নৰ একনিষ্ঠ সাধক, অৱসৰপ্ৰাপ্ত যোগান বিভাগৰ অধীক্ষক আৰু পবিত্ৰ কোৰ্‌আনৰ অসমীয়া অনুবাদক জনাব মোহাম্মদ চাদেৰ আলি চাহেবৰ অক্লান্ত পৰিশ্ৰমৰ ফলত 'আউলীয়া চৰিত'ৰ জন্ম হ'ল। ই আমাৰ কাৰণে শুভ সংবাদ। কিতাপখনিৰ পাণ্ডুলিপি পঢ়িবলৈ পাই আমি অতিশয় আনন্দিত হৈছোঁ আৰু নিজকে পৰম ভাগ্যবান বুলি ভাবিছোঁ। 'আউলীয়া চৰিত'খনি অসমীয়া জাতিৰ তথা অসমীয়া ইছলামী সাহিত্যৰ এটি অমূল্য সম্পদ হ'ল। আজিৰ পৰা কিতাপখনে এটি দিশত আমাৰ অভাৱ মোচন কৰিলে। তাৰ বাবে লিখকৰ সৎ প্ৰচেষ্টাৰ শলাগ লৈছোঁ, লগতে

নিভাজ অন্তৰেৰে দোৱা মাগিছোঁ যাতে কিতাপখনে আল্লাহ্ তা'লাৰ স্বীকৃতি লাভ কৰে। ইহলোকত তেখেতৰ যশস্যা, সুনাম আদি বাঢ়ক। তাৰোপৰি কিতাপখনে তৰুণ পাঠকসকলৰ হৃদয় স্পৰ্শ কৰি শক্তিৰ নিজৰা বোৱাই দিয়ক। এয়ে পৰম করুণাময় আল্লাৰ ওচৰত আকুল আবেদন। ইতি—

দিচপুৰ
২৫-৭-৭৭ ইং

চৈয়দ অব্দুল বাছিত
এম. এম. বি.এ, বি.টি।
দিচপুৰ চৰকাৰী বিদ্যালয়,
গুৱাহাটী-৬।

# আগকথা

ব্যক্তি চৰিত্ৰ মানৱ জীৱনৰ আহি। ভাল আৰু বেয়া উভয় চৰিত্ৰই আমাৰ বাবে আদৰ্শ। ভালটো অৰ্জন কৰি আৰু বেয়াটো বৰ্জন কৰি আমি সহজে চৰিত্ৰবান আৰু মানৱতাৰ গুণেৰে গুণবান হ'ব পাৰোঁ। এদিনাখন এজন মানুহে লোকমান হেকীমক সুধিছিল, "আপুনি সভ্যতা ক'ৰপৰা শিকিলে?" তেওঁ উত্তৰ দিছিল "অসভ্যৰ পৰা।"

ফাৰ্চী, উৰ্দু, বঙালী আদি ভাষাত ব্যক্তি চৰিত্ৰৰ ওপৰত লিখা গ্ৰন্থাৱলী ঢেৰ। কিন্তু এই বিষয়ে অসমীয়া ভাষা ভঁৰালেই হ'ল আটাইতকৈ দুখীয়া। মই যিমানখিনি জানো সাহিত্যিক পেঞ্চনাৰ জনাব মোহাম্মদ চাদেৰ আলি চাহাবে ইছলামৰ খেদমতৰ বাবে ধাৰাবাহিক হিচাবে লিখি আছে। চৰকাৰী চাকৰীৰ পৰা অৱসৰ গ্ৰহণ কৰিও কলমেৰে ইছলামৰ খেদমৎ কৰিবলৈ নিজকে উচৰ্গা কৰি দিছে।

কুৰ্‌আন শ্বৰীফৰ অসমীয়া অনুবাদ আৰু ব্যাখ্যা তেখেতৰ যুগান্তৰ সৃষ্টিকাৰী এটি খেদমৎ-সেৱা। কুৰ্‌আন শ্বৰীফখনিৰ অনুবাদ আৰু ব্যাখ্যাৰ বাহিৰেও তেওঁ ইছলামৰ খেদমতৰ বাবে আৰু কেবাখনো কিতাপ লিখিছে। তেখেতৰ কলম আল্লাহৰ তৰফৰ পৰা অসমৰ উলামা সমাজৰ বাবে এটি 'ইব্‌ৰৎ' বুলি মোৰ ধাৰণা।

মুছলিম মনীষা সম্পৰ্কে জনাব মোহাম্মদ চাদেৰ আলি চাহাবৰ অধ্যয়ন প্ৰশস্ত, গভীৰ। তেখেতৰ আউলীয়া চৰিত ইয়াৰ প্ৰমাণ। এই কিতাপখনিত ৯৬ জন আওলীয়া দৰবেশৰ জীৱন বৃত্তান্ত সন্নিবিষ্ট কৰা হৈছে। আওলীয়াসকলৰ 'কেৰামৎ' আৰু অমূল্য বত্ন-তুল্য বাণীসমূহ এই কিতাপখনিৰ আকৰ্ষণীয় বস্তু। এইবোৰৰ দ্বাৰা কিতাপখনি সৰ্বসাধাৰণৰ বাবে বৰ পাঠ্য মধুৰ হৈছে।

জনাব মোহাম্মদ চাদেৰ আলি চাহাবৰ ভাষা বৰ সহজ, সৰল। বৰ্ণনাৰ ধাৰাবাহিকতা, প্ৰকাশভঙ্গী আৰু ঘটনাৱলীৰ বিশ্লেষণ অতি

চিত্তাকৰ্ষক। কিতাপখন পঢ়া আৰম্ভ কৰিলে শেষ নকৰালৈকে এৰিবলৈ মন নাযায়। মোৰ এজন হিন্দু বন্ধুৱে কিতাপখনিৰ পাণ্ডুলিপিটোৰ কিয়দাংশ পঢ়ি মোক কৈছিল, "কিতাপখন বৰ মজাৰ, পঢ়ি ভাল লাগে আমাৰ বাবেও ইয়াত জানিবলৈ আৰু শিকিবলৈ বহুতো কথা আছে।"

এই কিতাপখনি পঢ়ি সকলো শ্ৰেণীৰ মানুহে ভাল পাব। বৰ মজাৰ কিতাপ। অসমৰ প্ৰতিজন ধৰ্মপ্ৰাণ লোকে কিতাপখনি পঢ়ি মহামানৱসকলৰ জীৱন চৰিত্ৰৰ মহান আদৰ্শৰে চৰিত্ৰবান হওক আৰু তেওঁলোকৰ উপদেশ মানি চলি নিজকে মহান কৰি গঢ়ি ইছলামী জীৱনৰ নিখুঁত ছবি অইনৰ আগত দাঙি ধৰক, এইয়ে মোৰ কামনা। আল্লাহ তাআলাই জনাব চাদেৰ আলি চাহাবৰ এই 'মেহনৎ' কবুল কৰক। এইয়ে মোৰ দোৱা, আন্তৰিক মিনতি। আমীন।

(মওলানা) মোঃ আব্দুল জলীল ৰাগিবী
(শ্বেইখুল হাদিছ) জামিয়া জলালীয়া, হোজাই
২৯/৫/৮১ ইং

# সুচী-পত্র

| | আউলীয়াসকলৰ নাম | | পৃষ্ঠা |
|---|---|---|---|
| ১। | হজৰত মোহাম্মদ জাফৰ চাদেক (ৰ) | ... | ১ |
| ২। | হজৰত উৱায়েছ কাৰনী (ৰঃ) | — | ৪ |
| ৩। | হজৰত হাছান বাছৰী (ৰঃ) | ... | ৮ |
| ৪। | হজৰত মালেক দীনাৰ (ৰঃ) | ... | ১২ |
| ৫। | হজৰত মোহাম্মদ ওৱাহি (ৰঃ) | .... | ১৬ |
| ৬। | হজৰত হাবিব আজমী (ৰঃ) | ... | ১৭ |
| ৭। | হজৰত আবু হাছিম মক্কী (ৰঃ) | ... | ২১ |
| ৮। | হজৰত উৎবাতুল গোলাম (ৰঃ) | ... | ২৩ |
| ৯। | হজৰত ৰাবিয়া বাছৰী (ৰঃ) | ... | ২৫ |
| ১০। | হজৰত ফোজায়েল বিন্ আয়াজ (ৰঃ) | ... | ৩৩ |
| ১১। | হজৰত ইব্রাহিম আদহাম (ৰঃ) | ... | ৩৯ |
| ১২। | হজৰত বিছ্ৰে হাফী (ৰঃ) | .... | ৪৮ |
| ১৩। | হজৰত জুন্নুন মিছৰী (ৰঃ) | ... | ৫২ |
| ১৪। | হজৰত বায়াজিদ বোস্তামী (ৰঃ) | ... | ৬০ |
| ১৫। | হজৰত আবদুল্লা ইব্নে মোবাৰক | .... | ৬৭ |
| ১৬। | হজৰত চুফীয়ান চাওৰী (ৰঃ) | ... | ৭০ |
| ১৭। | হজৰত আবু আলী চকীক বলখী (ৰঃ) | .... | ৭৪ |
| ১৮। | হজৰত ইমাম আজম আবু হানিফা (ৰঃ) | ... | ৭৭ |
| ১৯। | হজৰত ইমাম ছাফেয়ী (ৰঃ) | ... | ৮০ |
| ২০। | হজৰত ইমাম আহমদ ইব্নে হাম্বল (ৰঃ) | .... | ৮৪ |
| ২১। | হজৰত দাউদ তায়ী (ৰঃ) | ... | ৮৭ |
| ২২। | হজৰত হাৰেছ মোহাছেবী (ৰঃ) | ... | ৯০ |
| ২৩। | হজৰত আবু ছোলাইমান দাৰায়ী (ৰঃ) | ... | ৯২ |
| ২৪। | হজৰত মোহাম্মদ ছাম্মাক (ৰঃ) | ... | ৯৫ |
| ২৫। | হজৰত মোহাম্মদ ইব্নে আছ্লাম তুচী (ৰঃ) | ... | ৯৬ |

আউলীয়াসকলৰ নাম | পৃষ্ঠা

—x—

## ১। হজৰত মোহাম্মদ জাফৰ চাদেক ( ৰঃ )

হজৰত মোহাম্মদ জাফৰ চাদেক ( ৰঃ ) আছিল হজৰত আলী ( ৰাঃ )-ৰ বংশধৰ। তেওঁ কোৰআন, হাদিছ আৰু মা'ৰেফাতত ( খোদা-তত্ত্ব জ্ঞানত ) এজন বৰ নামজলা জ্ঞানী লোক আছিল। তেওঁ হিজৰী চতুৰ্থ শতাব্দীৰ আৰম্ভণিতে বাগদাদ শ্বৰীফত জন্ম গ্ৰহণ কৰিছিল। সেই সময়ত মনছুৰ নামেৰে এজন খলিফাই বাগদাদৰ ৰাজ সিংহাসনত বহি ৰাজ কাৰ্য্য চলাই আছিল। তেওঁ হজৰত জাফৰ চাদেকৰ প্ৰতি মানুহৰ অগাধ ভক্তি আৰু ভালপোৱা ভাব দেখি বৰ ভয় পালে আৰু তেওঁক ধৰি নিবলৈ উজীৰক হুকুম দিলে। উজীৰে আপত্তি কৰি ক'লে, "হজৰত জাফৰ চাদেক এজন বৰ নিৰীহ লোক। তেওঁ নিৰ্জনে বহি আল্লাৰ উপাসনাত মগ্ন হৈ থাকে। তেওঁ কাৰো একো অনিষ্ট কৰা নাই। তেওঁক ধৰি অনাটো উচিত নহ'ব।" উজীৰে এইদৰে খলিফাক বহুতো বুজালে, কিন্তু খলিফাই উজীৰৰ কথা নামানিলে। অৱশেষত উজীৰ নিৰুপায় হৈ হজৰত জাফৰ চাদেকক আনিবলৈ গ'ল।

ইপিনে খলিফাই কটোৱালক মাতি আনি ক'লে, "জাফৰ চাদেক আহি মোৰ দৰবাৰত উপস্থিত হোৱা মাত্ৰেই তাৰ মুৰটো কাটি মাটিত পেলাবা।" যথা সময়ত হজৰত জাফৰ চাদেক আহি খলিফাৰ দৰবাৰত উপস্থিত হ'ল। খলিফাই উঠি আহি তেওঁক সসন্মানে নিজৰ সিংহাসনত বহুৱালে। খলিফাৰ কটোৱাল আৰু লগুৱাসকলে এইটো দেখি বৰ আচৰিত হ'ল। খলিফাই তেওঁক ক'লে, "আপুনি মোৰপৰা কি বিচাৰে?" তেওঁ ক'লে, "মোক একো নালাগে। মই মাথ এইটোকে বিচাৰোঁ মোক যেন এইদৰে মাতি আনি মোৰ উপাসনাত ব্যাঘাত জন্মোৱা নহয়।" খলিফাই তেতিয়াই সসন্মানে তেওঁক বিদায় দিলে। তেওঁক বিদায় দিয়াৰ পিছত খলিফা কঁপি কঁপি অচেতন হৈ মাটিত পৰি গ'ল আৰু সেই অৱস্থাত তেওঁৰ তিনি ওৱাক্ত নামাজ কাজা ( ক্ষতি ) হ'ল।

খলিফাই যেতিয়া চেতন পালে উজীৰে তেওঁক সুধিলে, "হুজুৰ! আপোনাৰ এনেকুৱা অৱস্থা কিয় হ'ল?" খলিফাই ক'লে, "যেতিয়া জাফৰ চাদেক আহি মোৰ দৰবাৰত উপস্থিত হ'ল মই তেওঁৰ লগত এটা অজগৰ দেখিলোঁ। সেই অজগৰটোৱে যেন ফণা তুলি মোক কৈছে, "মনছুৰ! যদি তুমি আউলীয়া চাহাবক কষ্ট দিয়া মই তোমাক দংশন কৰিম।" মই ভয়তে জাফৰ চাদেকক মোৰ সিংহাসনত বহুৱালো আৰু সসম্মানে বিদায় দিলোঁ। তাৰ পিছত মই অচেতন হৈ মাটিত পৰি গ'লোঁ।"

এদিনাখন হজৰত জাফৰ চাদেকক এটি কোমল মূল্যবান পোছাক পিন্ধাই দিয়া হ'ল। ইয়াকে দেখি এজনে ক'লে, "আপুনি নবীৰ বংশধৰ। এনেকুৱা কোমল পোছাক দেখোন আপোনাৰ কাৰণে শোভা নাপায়।" হজৰত জাফৰ চাদেকে ভিতৰৰ মোটা খৰখৰীয়া পোছাকটো দেখুৱাই ক'লে, "মোৰ এই তলৰ পোছাকটি আল্লাৰ দৰবাৰত নামাজ পঢ়িবলৈ আৰু এই ওপৰৰ পোছাকটি মানৱ সমাজত চলা-ফিৰা কৰিবলৈ।"

এদিনাখন এজন মানুহৰ একহাজাৰ টকা থকা মোনা এখন হেৰাল। মানুহটোৱে হজৰত জাফৰ চাদেকক চিনি নাপাই আক্ৰমণ কৰিলে। হজৰত জাফৰ চাদেকে তাক সুধিলে, "তোমাৰ মোনাখনত কিমান টকা আছিল?" সি ক'লে, "একহাজাৰ টকা।" তেতিয়া হজৰত জাফৰ চাদেকে তাক নিজৰ ঘৰলৈ লৈ গ'ল আৰু তাক এক হাজাৰ টকা দিলে। কেইদিনমান পিছত সেই মানুহজনে হাজাৰ টকাৰে সৈতে তাৰ হেৰোৱা মোনাখন পালে। সি হজৰত জাফৰ চাদেকৰ টকা হাজাৰ ঘুৰাই দিবলৈ আহিল। হজৰত জাফৰ চাদেকে টকা গ্ৰহণ নকৰি ক'লে, "মই যি দান কৰিছোঁ তাক ঘুৰাই ল'ব নোৱাৰিম।" মানুহজনে হজৰত জাফৰ চাদেকক চিনি নোপোৱাৰ বাবে বৰ লাজ পালে।

এদিনাখন হজৰত জাফৰ চাদেকে এটি ৰাস্তাৰ ওপৰেদি "আল্লাহ আল্লাহ" কৈ জিকিৰ কৰি গৈ আছিল। তাকে দেখি এজন দুখীয়া মানুহেও তেওঁৰ পিছে পিছে "আল্লাহ আল্লাহ" কৈ যাবলৈ ধৰিলে। হজৰত জাফৰ চাদেকে ক'লে, "আল্লাহ! মোৰ পিন্ধিবলৈ কাপোৰ নাই আৰু গাত উৰিবলৈও চাদৰ নাই।" আল্লাই তেতিয়াই হজৰত জাফৰ চাদেকলৈ অদৃশ্যৰ পৰা কেইখনমান অতি মূল্যবান কাপোৰ

পঠাই দিলে। তেওঁ সেই কাপোৰকেইখন পিন্ধিলে আৰু গাত উৰি ল'লে। তাকে দেখি তেওঁৰ পিছে পিছে যোৱা সেই দুখীয়া মানুহজনে ক'লে, "আল্লাৰ জিকিৰত ময়ো আপোনাৰ লগত অংশ গ্ৰহণ কৰিছিলোঁ। গতিকে আপোনাৰ পুৰণি কাপোৰকেইখন মোক দিয়ক।" তেওঁ তেতিয়াই সেই মানুহজনক তেওঁৰ পুৰণি কাপোৰকেইখন দান কৰিলে।

এদিনাখন এজন মানুহে আহি হজৰত জাফৰ চাদেকক ক'লে, ' মই আল্লাক চাব খোজোঁ। আপুনি তেওঁক মোৰ ওচৰলৈ লৈ আহক।" তেওঁ ক'লে, "আল্লাহ নিৰাকাৰ। তেওঁক কোনেও দেখা নাপায়। আনকি হজৰত মুছা ( আঃ ) এওঁ আল্লাক চাবলৈ ইচ্ছা কৰি ব্যৰ্থ হৈছিল।" তেতিয়া সেই মানুহজনে ক'লে, "মই এজন আউলীয়াই কোৱা শুনিছোঁ যে তেওঁ বোলে আল্লাক নেদেখাকৈ এবাদত ( উপাসনা ) নকৰে আৰু আন এজন আউলীয়াই বোলে তেওঁৰ অন্তৰেৰে আল্লাক দেখা পাইছে।" এই কথা শুনা মাত্ৰেই হজৰত জাফৰ চাদেকে ক'লে, "ইয়াক বান্ধা আৰু নদীত পেলাই দিয়া।"

যেতিয়া সেই মানুহজনক বান্ধি নদীত পেলাই দিয়া হ'ল সি কান্দি কান্দি কবলৈ ধৰিলে, "হে নবীৰ বংশধৰ! আপুনি মোক পানীৰপৰা উদ্ধাৰ কৰক।" তেতিয়া তাক পানীৰপৰা উঠাই আনি আকৌ পানীত পেলাই দিয়া হ'ল। এইদৰে কন্দা দেখি তাক বহুতবাৰ পানীৰপৰা উঠাই আনি আকৌ পানীত পেলাই দিয়া হ'ল। তথাপি দেখা গ'ল যে সি প্ৰত্যেক বাৰতে একে সম্বোধন কৰে। অৱশেষত যেতিয়া সি নিৰাশ হৈ মৰিবলগীয়া হ'ল, সি 'আল্লাহ আল্লাহ' বুলি কান্দিবলৈ ধৰিলে। তাৰ পিছত তাক পানীৰপৰা উঠাই অনা হ'ল। হজৰত জাফৰ চাদেকে তেতিয়া তাক সুধিলে। "এতিয়া তুমি আল্লাক দেখিছানে?" সি ক'লে, "যেতিয়ালৈকে মই আনৰ সহায় বিচাৰিছিলো তেতিয়ালৈকে মই পৰ্দাৰ আৰত আছিলোঁ। যেতিয়া সকলো আশা বাদ দি একান্তমনে মই আল্লাৰ সহায় বিচাৰিলোঁ তেতিয়া মোৰ হৃদয়ৰ দুৱাৰ মুকলি হৈ গ'ল।" তাৰ পিছত তেওঁ সেই মানুহজনক বহুতো উপদেশ দি বিদায় দিলে।

তেওঁৰ কেইটামান সদুপদেশ তলত দিয়া হ'ল :

১। পাপ কৰাৰ সময়ত ভয় পোৱা আৰু পিছত অনুতপ্ত হৈ আল্লাৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰাটো মানুহৰ এটা বিশেষ গুণ। এইটোৱে খোদাভক্ত লোকসকলক খোদাৰ নিকটবৰ্তী কৰে।

২। অহঙ্কাৰী খোদাভক্ত লোকসকলক প্ৰকৃততে খোদাভক্ত বুলি কোৱা নাযায়। কাৰণ তেনেকুৱা লোক পাপী। যিয়ে বিনয় আৰু নম্ৰভাৱে নিজৰ দোষ ত্ৰুটিৰ বাবে আল্লাৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰে তেওঁহে খোদাভক্ত লোকৰ শ্ৰেণীভুক্ত হয়।

৩। মিছলীয়া, কৃপন, নিৰ্দয়, কাপুৰুষ আৰু লোভী এই পাঁচ শ্ৰেণীৰ লোকৰ লগত মানুহে সংশ্ৰৱ ৰখা উচিত নহয়।

## ২। হজৰত উৱায়েছ কাৰ্ণী (ৰঃ)

হজৰত উৱায়েছ কাৰ্ণী (ৰঃ) এজন তাবেঈন আছিল। ইয়েমেন প্ৰদেশৰ 'কাৰ্ণ' নামে এখন ঠাইত তেওঁ জন্মগ্ৰহণ কৰিছিল। সেই কাৰণে মানুহে তেওঁক কাৰ্ণী বুলি মাতিছিল। তেওঁ নিচেই বাল্য কালতে পিতৃহীন হয়। মাকে অতি কষ্টেৰে তেওঁক লালন-পালন কৰে। তেওঁ নিৰ্জনে থাকিবলৈ আৰু মানুহৰ হাই উৰুমিৰপৰা আঁতৰি থাকি আল্লাৰ এবাদত (উপাসনা) কৰিবলৈ ভাল পাইছিল। তেওঁ সদায় নিজকে গোপন ৰাখিবলৈ চেষ্টা কৰিছিল।

এদিনাখন হজৰত মোহাম্মদ (ছঃ)-এ চাহাবাসকলক ক'লে, "মোৰ উম্মতসকলৰ ভিতৰত এনেকুৱা এজন লোক আছে যিজনে সদায় আল্লাৰ প্ৰেমত মজি থাকে। তেওঁ যদিও মোক চৰ্ম চকুৰে দেখা নাই তেওঁ মোক অন্তৰ চকুৰে দেখি আছে। তেওঁ মোৰ ওচৰলৈ আহিব পৰা নাই এই কাৰণে যে তেওঁৰ মাক অন্ধ আৰু হাত-ভৰি অচল। তেওঁ উট চৰাই নিজৰ আৰু মাকৰ ভৰণ-পোষণৰ ব্যৱস্থা কৰিব লাগে। তেওঁ শৰীয়তৰ হুকুম এক মন এক ধ্যানে পালন কৰে। তেওঁ আল্লাৰ এজন প্ৰকৃত বান্দা (দাস)। মই তেওঁক দেখা নাপাম, কিন্তু হজৰত ওমৰ ফাৰুক (ৰাঃ) আৰু হজৰত আলী মোৰতাজা (ৰাঃ)ই তেওঁক দেখা পাব। তেওঁৰ নাম উৱায়েছ। তেওঁ কাৰ্ণ নামে ঠাইত থাকে।" এইবুলি হজৰত মোহাম্মদ (ছঃ)-এ হজৰত উৱায়েছৰ পৰিচয় দি হজৰত ওমৰ ফাৰুক (ৰাঃ)-ক আৰু হজৰত আলী মোৰ্তাজা (ৰাঃ)-ক ক'লে, "তোমালোকে মোৰ মৃত্যুৰ পিছত মোৰ এই চোলাটি তেওঁক দিবা আৰু মোৰ ছালাম জনাবা।"

হজৰত মোহাম্মদ ( ছঃ )-ৰ মৃত্যুৰ পিছত হজৰত ওমৰ ফাৰুক ( ৰাঃ ) আৰু হজৰত আলী মোৰ্তাজা ( ৰাঃ )-ই এদিনাখন কুফালৈ গৈ হজৰত ওৱায়েছ কাৰ্ণী ক'ত থাকে সুধিলে। মানুহবিলাকে ক'লে, "তেওঁ এজন বলিয়া, মানুহৰ লগত কোনো সম্বন্ধ নাৰাখে। হাবিত উট চৰাই আৰু দিনৰ শেষত শুকান কটী খাই থাকে। মানুহে হাঁহিলে তেওঁ কান্দে আৰু মানুহে কান্দিলে তেওঁ হাঁহে।"

তাৰ পিছত হজৰত ওমৰ ফাৰুক ( ৰাঃ ) আৰু হজৰত আলী মোৰ্তাজা (ৰাঃ) এখণি নিৰ্জন ঠাইলৈ গৈ দেখিলে যে হজৰত উৱায়েছ কাৰ্ণীয়ে নামাজ পঢ়ি আছে। তেওঁ মানুহ যোৱা গম পাই নামাজ শেষ কৰিলে আৰু তেওঁলোক দুয়োজন চাহাবাক ছালাম জনালে। তেওঁলোকে ছালামৰ উত্তৰ দি তেওঁৰ নাম কি সুধিলে। তেওঁ ক'লে যে তেওঁৰ নাম উৱায়েছ। তেওঁলোকে তেওঁৰ সোঁ হাতখন চাবলৈ খোজাত তেওঁ তেওঁৰ সোঁ হাতখন দেখুৱালে। তেওঁলোকে দেখিলে যে হজৰত উৱায়েছৰ সোঁ হাতখণিত এটি বগা দাগ আছে। হজৰত ওমৰ ফাৰুক ( ৰাঃ )-ই সেই হাতখণিত এটি চুমা খাই ক'লে, "ৰছুলুল্লাই আপোনাক ছালাম জনাইছে আৰু তেওঁৰ এই চোলাটি আপোনাক দান কৰিছে আৰু তেওঁৰ সম্প্ৰদায়ৰ লোকসকলৰ কাৰণে আপোনাক দোৱা ( আশীৰ্বাদ ) কৰিবলৈ কৈ গৈছে।"

হজৰত ওৱায়েছে চোলাটি সাদৰেৰে গ্ৰহণ কৰিলে আৰু ছিজ্‌দাত পৰি (সাষ্টাঙ্গে প্ৰণাম কৰি) আল্লাক ক'লে, "হে আল্লাহ। ৰণীৰবীয়া আৰু ৰণীমোদাৰ সম্প্ৰদায় দুটিৰ ছাগলীবোৰৰ গাত যিমানবোৰ নোম আছে হজৰত মোহাম্মদ ( ছঃ )-ৰ উম্মতৰ ( সম্প্ৰদায়ৰ ) সিমানবোৰ লোকক তুমি ক্ষমা কৰা।" অদৃশ্যৰ পৰা এটি শব্দ শুনা গ'ল, "হে উৱায়েছ! মই তোমাৰ দোৱা কবুল ( মঞ্জুৰ ) কৰিছোঁ।"

তাৰ পিছত হজৰত উৱায়েছ কাৰ্ণীয়ে তেওঁলোকক ক'লে, আপোনালোক দুয়োজন হজৰত মোহাম্মদ (ছঃ)-ৰ বন্ধু। যিদিনাখন শত্ৰুসকলে ওহুদৰ যুদ্ধত তেওঁৰ এটি পবিত্ৰ দাঁত ভাঙি পেলাইছিল সেই-দিনা আপোনালোকে কিয় আপোনালোকৰ দাঁত ভাঙি পেলোৱা নাছিল। এইটো জানো প্ৰকৃত বন্ধুৰ পৰিচয়। মই হজৰত মোহাম্মদ (ছঃ)-ক চৰ্ম চকুৰে দেখা নাই, তথাপি মই মোৰ দাঁতবোৰ ভাঙি পেলাইছোঁ।" এই বুলি কৈ তেওঁ তেওঁৰ দাঁতবোৰ তেওঁলোকক দেখুৱালে। এইটো

দেখি তেওঁলোকৰ শৰীৰ কঁপিবলৈ ধৰিলে। তেওঁলোকে বুজিলে যে আল্লাৰ ৰচুলৰ প্ৰতি তেওঁৰ কিমান প্ৰেম আৰু ভক্তি।

তাৰ পিছত হজৰত উৱায়েছ কাৰ্ণীয়ে তেওঁলোকক বহুতো উপদেশ দি ক'লে, "আপোনালোকে বহুতো কষ্ট পাইছে। এতিয়া উভতি যাব পাৰে। কিয়ামত ( মহাপ্ৰলয় ) নিচেই ওচৰত। মই পৰকালৰ সম্বল সংগ্ৰহত ব্যস্ত।" এই বুলি কৈ তেওঁ তেওঁলোকক বিদায় দিলে। যেতিয়া তেওঁৰ যশ গুণ চাৰিওপিনে প্ৰকাশ হ'ল তেওঁ তাৰপৰা আন ঠাইলৈ গুচি গ'ল। তাৰ পিছত হজৰত হাৰ্ম ইবনে জাবানৰ বাহিৰে আন কোনেও তেওঁক দেখা নাই।

হজৰত হাৰ্ম ইব্‌নে জাবানে কয়, "যেতিয়া মই হজৰত উৱায়েছ কাৰ্ণীৰ বিষয়ে শুনিলো তেতিয়া তেওঁক চাবলৈ মোৰ প্ৰবল ইচ্ছা হ'ল। মই তেওঁক বিচাৰি কুফালৈ আহি দেখিলোঁ যে তেওঁ ফোৰাত নদীত কাপোৰ ধুই আছে। তেওঁৰ মুখ দেখি মোৰ চকুৰ পানী ওলাল। তেওঁ মোক সুধিলে, "হাৰ্ম ইব্‌নে জাবান! তুমি কিয় ইফালে আহিলা? কোনে তোমাক ক'লে যে মই ইয়াত আছোঁ?" মই ক'লোঁ, "আপুনি মোৰ নাম আৰু মোৰ পিতাৰ নাম কেনেকৈ জানিলে? আপনি দেখোন মোক আগেয়ে দেখা নাই।" তেওঁ ক'লে, "মোৰ আত্মাই তোমাৰ আত্মাক চিনি পাইছে। কাৰণ মোমিন ( বিশ্বাসকাৰী ) সকলৰ আত্মাবোৰ পৰস্পৰ সংযুক্ত হৈ থাকে।" মই তেওঁৰপৰা কিছু উপদেশ বিচাৰিলোঁ। তেওঁ ক'লে যে আল্লাই কোৰ্আন শ্বৰীফত কৈছে, "মই জিন আৰু মানুহক কেৱল মোৰ এবাদতৰ ( উপাসনাৰ ) কাৰণেহে সৃজন কৰিছোঁ।"

হজৰত হাৰ্ম ইব্‌নে জাবানে কি কাৰণে তেওঁৰ ওচৰলৈ গৈছিল হজৰত উৱায়েছ কাৰ্ণীয়ে তেওঁক সুধিলে। তেওঁ ক'লে, "আপোনাৰ বন্ধুত্বত মই শান্তি পাম বুলি আপোনাৰ ওচৰলৈ আহিলোঁ।" হজৰত উৱায়েছ কাৰ্ণীয়ে ক'লে, "যিয়ে আল্লাক চিনিছে তেওঁ আল্লাৰ বাহিৰে আনৰ জগত বন্ধুতা কৰি কেতিয়াও শান্তি পাব নোৱাৰে।" তাৰ পিছত যেতিয়া হাৰ্ম ইব্‌নে জাবানে তেওঁৰ পৰা কিছু উপদেশ বিচাৰিলে তেওঁ ক'লে, "তুমি কোনো পাপকে সৰু বুলি নাভাবিবা। পাপক সৰু বুলি ভবাটোৱো এটা ডাঙৰ পাপ। তুমি আল্লাৰ কোৰ্আন, ৰচুলৰ হাদিছ আৰু আওলীয়াসকলৰ পথ অনুসৰণ কৰিবা। তুমি কোনো সময়তে মৃত্যুৰ কথা পাহৰি নাযাবা। প্ৰকৃত মুছলমানৰ স্থিৰোৰ কৰ্তব্য

সেইবোৰৰ বিপৰীতে তুমি কোনো কাম নকৰিবা। কাৰণ সেইটো কৰিলে পথভ্ৰষ্ট হৈ দোজখলৈ যোৱাৰ সম্ভৱনা আছে।" তেওঁ নিজেও কান্দিলে আৰু মোকো কন্দুৱালে। তেওঁ খুব ব্যস্ত আছে বুলি কান্দি কান্দি অদৃশ্য হৈ গ'ল। তাৰ পিছত মই তেওঁৰ কোনো সন্ধান নাপালোঁ।"

ৰাবীয়ে কৈছে, "এদিনাখন মই হজৰত ওৱায়েছ কাৰণীক সাক্ষাৎ কৰিবলৈ গৈছিলোঁ। গৈ দেখিলোঁ যে তেওঁ এঃকেৰাহে তিনিদিন তিনি ৰাতি নামাজ আৰু তছবীহ পাঠত ব্যস্ত থাকি আৰু আহাৰ নিদ্ৰা পৰিহাৰ কৰি চতুৰ্থ ৰাতি তেওঁ এই বুলি মোনাজাত (প্ৰাৰ্থনা) কৰিলে, "হে খোদা! চকুৰ তৃপ্তি পলুৱাই নিদ্ৰা যোৱাত আৰু পেট ভৰাই আহাৰ খোৱাত মোৰ যি দোষ ত্ৰুটি হৈছে তুমি মোক ক্ষমা কৰা।" এইটো দেখি আচৰিত হৈ মই উভতি আহিলোঁ।"

হজৰত উৱায়েছ কাৰ্ণীয়ে ৰাতি শুৱা নাছিল। তেওঁ ওৰে ৰাতি আল্লাৰ এবাদতত (উপাসনাত) মগ্ন থাকি কৈছিল, "মই ফিৰিস্তাৰ দৰে এবাদত (উপসনা) কৰিবলৈ বিচাৰোঁ, কিন্তু নোৱাৰোঁ।" তেওঁ নামাজৰ একাগ্ৰতাৰ বিষয়ে কৈছিল যে নামাজত থকা অৱস্থাত কোনোবাই নামাজীক তীৰ মাৰিলেও যদি একো গম নাপায় তেন্তে সেইটোহে নামাজৰ একাগ্ৰতা।

এসময়ত তেওঁ তিনি দিন তিনি ৰাতি একেৰাহে উপবাসে আছিল। চতুৰ্থ দিনা তেওঁ খাদ্য বিচাৰি ওলাই গ'ল। তেওঁ বাটত এটা দীনাৰ পৰি থকা দেখিবলৈ পালে। কোনোবাই এইটো হেৰাইছে বুলি ভাবি তেওঁ তাক গ্ৰহণ নকৰিলে। তাৰ পিছত তেওঁ তৃণ আহাৰ কৰিবলৈ সংকল্প কৰিলে। এনেতে এটি ছাগলীয়ে এখন গৰম ৰুটি মুখত লৈ আহি তেওঁৰ সন্মুখত থৈ দিলে। ৰুটীখনি কাৰোবাৰ বুলি ভাবি তাকো তেওঁ গ্ৰহণ নকৰিলে। ছাগলীটোৱে যেতিয়া ৰুটীখন গ্ৰহণ কৰিবলৈ ইংগিত দিলে তেতিয়াহে তেওঁ তাক গ্ৰহণ কৰিলে। তাৰ পিছত ছাগলীটো অদৃশ্য হৈ গ'ল।

তেওঁ বুঢ়া বয়সত হজৰত আলী (ৰাঃ)-ৰ লগত ছিফ্‌ফীনৰ যুদ্ধত যোগদান কৰিছিল আৰু সেই যুদ্ধতে তেওঁৰ মৃত্যু হয়।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল—

১। যদি কোনোবাই আকাশ আৰু পৃথিৱীৰ সমানো এবাদত (আল্লাৰ উপাসনা) কৰে আৰু আল্লাহ আৰু ৰছুলৰ ওপৰত ঈমান

নানে ( বিশ্বাস নকৰে ) তেন্তে ই কেতিয়াও আল্লাৰ ওচৰত কবুল ( গ্ৰহণ ) নহ'ব।

২। যিয়ে সুখাদ্য খায়, উত্তম বস্ত্ৰ পৰিধান কৰে আৰু ধনীলোকৰ লগত সম্বন্ধ ৰাখে দোজখ তেওঁৰ নিচেই ওচৰত।

৩। যিয়ে খোদাক চিনিছে তেওঁৰ ওচৰত কোনো বস্তু গোপন নাই।

৪। নিৰ্জনতাত আছে প্ৰকৃত শান্তি।

৫। তৌহিদৰ ( আল্লাৰ একত্ববাদৰ ) জ্ঞান তেতিয়াহে লাভ হয় যেতিয়া আল্লাৰ বাহিৰে আন চিন্তাই মনত স্থান নাপায়।

৬। মনক আল্লাৰ ওচৰত হাজিৰ ৰাখিলে চয়তানে তাত স্থান নাপায়।

৭। বিনয়ৰ দ্বাৰা উচ্চ আসন লাভ হয়, সত্যৰ মাজত নেতৃত্ব লুকাই আছে, দাম্ভিক লোক দুখীয়া হয়, আল্লাক ভয় কৰি চলিলে আভিজাত্য লাভ হয় আৰু আত্ম তুষ্টিত মহত্ব লুকাই আছে।

## ৩। হজৰত হাছান বাছৰী ( ৰঃ )

হজৰত হাছান বাছৰী ( ৰঃ ) মক্কাত জন্ম গ্ৰহণ কৰিছিল। তেওঁ বিদ্যান আৰু ধৰ্মভীৰু লোক আছিল। তেওঁৰ মাক হজৰত মোহাম্মদ ( ছঃ )-ৰ এজনী বান্দী আছিল। যেতিয়া তেওঁৰ মাক ঘৰুৱা কামত ব্যস্ত আছিল আৰু তেওঁ ভোকত কান্দিছিল তেওঁক হজৰত উম্মে ছালমা ( ৰাঃ )-ই কোলাত লৈ পিয়াহ খুৱাইছিল। হজৰত আয়েছা চিদ্দীকা ( ৰাঃ )-ৰ কোনো সন্তান সন্ততি নাছিল। তথাপি তেওঁৰ স্তনত হজৰত হাছান বাছৰীৰ মুখ লগাই দিয়াৰ লগে লগে তেওঁৰ স্তনৰ পৰা গাখীৰ ওলাইছিল আৰু সেই গাখীৰ খুৱাই তেওঁ হজৰত হাছান বাছৰীৰ পিয়াহ পলুৱাইছিল।

তেওঁ দেখিবলৈ বৰ ধুনীয়া আছিল। গতিকে হজৰত ওমৰ ফাৰুক ( ৰাঃ ) ই তেওঁৰ নাম হাছান ৰাখিছিল। তেওঁৰ শৈশৱ কালত হজৰত মোহাম্মদ ( ছঃ )–এ আৰু হজৰত উম্মে ছালমা ( ৰাঃ ) ই তেওঁক কোলাত লৈ দোৱা ( আশীৰ্বাদ ) কৰিছিল। সেই দোৱাৰ বৰকতত তেওঁ ১৩০ জন খোদভক্ত লোকৰ সৎ সঙ্গ লাভ কৰিছিল।

তেওঁ হজৰত আলী ( ৰাঃ )-ৰ ওচৰত বাল্য শিক্ষা লাভ কৰে আৰু তেওঁৰ ওচৰত বয়েত হয় ( দীক্ষা লয় )। তেওঁ মণি মাণিকৰ ব্যৱসায় কৰে। তেওঁ ৰোম ৰাজ্য পৰিভ্ৰমণ কৰি আৰু তাৰ উজীৰৰ পৰা কিছুমান আচৰিত আচৰিত ঘটনা শুনি সংসাৰৰ প্ৰতি তেওঁৰ বিতৃষ্ণা জন্মে। পৰকালৰ চিন্তাত তেওঁৰ মন ব্যাকুল হৈ পৰিল। তাৰ পিছত তেওঁ ব্যৱসায় বাদ দি বাছৰালৈ গ'ল। তেওঁ প্ৰতিজ্ঞা কৰিলে যে এই পাপে ভৰা সংসাৰৰ মায়া, মোহ, মৰীচিকা, আদিৰপৰা আঁতৰি থাকিব।

তেওঁ প্ৰত্যেক শুক্ৰবাৰে মছজিদত ভাষণ দিছিল আৰু প্ৰত্যেক জুমা'ৰ ৰাতি জীণ আৰু পৰীবিলাকক মছজিদত ধৰ্মৰ বিধানবোৰ শিকাইছিল আৰু তেওঁলোকৰ লগত একেলগে মোনাজাত ( প্ৰাৰ্থনা ) কৰিছিল।

এদিনাখন এজন মানুহ তেওঁৰ লগত হজ্জ কৰিবলৈ গৈ থাকোঁতে বাটত সেই মানুহজনৰ পিয়াহ লাগিল। তেওঁলোক গৈ এটা কুঁৱাৰ কাষ পালে। তাৰপৰা পানী উঠাবলৈ তাত ৰচী, বাল্টি আদি একো নাছিল। তেওঁ মানুহজনক ক'লে, "যেতিয়া মই নামাজত মগ্ন হৈ থাকিম তুমি এই কুঁৱাটিৰ পৰা পানী খাবা।" এই বুলি কৈ তেওঁ নামাজত মগ্ন হ'ল। মানুহজনে কুঁৱাটোৰ কাষলৈ গৈ দেখিলে যে কুঁৱাৰ পানীবোৰ ওপৰলৈ উঠি আহিছে আৰু কুঁৱাটো পানীৰে উপচি পৰিছে। মানুহজনে পিয়াহ পলুৱাই পানী খালে আৰু ওচৰত থকা মানুহ এজনেও তাৰপৰা পানী নিলে। তাৰ পিছত পানী তললৈ আকৌ নামি গ'ল।

তাৰপিছত তেওঁলোক দুয়োজনে গৈ থাকোঁতে বাটত এটি খেজুৰ ফল পৰি থকা দেখা পালে। তেওঁ খেজুৰটো তুলি লৈ মানুহজনক খাবলৈ দিলে। মানুহজনে খেজুৰটো খোৱাৰ পিছত ইয়াৰ গুটিটো সোণৰদৰে জিলিকিবলৈ ধৰিলে। মানুহজনে মদিনালৈ গৈ সেই গুটিটো এজন সোণাৰীৰ ওচৰত বিকিলে আৰু কিছু টকা পালে। তাৰে তেওঁ কিছু খোৱা বস্তু কিনিলে আৰু বাকীবোৰ মগনীয়াক দান কৰিলে। তেওঁ নিতৌ আবেলি বাছৰাৰপৰা মদিনালৈ গৈছিল আৰু তাৰ পৰা উভতি আহি বাছৰাত আছৰৰ ( আবেলিৰ ) নামাজ পঢ়িছিল।

ছাম্নাউন নামেৰে এজন অগ্নি পূজক তেওঁৰ প্ৰতিবেশী আছিল। এদিনাখন ছামাউনৰ বেমাৰ হৈ মৃত্যু শয্যাত পৰি থকা দেখি এজন লোকে তেওঁক খবৰ দিলে যে ছামাউন মৃত্যু শয্যাত পৰি আছে। তাৰ

বাচিবলৈ আশা নাই। খবৰ পাইয়ে তেওঁ তালৈ গ'ল আৰু হুমাউনক ক'লে, "তুমি তোমাৰ জীৱনৰ এশটি বছৰ অগ্নি-পূজা কৰিয়ে কটালা। মই কেতিয়াও অগ্নি-পূজা কৰা নাই। তথাপি খোদাৰ মৰ্জিত অগ্নিয়ে মোৰ এডাল নোমো স্পৰ্শ কৰিব নোৱাৰে।" এই বুলি কৈ তেওঁ জুইৰ মাজত নিজৰ হাতখনি কিছু সময় ৰাখি দিলে। তাৰ পিছত তেওঁ জুইৰ মাজৰপৰা হাতখনি উলিয়াই আনিলে। তেওঁৰ হাতৰ এডাল নোমো পোৰা নগ'ল আৰু তেওঁৰ মুখতো দুখ–কষ্টৰ কোনো চিন দেখা নগ'ল। এইটো দেখি হুমাউন আচৰিত হ'ল। তেওঁৰ মনলৈ অনুতাপ আহিল। তেওঁ ইছলামত দীক্ষা লৈ মুছলমান হ'ল আৰু অলপ পিছতে তেওঁ মৃত্যুযন্ত্ৰণাৰ পৰা ৰক্ষা পাই শেষ নিশ্বাস কাঢ়িলে।

হজৰত হাছান বাছৰীয়ে সদায় নিজকে অতি হেয় আৰু আনক তেওঁতকৈ শ্ৰেষ্ঠ বুলি ভাবিছিল। এদিনাখন তেওঁ দেখিলে যে এটা মদপীয়ে বোকাৰ ওপৰেদি মতলীয়া অৱস্থাত চলং–পলংকৈ গৈ আছে। তেওঁ তাক ক'লে, "তুমি স্থিৰভাৱে খোজ দিবা। ভৰি পিছলি গ'লে পৰি দুখ পাবা।" মদপীটোৱে ক'লে, "ভৰি পিছলি গ'লে মই পৰি গৈ দুখ পাম সঁচা, কিন্তু মই আকৌ উঠিব পাৰিম ; কিন্তু আপোনাৰ ভৰি পিছলি গ'লে আপোনাৰ শিষ্যসকলবো ভৰি পিছলি যাব। সেইটো হ'ব অতি ভয় আৰু দুখৰ কাৰণ।" কথাটো শুনি তেওঁ সাৱধান হ'ল।

জীৱনত তেওঁ কেতিয়াও হহা নাছিল। মৃত্যুৰ সময়তহে তেওঁৰ মুখত হাঁহি দেখা গৈছিল।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল :

১। মানুহতকৈ ছাগলী বেছি ভাল আৰু বেছি সাৱধান। তাৰ ৰখীয়াই মাতিলে সি ঘাঁহ খোৱা বন্ধ কৰি হ'লেও ৰখীয়াৰ পিনে দৌৰি আহে। কিন্তু মানুহ ইমান অকৃতজ্ঞ যে মানুহে আল্লাৰ আঁহ্বান শুনিও তেওঁৰ পিনে দৌৰি নাহে আৰু পাপ কামৰ পৰা বিৰত নহয়।

২। যাৰ মনত তিল পৰিমাণো আল্লাৰ বিৰোধিতা আৰু শত্ৰুতা ভাব নাই তেওঁহে প্ৰকৃত মা'ৰেফাত ( খোদাতত্ত্ব জ্ঞান ) লাভ কৰিছে।

৩। যাৰ মনত সৎ চিন্তা উদয় হয় তেওঁ ভাবিব লাগিব যে তেওঁ সৎ পথত আছে। যাৰ মনত অসৎ চিন্তা উদয় হয় তেওঁ ভাবিব লাগিব যে তেওঁ অসৎ পথৰ পথিক হৈছে।

৪। অলপতে তুষ্ট লোক কেতিয়াও পৰমুখাপেক্ষী নহয়।

৫। মানুহৰ সংশ্ৰৱৰ পৰা মুক্ত লোকে প্ৰকৃত শান্তি পায়। নিজৰ ৰিপুক বশ কৰা লোক স্বাধীন হয়। হিংসাত্যাগী লোকৰ বন্ধুত্ব লাভ হয়। ইহকালত ধৈৰ্য্য ধাৰণ কৰোতাজনৰ পৰকালত সুখ শান্তি লাভ হয়।

৬। এটি মুহূৰ্ত কাল পাৰ্থিৱ বস্তুবোৰৰ প্ৰতি অনাসক্তি হৈছে হাজাৰ বছৰৰ ৰোজা নামাজতকৈ উত্তম।

৭। আল্লাৰ ভক্তসকলে সদায় সঁচা কথা কয়, আল্লাৰ অসন্তুষ্টিৰ কামত নিজৰ ইন্দ্ৰিয়বোৰ সংযত কৰি ৰাখে আৰু আল্লাৰ সন্তুষ্টিৰ কামত সদায় ব্যস্ত থাকে।

৮। পৰ নিন্দা কৰাটো এটা ডাঙৰ পাপ। কিন্তু অত্যাচাৰী নেতা, লোভী আৰু অসৎ কাৰ্য্যত লিপ্ত থকা লোকৰ অনুপস্থিতিত নিন্দা কৰাটো পাপ হ'ব নোৱাৰে।

৯। যাৰ পাৰ্থিৱ বোজা পাতল তেওঁ মুক্তি পাব আৰু যাৰ পাৰ্থিৱ বোজা গধুৰ তেওঁ ধ্বংস হ'ব।

১০। যিয়ে পাৰ্থিৱ বস্তুবোৰক আল্লাৰ আমানত (গচ্ছিত সম্পদ) বুলি ভাবে তেওঁৰ বোজা পাতল হয় আৰু তেওঁক আল্লাই ক্ষমা কৰে।

১১। যিয়ে পাৰ্থিৱ বস্তুবোৰৰ মোহত নপৰি পৰকালৰ সম্বল গোটাই ল'লে তেওঁ বুদ্ধিমান আৰু যিয়ে পাৰ্থিৱ বস্তুবোৰৰ মোহত পৰি পৰকালটো একেবাৰেই পাহৰি গ'ল তেওঁ মূৰ্খ।

১২। যিয়ে আল্লাক ভালদৰে চিনিছে তেওঁ আল্লাৰ লগত ভাল-পোৱা ভাব স্থাপন কৰিছে। যিয়ে কেৱল পাৰ্থিৱ বস্তুবোৰহে চিনিছে তেওঁ আল্লাৰ লগত শত্ৰুতা কৰিছে।

১৩। মানুহে নিজৰ ৰিপুক যিদৰে অতি মজবুত শিকলিৰে বান্ধিব লগতে পৰে আনকি পশুকো সেইদৰে কঠিন বান্ধেৰে বান্ধিবলৈ আৱশ্যক নহয়।

১৪। সংসাৰৰ প্ৰতি আসক্তিৰ কাৰণেই মানুহে মূৰ্তি পূজা কৰে।

১৫। আল্লাই যাক হেয় আৰু ঘৃণিত কৰিছে তেওঁহে কেৱল সংসাৰৰ প্ৰতি আসক্ত হয়।

১৬। আনক যিবোৰ কামৰ বাবে আদেশ কৰা হয় আগেয়ে সেইবোৰ কাম নিজে কৰিব লাগে।

১৮। যি নামাজে মনক সংযত কৰে তাৰ দ্বাৰা আল্লাৰ সন্তুষ্টি লাভৰ সম্ভাৱনা খুব বেছি।

১৭। পিতৃ-মাতৃক যি জীৱিকা প্ৰদান কৰা হয় পৰকালত তাৰ হিচাপ হ'ব ; কিন্তু বন্ধু-বান্ধব আৰু মুছলমানসকলক যি খাদ্য প্ৰদান কৰা হয় পৰকালত তাৰ হিচাপ নহ'ব।

## ৪। হজৰত মালেক দীনাৰ ( ৰঃ )

হজৰত মালেক দীনাৰ ( ৰঃ ) দামেস্ক চহৰৰ এজন ধনী লোক আছিল। তেওঁ হজৰত হাছান বাছৰীৰ লগৰীয়া আছিল। এদিনাখন তেওঁ নদী এখন পাৰ হ'বলৈ বুলি নাও এখনত উঠিল। নাওখন গৈ নদীৰ মাজ পোৱাত নাওৰীয়াই তেওঁৰ পৰা ভাৰা বিচাৰিলে। তেওঁৰ হাতত এটি পইচাও নাছিল। তেওঁ ক'লে, "মোৰ লগত এটি পইচাও নাই। মোক ক্ষমা কৰা।" নাৱৰীয়াৰ খং উঠিল আৰু তেওঁক বহুত মাৰ-ধৰ কৰিলে। তেওঁ অচেতন হৈ পৰি গ'ল। অলপ পিছতে যেতিয়া তেওঁ চেতন পালে নাওৰীয়াজনে ক'লে, "যদি তুমি নাওৰ ভাৰা নিদিয়া তোমাক হাত-ভৰি বান্ধি নদীত পেলাই দিয়া দিয়া হ'ব। তেতিয়া মজা পাবা।" এই বুলি কৈয়েই নাওৰীয়াই তেওঁক হাত-ভৰি বান্ধি নদীত পেলাই দিবলৈ ওলাল। সেই মুহূৰ্ততে নাওৰীয়াই দেখিবলৈ পালে যে নদীৰ মাছবোৰৰ প্ৰত্যেকে এটি এটিকৈ দীনাৰ মুখত লৈ আহি নাওৰ ওচৰত ভাহি উঠিল। তেওঁ তাৰে এটি দীনাৰ হাতত লৈ নাওৰীয়াক দিলে। নাওৰ আৰোহীসকলে তেওঁৰ এই অলৌকিক ঘটনাটো দেখি আচৰিত হ'ল। নাওৰখীয়াই তেওঁৰ হাতৰ আৰু ভৰিৰ বান্ধ মুকলি কৰি দিলে আৰু তেওঁৰ ভৰিত দীঘল দি পৰি ক্ষমা খুজিলে। তেওঁ ক্ষমা কৰিলে আৰু নাওৰপৰা নামি পানীৰ ওপৰে ওপৰে খোজ কাঢ়ি গৈ সেইভাৱে অদৃশ্য হ'ল। সেই ঘটনাটিৰ পিছৰে পৰা তেওঁৰ নামৰ শেষত 'দীনাৰ' শব্দটি যোগ হ'ল।

তেওঁ হজৰত ম'বিয়াই নিৰ্মাণ কৰা মছজিদত একেৰাহে এবছৰ কাল 'এতেকাফ' কৰি কটাইছিল। চহৰৰ লোকসকলে তেওঁৰ এবাদতত মুগ্ধ হৈ তেওঁক মছজিদৰ চেক্ৰেটাৰী পদটি যাচিলে। তেওঁ সন্মত নহ'ল। তেওঁ মছজিদৰ পৰা ওলাই আহি আল্লাৰ এবাদতত ( উপাসনাত ) নিজকে বিলাই দিলে।

বাছৰাৰ এজন ধনী মানুহৰ এজনী বৰ ৰূপৱতী ছোৱালী আছিল। বাপেকৰ মৃত্যুৰ পিছত এই ছোৱালীজনীয়ে পৈতৃক সম্পত্তিৰ উত্তৰাধিকাৰিণী হয়। তেওঁ হজৰত মালেক দীনাৰৰ নাম যশৰ কথা শুনি তেওঁৰ সহধৰ্মিনী হ'বলৈ আকাংক্ষা কৰে আৰু হজৰত ছাবেত বানানী নামেৰে এজন লোকৰ জৰিয়তে তেওঁৰ ওচৰলৈ বিয়াৰ প্ৰস্তাৱ পঠায়। তেওঁ প্ৰস্তাৱ গ্ৰহণ নকৰি ক'লে, "তিৰোতা গ্ৰহণ কৰাটো পাথিৱ সুখৰ অন্তৰ্ভুক্ত। মোক পাথিৱ সুখ নালাগে।"

এদিনাখন তেওঁ ভাগৰ লাগি এখন দেৱালৰ ওচৰত শুই আছিল। তাকে দেখি এটা সাপে নাগিছ ফুলৰ ডাল এটি মুখত লৈ আহি তেওঁক তাৰে বিচি আছিল। তেওঁ টোপোনিৰ পৰা সাৰ পোৱাতহে সাপটো তাৰ পৰা গুচি গ'ল।

এদিনাখন এজন নাস্তিকে আহি তেওঁৰ লগত ধৰ্ম বিষয়ে তৰ্ক কৰিবলৈ ধৰিলে। তেওঁলোক দুয়োজনে দাবী কৰিলে যে তেওঁলোকৰ প্ৰত্যেকজনেই সত্য পথত আছে। অৱশেষত এইটো ঠিক হ'ল যে তেওঁলোক দুয়োজনে হাত একেলগে বান্ধি জুইত সোমাই দিব। যাৰ হাত পুৰিব তেওঁ মিছলীয়া প্ৰমাণ হ'ব। সেইটো কৰাত দেখা গ'ল যে তেওঁলোকৰ কাৰো হাত নুপুৰিল। মানুহবিলাকে ক'বলৈ ধৰিলে যে তেওঁলোক দুয়োজনৰে ধৰ্ম সত্য। হজৰত মালেক দীনাৰে মনত বৰ দুখ পাই কান্দিবলৈ ধৰিলে। এনেতে অদৃশ্যৰ পৰা এই বুলি এটি শব্দ শুনা গ'ল, "হে মালেক! তোমাৰ হাতে সেই নাস্তিকজনৰ হাত বচালে। যদি তাৰ হাত তোমাৰ হাতৰ লগত বান্ধি নিদি পৃথকভাৱে জুইত সোমাই দিয়া হ'লহেঁতেন নিশ্চয় তাৰ হাত জ্বলি গ'লহেঁতেন।

এবাৰ তেওঁৰ বেমাৰ হৈছিল। বেমাৰৰপৰা আৰোগ্য পোৱাত এদিনাখন তেওঁ এটি বিশেষ কামৰ কাৰণে বজাৰলৈ গৈছিল। সেই সময়ত নগৰৰ মেয়ৰজন আহি বজাৰত উপস্থিত হ'ল। প্ৰহৰীসকলে ৰাস্তাৰ মানুহবিলাকক ৰাস্তাৰপৰা আতৰাই দিলে। শাৰীৰিক দুৰ্বলতাৰ বাবে তেওঁ ৰাস্তাৰ পৰা আতৰি যোৱাত অলপ পলম হ'ল। এজন প্ৰহৰীয়ে তেওঁক চাবুকেৰে কোবাই ৰাস্তাৰপৰা আতৰাই দিলে। তেওঁ চাবুকৰ কোবত দুখ পাই ক'লে, "হে আল্লাহ! প্ৰহৰীজনে যিখন হাতেৰে মোক কোবালে সেইখন হাত কটা যাওক।" পিছদিনাখন দেখা গ'ল যে সেই প্ৰহৰীজনৰ হাতখন সঁচাকৈয়ে কটা গৈছে আৰু সি সেই অৱস্থাত ৰাস্তাৰ ওপৰত পৰি আছে।

এসময়ত তেওঁ এটি ভাৰা ঘৰত বাস কৰি আছিল। সেই ভাৰা ঘৰটিৰ সম্মুখত তেওঁৰ প্ৰতিবেশী হিচাপে এজন ইহুদী আছিল। ইহুদীজনে সদায় পায়খানাৰ মল-মূত্ৰবোৰ আনি তেওঁৰ ভাৰা ঘৰৰ দুৱাৰমুখত পেলাই দি যায়। তেওঁ সেইবোৰ পানী আৰু ঝাড়ুৰে পৰিষ্কাৰ কৰে। এইদৰে অনেকদিন গ'ল।

এদিনাখন সেই ইহুদীজনে আহি দেখিলে যে পায়খানাৰ সেইবোৰ মল-মূত্ৰ তেওঁ পানী আৰু ঝাড়ুৰে পৰিষ্কাৰ কৰি আছে। ইহুদীজনে সুধিলে, "আপুনি ইমানদিন এইদৰে কষ্ট সহ্য কৰি আছে। অথচ আপুনি দেখোন কোনো দিনেই খং কৰা নাই। ইয়াৰ কাৰণ কি?" তেওঁ ক'লে, "এইটো আল্লাৰ আদেশ। আল্লাই কোৰ্‌আন শ্বৰীফত কৈছে যে তেওঁ ক্ৰোধ দমনকাৰীসকলক ভাল পায়।" ইহুদীজনে ক'লে, "ইছলাম প্ৰকৃততে এটি সৰ্বশ্ৰেষ্ঠ আদৰ্শ ধৰ্ম। আল্লাৰ প্ৰেমিকসকলে শত্ৰুৰ অত্যাচাৰৰ কথা আনৰ আগত প্ৰকাশ নকৰি এইদৰে সহ্য কৰাটো মই সঁচাকৈয়ে পছন্দ কৰিলোঁ।" এইবুলি কৈ ইহুদীজন তেতিয়াই ইছলাম গ্ৰহণ কৰি মুছলমান হ'ল।

তেওঁ বহুত বছৰ কোনো মিঠা বা টেঙা বস্তু খোৱা নাছিল আৰু তৰকাৰী নোহোৱাকৈ শুকান ৰুটী খাই ৰোজা ইফ্‌তাৰ (উপবাস ভঙ্গ) কৰিছিল। তেওঁ ২০ বছৰ কাল মাছ-মাংস খোৱা নাছিল। এদিনাখন মাংস খাবলৈ তেওঁৰ প্ৰবল ইচ্ছা হ'ল। তেওঁ কচাইৰ দোকানলৈ গৈ অলপ মাংস কিনিলে। তাৰ পিছত তেওঁ সেই মাংসখিনি এখন নিৰ্জন ঠাইলৈ নি তিনিবাৰ গোন্ধ ল'লে আৰু নিজকে সম্বোধন কৰি ক'লে, "হে আত্মা! আজি তোমাৰ ভাগ্যত কেৱল এইখিনিহে আছিল। ইয়াতকৈ বেছি পাবলৈ তুমি ইচ্ছা নকৰিবা।" এই বুলি কৈ তেওঁ সেই মাংসখিনি এজন মগনীয়াক দান কৰিলে।

তেওঁ ৪০ বছৰ কাল বাছৰা নগৰত আছিল। এই সময়ছোৱাৰ ভিতৰত তেওঁ খোৰ্মা খোৱা নাছিল। তেওঁ কৈছিল, "হে বাছৰাবাসী-সকল! মই আজি ৪০ বছৰ খোৰ্মা খোৱা নাই। তথাপি দেখোন মোৰ পেটৰ কোনো লোকচান হোৱা নাই। তোমালোকে নিতৌ খোৰ্মা খাই আছা। তথাপি তোমালোকৰ দেখোন পেটৰ কোনো উন্নতি মই দেখা নাই।" তাৰ পিছত তেওঁ গোটেই জীৱনটো খোৰ্মা নোখোৱাকৈয়ে কটাই দিলে।

তেওঁ ৰাতি টোপনি মৰা নাছিল। গোটেই ৰাতি তেওঁ উজাগৰে

থাকি আল্লাৰ এবাদত ( উপাসনা ) কৰিছিল। তেওঁ কৈছিল, "প্ৰত্যেক বছৰে এনেকুৱা এটি ৰাতি আছে যি ৰাতি আল্লাৰ করুণা পৃথিৱীৰ বুকুলৈ নামি আহে। মই যাতে সেই ৰাতিটোৰ পৰা বঞ্চিত নহওঁ তাৰ বাবে মই ওৰে ৰাতি উজাগৰে থাকি আল্লাৰ এবাদত কৰোঁ।"

তেওঁ নামাজত যেতিয়া, "ইয়া কানাবুদু বা ইয়া কানাস্তাইন" ( অৰ্থাৎ হে আল্লাহ্। মই কেৱল তোমাৰহে আৰাধনা কৰোঁ আৰু কেৱল তোমাৰহে সহায় বিচাৰোঁ ) এই আয়াতটি পাঠ কৰিছিল তেওঁ কান্দি পেলাইছিল আৰু কৈছিল, "হায়, আমি মুখেৰে কেৱল আল্লাৰ আৰাধনা কৰা বুলি কওঁ, কিন্তু প্ৰকৃততে ৰিপুবোৰৰহে দাসত্ব কৰোঁ আৰু আমি মুখেৰে কেৱল আল্লাৰ সহায় বিচৰা বুলি কওঁ, কিন্তু প্ৰকৃততে আনৰ দুৱাৰতহে সহায় বিচাৰোঁ।"

তেওঁৰ মৃত্যুৰ পিছত এজন মানুহে তেওঁক সপোনত দেখি সুধিলে যে মৃত্যুৰ পিছত আল্লাই তেওঁৰ লগত কেনেকুৱা ব্যৱহাৰ কৰিছে। তেওঁ উত্তৰ দি ক'লে, "মোৰ পাপ থকা স্বত্ত্বেও আল্লাৰ ওপৰত মোৰ দৃঢ় বিশ্বাস থকাৰ কাৰণে তেওঁ মোক দয়া কৰি ক্ষমা কৰিছে।"

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ

১। যি বন্ধুৰদ্বাৰা তোমাৰ উপকাৰ নহয় তেওঁৰ বন্ধুত্ব তুমি ত্যাগ কৰিবা।

২। পাৰ্থিৱ মোহৰ পৰা তুমি নিজকে বচাবা আৰু সাৱধান থাকিবা। কাৰণ, পৃথিৱীৰ আলেম ( শিক্ষিত লোক ) সকলৰো অন্তঃ-কাৰণবোৰ কলুষিত হৈ পৰিছে।

৩। যিয়ে আল্লাৰ জিকিৰ ( ধ্যান ) আৰু উপাসনাতকৈ পাৰ্থিৱ বস্তুবোৰ বেছি পছন্দ কৰে তেওঁৰ হৃদয় অন্ধ আৰু জীৱন বৃথা।

৪। যিয়ে পাৰ্থিৱ বস্তুবোৰ ভাল পায় তেওঁ পৃথিৱীত আল্লাৰ ক্ষুদ্ৰতম বস্তু পাব। তেওঁ আল্লাৰ জিকিৰ ( ধ্যান ) আৰু উপাসনাত কোনো মজা নাপাব। কাৰণ, আল্লাই তেওঁৰ অন্তৰৰপৰা এবাদতৰ ( উপাসনাৰ ) সোৱাদ কাঢ়ি লয়।

৫। যিয়ে পৃথিৱীত ৰিপুৰ দাসত্ব কৰে চয়তানে তাক নিৰিচাৰি জিৰণি লয়।

৬। তোমাৰ কাম কৰা লোকৰ কামত তুমি সন্তুষ্ট থাকিবা। তেতিয়া হ'লে পৰকালত তুমি মুক্তি পাবা।

## ৫। হজৰত মোহাম্মদ ওৱাছি (ৰঃ)

হজৰত মোহাম্মদ ওৱাছি (ৰঃ) আছিল এজন বৰ জ্ঞানী লোক। সেই সময়ৰ আওলীয়াসকলৰ ভিতৰত সাধক আৰু অল্পতে তুষ্ট লোক হিচাপে তেওঁৰ সমকক্ষ কোনো নাছিল। তেওঁ বহুত তাবেয়ীৰ (অৰ্থাৎ চাৰিজন খলিফাক দেখা পোৱা লোকসকলৰ) সংশ্ৰৱত থাকি শ্বৰীয়ত আৰু তৰীকতত অগাধ জ্ঞান লাভ কৰিছিল।

তেওঁ শুকান ৰুটী পানীত ভিজাই আহাৰ কৰিছিল আৰু কৈছিল, "যিয়ে এনেকুৱা আহাৰত সন্তুষ্ট থাকে তেওঁ আনৰ ওচৰত হাত পাতিব লগীয়া নহয়।" বস্ত্ৰ বুলিবলৈ তেওঁৰ মাত্ৰ দুটি পোছাক আছিল। এটি পোছাক ধুই দিলে আনটি পোছাক তেওঁ পিন্ধিছিল।

তেওঁ মাজে সময়ে ভোকাতুৰ হ'লে হজৰত হাছান বাছৰীৰ ঘৰলৈ গৈ তেওঁৰ ভোক নিবাৰণ কৰিছিল। হজৰত হাছান বাছৰীও ঘৰলৈ উভতি আহি তেওঁক দেখিলে বৰ আনন্দ পাইছিল।

এদিনাখন তেওঁ এটি সুন্দৰ মূল্যবান পোছাক পিন্ধি কাতীবা নামেৰে এজন দৰবেশৰ ওচৰত উপস্থিত হ'ল। তেওঁ কিয় ইমান মূল্যবান পোছাক পিন্ধিছে দৰবেশ চাহাবে তেওঁক সুধিলে। তেওঁ উত্তৰ নিদি মনে মনে থাকিল। উত্তৰ নিদিয়াৰ কাৰণ দৰবেশ চাহাবে সোধাত তেওঁ ক'লে, "যদি মই কওঁ যে মই নিজকে প্ৰকাশ কৰিবলৈ মূল্যবান পোছাক পিন্ধিছোঁ তেন্তে নিজৰ প্ৰশংসা নিজে কৰা হয় আৰু যদি মই কওঁ যে মোৰ হীনতা ঢাকি ৰাখিবলৈ মূল্যবান পোছাক পিন্ধিছোঁ তেন্তে আল্লাক নিন্দা কৰা হয়। সেই কাৰণে মই উত্তৰ নিদি মনে মনে আছিলোঁ।

তেওঁ প্ৰায়েই কৈছিল, "মই জগতৰ প্ৰত্যেকটি বস্তুৰ ভিতৰেদি আল্লাক দেখা পাইছোঁ আৰু তেওঁক চিনিছোঁ। যিয়ে আল্লাক চিনিছে তেওঁ কম কথা কবলৈ বাধ্য।"

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ

১। সেইজন লোক ভাগ্যবান যিয়ে ভোকাতুৰ হৈ ৰাতিপুৱা বিছনাৰ-পৰা উঠে আৰু ভোকাতুৰ অৱস্থাত ৰাতি কটায়। কাৰণ কষ্টত থাকিও তেওঁ আল্লাক নাপাহৰে।

২। যদি তুমি আওলীয়া হ'বলৈ ইচ্ছা কৰা আৰু কাৰো ওচৰত কোনো বস্তু পাবলৈ আশা নকৰা আৰু জগতৰ সকলোবোৰ বস্তু আৰু প্ৰাণী আল্লাৰ ওপৰত নিৰ্ভৰশীল বুলি বিশ্বাস কৰা তেন্তে তুমি আন কাৰো ওপৰত নিৰ্ভৰ কৰিবলগীয়া নহ'বা। এইটোৱেই হৈছে ইহকাল আৰু পৰকালৰ বাদচাহী।

৩। পৃথিৱীত টকা-পইচা ৰক্ষা কৰাতকৈ নিজৰ আত্মাক সংযত ৰখাটো বেছি কষ্টকৰ।

৪। যেতিয়ালৈকে আল্লাৰ ওপৰত নিৰ্ভৰশীলতা আৰু তেওঁৰ প্ৰতি ভয় অন্তৰত নজন্মে তেতিয়ালৈকে কোনেও প্ৰকৃত সাধক আৰু মেনিন (বিশ্বাসকাৰী) হ'ব নোৱাৰিব।

## ৬। হজৰত হাবিব আজমী (ৰঃ)

হজৰত হাবিব আজমী (ৰঃ) ইৰাণত জন্মগ্ৰহণ কৰিছিল। তেওঁ সৰুৰেপৰা বাছৰা নগৰতে বসতি কৰিছিল। তেওঁ সুতৰ ব্যৱসায় কৰিছিল আৰু নিতৌ ধৰুৱাসকলৰ ঘৰে ঘৰে গৈ সুত আদায় কৰি আনিছিল। তেওঁ আনকি যাতায়াতৰ খৰচো ধৰুৱাসকলৰপৰা আদায় কৰিহে ঘৰলৈ উভতি আহিছিল।

এদিনাখন সুত আদায় কৰিবলৈ গৈ দেখিলে যে ধৰুৱা এজন ঘৰত নাই। ধৰুৱাজনৰ ঘৈণীয়েকে ক'লে, "মোৰ স্বামী ঘৰত নাই। আমাৰ ঘৰত মাত্ৰ এটি ছাগলীৰ মূৰ আছে। আপুনি পছন্দ কৰিলে সুতৰ পৰিৱৰ্তে এই মূৰটোকে দিব পাৰোঁ।" তেওঁ সেই ছাগলীৰ মূৰটোকে সুতৰ পৰিৱৰ্তে লৈ আহিল। এইদৰে আন এজন ধৰুৱাৰপৰা টকা-পইচা লৈ ঘৰলৈ উভতি আহিল।

তেওঁৰ ঘৈণীয়েকে ছাগলীৰ মূৰটো ৰান্ধিলে আৰু দুয়োজনে খাবলৈ বহিল। এনেতে এজন মগনীয়া আহি ভিক্ষা খুজিলে। তেওঁ ভিক্ষা নিদি মগনীয়াজনক খেদি পেলালে। অলপ পিছতে দেখিলে যে ৰান্ধি

—২

উলিওৱা মাংসবোৰ তেজত পৰিণত হৈছে। তেওঁ দেখি আচৰিত হ'ল। তেতিয়াই তেওঁ তৌবাহ কৰি ( অনুতপ্ত হৈ ) প্ৰতিজ্ঞা কৰিলে যে সেই দিনৰপৰা তেওঁ জীৱনত কেতিয়াও সুতৰ ব্যৱসায় নকৰিব।

পিছদিনাখন তেওঁ ধৰুৱাসকলৰপৰা মূলধন আদায় কৰিবলৈ ওলাই গ'ল। তেওঁ দেখিলে যে ৰাস্তাত কেইটামান ল'ৰাই খেলি আছে। সিহঁতে ক'বলৈ ধৰিলে, "সুতখোৰ হাবিব আহিছে। বলা আমি আঁতৰি যাওঁ। তাৰ ভৰিৰ ধূলি লাগিলে আমিও তাৰ দৰে ঘৃণিত প্ৰাণী হ'ম।" তেওঁ তেতিয়াই ধৰুৱাসকলৰ ওচৰলৈ নগৈ হজৰত হাছান বাছৰীৰ মছজিদলৈ গ'ল। তাত হজৰত হাছান বাছৰীৰ কেইটিমান উপদেশ শুনি তেওঁৰ অন্তৰ গলিল আৰু তেওঁ তৌবাহ কৰিলে ( অনুতপ্ত হ'ল )। তাৰ পিছত তেওঁ ধৰুৱাসকলৰ দলিল আৰু বন্ধক থোৱা বস্তুবোৰ তেওঁলোকক ঘূৰাই দিলে আৰু নিজৰ ধন-সম্পত্তি দুখীয়া আৰু অভাৱগ্ৰস্ত লোকসকলক বিলাই দিলে।

অৱশেষত তেওঁ ফোৰাত নদীৰ পাৰলৈ গৈ তাতে এটি ঘৰ সাজি আল্লাৰ উপাসনাত মগ্ন হ'ল। দিনত তেওঁ হজৰত হাছান বাছৰীৰ ওচৰত শিক্ষা লাভ কৰে আৰু ৰাতি উপাসনা ঘৰটিত আল্লাৰ উপাসনা কৰি কটায়। এইদৰে কেইদিনমান যোৱাত এদিনাখন তেওঁৰ পত্নীয়ে ভোকত কাতৰ হৈ তেওঁৰ ওচৰত খাবলৈ কিছু বিচাৰিলে। তেওঁ পত্নীক ক'লে, "মই যিজনৰ চাকৰি কৰিছোঁ তেওঁ পৰম করুণাময়, পৰম দয়ালু। গতিকে দহদিন চাকৰি কৰাৰ পিছতহে তেওঁ মজুৰী দিব।" এই বুলি কৈ তেওঁ নিতৌ উপাসনা ঘৰত উপাসনা কৰি দিন কটাবলৈ ধৰিলে। দহম দিনাখন আল্লাই এজন যুৱকৰ দ্বাৰা এক বস্তা আটা, এজন যুৱকৰ দ্বাৰা এটি জবেহ কৰা ছাগলী, এজন যুৱকৰ দ্বাৰা এভাৰ মৌ আৰু ঘি আৰু এজন যুৱকৰ দ্বাৰা তিনিশ দেৰহামৰ এখনি মোনা তেওঁৰ ঘৰলৈ পঠাই দিলে। এই যুৱক ৪ জনে তেওঁৰ পত্নীক বস্তুবোৰ দি ক'লে। "বাদচাই আপোনাৰ স্বামীৰ মজুৰী পঠাইছে। আপোনাৰ স্বামী গধূলি ঘৰলৈ উভতি আহিলে ক'ব যে তেওঁ কামত যিমানে উন্নতি কৰিব তেওঁৰ মজুৰী সিমানে বঢ়াই দিয়া হ'ব।" এই বুলি কৈ চাৰিওজন যুৱক অদৃশ্য হ'ল।

তেওঁ গধূলি ঘৰলৈ উভতি আহি তেওঁৰ পত্নীৰ মুখৰপৰা সকলোবোৰ কথা শুনিলে আৰু আল্লাৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰি ক'লে, "মাত্ৰ দহদিন কাম কৰোঁতেই আল্লাই মোৰ প্ৰতি সদয় হৈ ইমানবোৰ বস্তু

আৰু দেৰহাম পঠাইছে। গতিকে বেছি কাম কৰিলে নিশ্চয় তেওঁ মোৰ মজুৰী বঢ়াই দিব।"

এদিনাখন এজনী মহিলাই কান্দি কান্দি আহি তেওঁক ক'লে, "আজি কেইদিনমান হ'ল মোৰ সন্তান এটি হেৰাইছে। আপুনি আল্লাৰ ওচৰত দোৱা (প্ৰাৰ্থনা) কৰক যাতে মই সন্তানটি সোনকালে পাওঁ।" তেওঁ সেই মহিলাজনীৰপৰা দুটি দেৰহাম লৈ দুখীয়াক দান কৰিলে আৰু আল্লাৰ ওচৰত দোৱা (প্ৰাৰ্থনা) কৰিলে। আল্লাই তেওঁৰ দোৱাত সন্তুষ্ট হৈ সেই হেৰোৱা সন্তানটি মাকৰ ওচৰলৈ ঘূৰাই পঠালে। মাকে সন্তানটি ঘূৰাই পাই বৰ আনন্দ পালে।

এবাৰ বাছৰা নগৰত দুৰ্ভিক্ষ হৈছিল। হজৰত হাবিব আজমীয়ে বহুত টকাৰ খাদ্য মহাজনসকলৰপৰা ধাৰলৈ আনি দুখীয়া আৰু অভাৱগ্ৰস্ত লোকসকলক দান কৰিছিল আৰু নিজৰ টকাৰ মোনাখন মূৰ শিতানত থৈ দিছিল। মহাজনসকলে যেতিয়াই ধাৰ আদায় কৰিবলৈ আহিছিল তেওঁ তেতিয়াই সেই মোনাখনি টকাৰে পৰিপূৰ্ণ অৱস্থাত দেখিছিল আৰু তাৰপৰা সেই মহাজনসকলক তেওঁলোকৰ প্ৰাপ্যবোৰ দি বিদায় দিছিল।

এদিনাখন হজৰত হাছান বাছৰী তেওঁৰ ওচৰলৈ আহিল। তেওঁৰ লগত মাত্ৰ এখন ৰুটী আৰু অলপ লোণ আছিল। তেওঁ তাকে হজৰত হাছান বাছৰীক খাবলৈ দিলে। এনেতে এটি মগনীয়া আহি তাত উপস্থিত হ'ল। তেওঁ হজৰত হাছান বাছৰীৰ সন্মুখৰপৰা ৰুটীখন আৰু লোণখিনি উঠাই আনি সেই মগনীয়াটোক খাবলৈ দিলে। হজৰত হাছান বাছৰীয়ে ক'লে, "তুমি দেখান মোৰ সন্মুখৰ পৰা গোটেইখন ৰুটী উঠাই নলৈ ইয়াৰপৰা এটুকুৰা ফালি নি মগনীয়াটোক দিব পাৰিলাহেঁতেন। তুমিনো এইটো কি কৰিলা?" হজৰত হাবিব আজমীয়ে কথাটোৰ কোনো উত্তৰ নিদি মনে মনে থাকিল।

অলপ পিছতে দেখা গ'ল যে এজন মানুহে এক খৰাহি কোৰ্মা আৰু মিঠাই আৰু এক খৰাহি ৰুটী আৰু পাঁচশ দেৰহামৰ মোনা এখন লৈ আহি তাত উপস্থিত হ'ল। হজৰত হাবিব আজমীয়ে সেই মুদ্ৰাবোৰ দুখীয়া লোকসকলক দান কৰিলে আৰু কোৰ্মা, মিঠাই আৰু ৰুটীবোৰ হজৰত হাছান বাছৰীৰ লগত বহি একেলগে খালে।

এদিনাখন হজৰত হাছান বাছৰী মগৰিবৰ (গধূলিৰ) নামাজৰ সময়ত হজৰত হাবিব আজমীৰ ঘৰত উপস্থিত হ'ল। সেই সময়ত

হজৰত হাবিব আজমীয়ে মগৰিবৰ জামাতত ইমামতি কৰি নামাজ পঢ়ি আছিল। হজৰত হাছান বাছৰীয়ে জামাতত যোগ দিলে। হজৰত হাবিব আজমীৰ অশুদ্ধ উচ্চাৰণ শুনি হজৰত হাছান বাছৰীয়ে জামাতৰ পৰা আঁতৰি আহি অকলে নামাজ পঢ়িলে। তেওঁ ভাবিলে যে কোৰ্‌আন শ্বৰীফৰ অশুদ্ধ উচ্চাৰণত নামাজ নহ'ব। ৰাতি সপোনত আল্লাই ক'লে, "হাছান, তুমি হাবিবৰ পিছত নামাজ নপঢ়ি ভুল কৰিলা। তোমাৰ নামাজতকৈ হাবিবৰ নামাজ বহু গুণে শ্ৰেয়। তুমি শুদ্ধ উচ্চাৰণৰ প্ৰতিহে লক্ষ্য কৰিলা, কিন্তু তেওঁৰ শুদ্ধ নিয়তৰ ( মনৰ একাগ্ৰতাৰ ) প্ৰতি লক্ষ্য নকৰিলা। শুদ্ধ উচ্চাৰণতকৈ শুদ্ধ নিয়ত ( মনৰ একাগ্ৰতা ) বহু গুণে শ্ৰেয়।"

সেই সময়ত হাজ্জাজ ইব্‌নে ইউচুফ নামেৰে ইৰাক আৰু ইৰাণৰ এজন গৱৰ্ণৰ আছিল। তেওঁৰ অত্যাচাৰৰ ভয়ত হজৰত হাছান বাছৰী হজৰত হাবিব আজমীৰ উপাসনা ঘৰলৈ আহিল। এইটো গম পাই হাজ্জাজৰ লোকসকলে তেওঁক বিচাৰি আহিল আৰু হজৰত হাবিব আজমীক লগ ধৰি সুধিলে যে হজৰত হাছান বাছৰী ক'ত আছে। তেওঁ ক'লে যে তেওঁৰ লগতে তেওঁৰ মছজিদত হজৰত হাছান বাছৰী সদায় নামাজ পঢ়ি থাকে। হাজ্জাজৰ লোকসকলে বহুতো বিচাৰিলে, কিন্তু নাপালে। অবশেষত সিহঁত তাৰ পৰা উভতি গ'ল। হাজ্জাজৰ লোকসকলে কি কাৰণে হাছান বাছৰীক দেখা নাপালে ইয়াৰ কাৰণ সোধাত হজৰত হাবিব আজমীয়ে ক'লে যে তেওঁ আয়াতুল কুৰ্‌ছি দুবাৰ, কুল্‌হু আল্লাহু আহাদ্‌ দহবাৰ আৰু আমানাৰ ৰাচুলু দহবাৰ পঢ়ি হজৰত হাছান বাছৰীৰ কাৰণে আল্লাৰ ওচৰত দোৱা ( প্ৰাৰ্থনা ) কৰিছিল। আল্লাই সেই দোৱাৰ বৰকতত হজৰত হাছান বাছৰীক হাজ্জাজৰ অত্যাচাৰৰপৰা ৰক্ষা কৰিলে।

এদিনাখন হজৰত হাছান বাছৰীয়ে ফোৰাত নদীখন পাৰ হ'বলৈ নাওৰ কাৰণে অপেক্ষা কৰি আছিল। এনেতে হজৰত হাবিব আজমীয়ে তাত উপস্থিত হৈ দেখিলে যে নদীখন পাৰ হ'বলৈ হজৰত হাছান বাছৰী নাওলৈ অপেক্ষা কৰি আছে। হজৰত হাবিব আজমীয়ে ক'লে, "হুজুৰ! আপুনি মোৰ শিক্ষা গুৰু। আপোনাৰ ওচৰতে মই জ্ঞান-শিক্ষা লাভ কৰিছিলোঁ। আপোনাক নাও কিয় লাগে? আপুনি অন্তৰৰপৰা হিংসাভাব দূৰ কৰক, মনৰপৰা পাথিৱ মোহ আঁতৰাই দিয়ক, বিপদক সম্পদ বুলি ধৰি লওক আৰু সকলোবোৰ বিপদ-আপদ আল্লাৰ পৰা

অহা বুলি বিশ্বাস কৰক। তাৰ পিছত আপুনি পানীৰ ওপৰেদি খোজ কাঢ়ি নদীখনি পাৰ হওক।" এইবুলি কৈয়েই হজৰত হাবিব আজমীয়ে পানীৰ ওপৰেদি খোজ কাঢ়ি সেই ফোৰাত নদীখনি পাৰ হৈ গ'ল।

এদিনাখন এজন হত্যাকাৰীক শূলত উঠাই দি প্ৰাণদণ্ড দিয়া হৈছিল। সেই ৰাতিয়ে কেইজনমান মনুহে সপোনত দেখিলে যে সেই হত্যাকাৰীজনে সেউজীয়া পোছাক পিন্ধি বেহেস্তত ( স্বৰ্গৰ বাগানত ) ভ্ৰমণ কৰি আছে। মানুহ কেইজনে তেওঁক সুধিলে, "তুমি এজন হত্যাকাৰী। তথাপি তুমি কেনেকৈ এনেকুৱা মৰ্য্যাদা লাভ কৰিলা ?" তেওঁ উত্তৰ দি ক'লে, "যেতিয়া মোক শূলত উঠাই দিয়া হৈছিল তেতিয়া হজৰত হাবিব আজমী মোৰ ওচৰেদি গৈছিল। তেওঁ মোৰ সেই অৱস্থা দেখি আল্লাৰ ওচৰত মোৰ কাৰণে দোৱা ( প্ৰাৰ্থনা ) কৰিছিল। তেওঁৰ সেই দোৱাৰ বৰকতত মোৰ এই মৰ্য্যাদা লাভ হৈছে।

হজৰত হাবিব আজমীৰ কোন ঠাইত কি প্ৰকাৰে মৃত্যু হ'ল সেই বিষয়ে কোনেও নাজানে।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ

১। মানুহে জ্ঞানৰ দ্বাৰা জীৱনৰ লক্ষ্য স্থিৰ কৰি ল'ব লাগে। কাৰণ জ্ঞানৰ লগত লক্ষ্যৰ সম্বন্ধ আছে।

২। অতিৰিক্ত এবাদতৰ ( আল্লাৰ উপাসনাৰ ) দ্বাৰা অলৌকিক শক্তি লাভ হয়।

৩. বহুতো জিকিৰ ( ধ্যান ) আৰু এবাদতৰ ( উপাসনাৰ ) পিছতহে আল্লাৰ মা'ৰেফাতৰ ( খোদা তত্ত্বৰ ) জ্ঞান লাভ হয়।

৪। যাৰ হৃদয়ত মুনাফিকি ( ভণ্ডামী ) তিল পৰিমাণো নাই আল্লাই তেওঁৰ ওপৰত সন্তুষ্ট থাকে।

## ৭। হজৰত আবু হাছিম মক্কী ( ৰঃ )

হজৰত আবু হাছিম মক্কী (ৰঃ) পূৰ্ববৰ্তী আওলীয়াসকলৰ ভিতৰত এজন বৰ নামজলা আৰু প্ৰকৃত পথপ্ৰদৰ্শক লোক আছিল। তেওঁ আল্লাৰ পথৰ পথিক, কঠোৰ পৰিশ্ৰমী আৰু বহুতো আওলীয়াৰ নেতা আছিল। তেওঁৰ বিষয়ে বহুতো কিতাপত যথেষ্ট বৰ্ণনা আছে। সেইবোৰৰপৰা বুজা যায় যে তেওঁ পৃথিৱীত বহুত বছৰ জীয়াই আছিল।

তেওঁ চাহাবাসকলৰ সমসাময়িক আছিল আৰু আনাচ বিন্ মালেক (ৰঃ) আৰু আবু হুৰাইৰা (ৰঃ)-ৰ লগতো সাক্ষাৎ কৰিছিল। তেওঁৰ উপদেশবোৰ অতি গ্ৰহণযোগ্য আছিল আৰু পৃথিৱীৰ কঠিন সমস্যাবোৰ সমাধান কৰাত সেইবোৰে যথেষ্ট সহায় কৰিছিল। তেওঁৰ আদৰ্শ-নীতি আৰু বাণীবোৰে সেই সময়ত মানুহৰ মনত বহুতো প্ৰভাৱ বিস্তাৰ কৰিছিল।

এদিনাখন তেওঁ এজন কচাইৰ দোকানৰ সম্মুখেদি গৈ থাকোঁতে কচাইজনে তেওঁক মাত দি ক'লে, "মোৰ দোকানত ভাল ভাল মাংস আছে। যদি আপোনাক মাংস লাগে নিয়ক।" তেওঁ ক'লে, "মোৰ হাতত পইচা নাই।" কচাইজনে ক'লে, "পইচা নাথাকিলেও কোনো কথা নাই। এতিয়া বাকী কৰি নিয়ক। পিছত হাতত পইচা পৰিলে দিব।" তেওঁ ক'লে, "তুমি যিদৰে ধাৰ পৰিশোধ কৰিবলৈ মোক সময় দিবা মইও সেইদৰে মোৰ আত্মাক সময় দিম।" কচাইজনে ক'লে, সেই কাৰণেইতো আপোনাৰ বুকুৰ হাৰ দেখা গৈছে।" তেওঁ ক'লে, "মোৰ শৰীৰত যিখিনি মাংস আছে কবৰৰ পোকবোৰৰ কাৰণে সেই-খিনিয়েই যথেষ্ট।"

এদিনাখন হিছাম বিন আব্দুল মালেকে তেওঁক সুধিলে, "মই প্ৰজা পালন কৰা কামত ব্যস্ত থাকিলে পৰকালত মুক্তি লাভৰ কিবা উপায় আছেনে?" তেওঁ ক'লে, "তুমি প্ৰত্যেকটি দিৰহাম হালাল (বিধেয়) ঠাইৰপৰা ল'বা আৰু হালাল ঠাইত খৰচ কৰিবা।" হিছাম বিন আব্দুল মালেকে সুধিলে, "এইটো জানো সম্ভৱ? কোনোবাই জানো এইটো কৰিব পাৰে?" তেওঁ ক'লে, "যিয়ে দোজখৰ শাস্তিক ভয় কৰে; বেহেস্তৰ সুখ কামনা কৰে আৰু আল্লাৰ সন্তুষ্টি লাভ কৰিবলৈ বিচাৰে তেওঁ অৱশ্যে এইটো কৰিব পাৰে। তেওঁৰ কাৰণে এইটো একো টান নহয়।"

এদিনাখন এজন লোক হজ্জ কৰিবলৈ ইচ্ছা কৰি ঘৰৰপৰা বিদায় লৈ আহিল। তেওঁ বাগদাদলৈ আহি খবৰ পালে যে হজৰত আবু হাছিম মক্কী তাত আছে। তেওঁ আহি দেখিলে যে হজৰত আবু হাছিম মক্কী টোপনিত আছে। অলপ সময়ৰ পিছতে তেওঁ টোপনিৰপৰা গাৰ পাই ক'লে, "মই এই মাত্ৰ হজৰত মোহাম্মদ (ছঃ)-ক সপোনত দেখিলোঁ। তেওঁ ক'লে, তুমি ঘৰলৈ উভতি গৈ মায়েৰাৰ হক ৰক্ষা কৰিব লাগে। কাৰণ, হজ্জ কৰাতকৈ মায়েৰৰ আন্তৰিকতা আৰু

সন্তুষ্টি লাভ কৰাটো বেছি ভাল।" মানুহজনে তেওঁৰ কথা শুনি মক্কালৈ নগৈ নিজৰ ঘৰলৈ উভতি গ'ল।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ

১। তোমালোকে পাথিৱ বস্তুবোৰৰ কামনাৰপৰা বিৰত থাকিবা। কাৰণ, মই জানো যে পাথিৱ বস্তুবোৰৰ প্ৰতি আসক্ত লোকসকলক কিয়ামতৰ (পুনৰুত্থানৰ বা শেষ বিচাৰৰ) দিনা হাছৰৰ ময়দানত থিয় কৰাই লৈ কোৱা হ'ব, "আল্লাই যিবোৰ বস্তু তুচ্ছ কৰি পেলাই দিছিল তোমালোকে সেইবোৰ বস্তু পৃথিৱীত আনন্দেৰে বুটলি লৈছিলা। আজি দেখোন সেইবোৰ কোনো কামত নাহিল।"

২। পৃথিৱীৰ অস্থায়ী আৰু মামুলী বস্তুবোৰৰ আসক্তিয়ে তোমালোকক পৰকালৰ স্থায়ী আৰু মূল বস্তুবোৰৰপৰা বিৰত ৰাখিব।

৩। পৃথিৱীত এনেকুৱা কোনো বস্তু নাই যিটোৱে মানুহক শেষলৈ আনন্দ দিব পাৰে আৰু যাৰ কাৰণে মানুহে চিন্তা কৰিবলগীয়া নহয়।

৪। প্ৰত্যেকটো বিষয়ে আল্লাৰ ওচৰত নিৰ্ভৰ কৰা আৰু সেই হিচাপে তেওঁৰ ওচৰত দোৱা (নিবেদন) কৰা কৰ্তব্য।

৫। তোমালোক এনেকুৱা সময়ত আহিছা যি সময়ত মানুহে কামতকৈ কথাত আৰু আমলতকৈ ইল্‌মত বেছি সন্তুষ্ট হয়। গতিকে তোমালোকে উৎকৃষ্ট সময়ত নিকৃষ্ট লোকৰ মাজলৈ আগমন কৰিছা।

৬। যিয়ে আল্লাৰ ওপৰত সন্তুষ্ট থাকে তেওঁ আনৰ মুখাপেক্ষী নহয়।

## ৮। হজৰত উৎবাতুল গোলাম (ৰঃ)।

হজৰত উৎবাতুল গোলাম (ৰঃ) আল্লাৰ প্ৰেম আৰু সৌন্দৰ্য্যত মগ্ন আৰু পবিত্ৰ চৰিত্ৰৰ এজন সুদক্ষ আওলীয়া আছিল। তেওঁ হজৰত হাছান বাছৰী (ৰঃ)-ৰ ওচৰত দীক্ষা লৈছিল আৰু সেই সময়ৰ পুণ্যবান লোক সকলৰ শ্ৰদ্ধা আৰু প্ৰশংসা লাভ কৰিছিল।

তেওঁ কেনেকুৱা ভাবে আওলীয়া জীৱন লাভ কৰিলে সেই বিষয়ে এটি ঘটনা উল্লেখযোগ্য। এদিনাখন তেওঁ এজনী সতী আৰু পৰ্দাত থকা মহিলাৰ প্ৰতি কু-দৃষ্টি পেলোৱাত তেওঁৰ অন্তৰ কলুষিত হ'ল।

আৰু তেওঁৰ মনলৈ পাপ চিন্তা আহিল। কোনোবাই এই বিষয়ে সেই মহিলাজনীক জনালে। মহিলাজনীয়ে তেওঁৰ ওচৰলৈ এজন গোলাম পঠাই দি জানিবলৈ ইচ্ছা কৰিলে যে তেওঁ সেই মহিলাজনীৰ কোনটি অঙ্গ দেখিছিল। তেওঁ জনাই পঠালে যে তেওঁ সেই মহিলা-জনীৰ ধুনীয়া চকু দুটা দেখিছিল। মহিলাজনীয়ে এইটো শুনি নিজৰ চকু দুটা উলিয়াই এটা পাত্ৰত ভৰালে আৰু অতি যত্নেৰে গোলামৰ দ্বাৰাই তেওঁৰ ওচৰলৈ পঠাই দিলে। লগতে তেওঁ কৈ পঠালে যে উৎবাতুল গোলামে যি চকু দুটা দেখি মুগ্ধ হৈছিল এতিয়া তেওঁ সেই চকু দুটা হেপাহ পলাই চাই থাকক। এই ঘটনাটিৰপৰা হজৰত উৎবাতুল গোলামৰ মনলৈ চেতনা আহিল আৰু তেওঁ তৌবাহ কৰি (অনুতপ্ত হৈ) হজৰত হাছান বাছৰীৰ ওচৰলৈ আহিল আৰু তেওঁৰ ওচৰত দীক্ষা লৈ কঠোৰ তপস্যাত নিমগ্ন হ'ল।

এদিনাখন তেওঁক নদীৰ পানীৰ ওপৰেদি খোজ কাঢ়ি যোৱা দেখি হজৰত হাছান বাছৰীয়ে আচৰিত হৈ সুধিলে "উৎবা! তুমি এনেকুৱা সন্মান কেনেকৈ লাভ কৰিলা?" তেওঁ ক'লে, "ত্ৰিশ বছৰ আগেয়ে আপুনিও দেখোন এইটোকে কৰিছিল। বৰ্ত্তমান আল্লাৰ ইচ্ছাত মইও তাকেই কৰিছোঁ।"

তেওঁ নিজৰ আৱশ্যকীয় বস্তুবোৰ নিজ হাতেৰে উৎপন্ন কৰি লৈছিল আৰু খাদ্য শস্যবোৰ নিজ হাতেৰে গুড়ি কৰি আৰু পানীত ভিজাই সেইবোৰেৰে ৰুটী তৈয়াৰ কৰিছিল। তাৰ পিছত সেইবোৰ ৰ'দত শুকাই সপ্তাহত এটিকৈ ৰুটী খাইছিল আৰু দিনে ৰাতি আল্লাৰ এবাদতত (উপাসনাত) মগ্ন আছিল। তেওঁ কৈছিল, "মোৰ অতীতৰ কথাবোৰ মনত পৰিলে বৰ লাজ লাগে আৰু মনলৈ অনুশোচনা আহে।"

তেওঁ কেতিয়াও অতি মিঠা আৰু পনীয়া অহাৰ খোৱা নাছিল। এদিনাখন তেওঁৰ মাকে তেওঁক ক'লে, "বোপা! তুমি পুষ্টিকৰ আহাৰ খাই শৰীৰটোৰ যত্ন লোৱা উচিত।" তেওঁ ক'লে, "মা! মই সদায় শৰীৰটোৰ যত্ন লৈ আছোঁ। কিন্তু আল্লাৰ কাৰণে ইহকালত কিছু সহ্য কৰি পৰকালত তেওঁৰ পৰা অসীম সুখ আৰু শান্তি পাবলৈ ইচ্ছা কৰোঁ।"

তেওঁ লোকসমাজৰ চকুৰপৰা আঁতৰত থাকি ভাল পাইছিল আৰু নিজকে প্ৰকাশ কৰা নাছিল। এদিনাখন তেওঁ এটি পহৰত অকলে

আল্লাৰ এবাদত ( উপাসনা ) কৰি থাকোতে এজন লোকে তেওঁৰ ওচৰলৈ আহি ক'লে, "উৎবা ! তোমাৰ বিষয়ে বহুতো মানুহে মোক সোধে । বাৰু মোক তুমি এটি অলৌকিক ঘটনাকে দেখুৱাচোন ।" হজৰত উৎবাতুল গোলামে তুমি কি চাব খোজা বুলি সোধাত সেই মানুহজনে খুৰমা কিছু চাবলৈ ইচ্ছা কৰিলে । তেওঁ তেতিয়াই এক বস্তা খুৰমা সেই মানুহজনৰ হাতত দিলে ।

এদিনাখন হজৰত মোহাম্মদ ছাম্মাক আৰু হজৰত জুন্নুন মিছৰী নামেৰে দুজন মহৰ্ষি হজৰত ৰাবিয়া বাছৰীৰ ওচৰত বহি আছিল । এনেতে হজৰত উৎবাতুল গোলামে ধনী মানুহৰ দৰে নতুন কাপোৰ পিন্ধি তাত উপস্থিত হ'ল । মহৰ্ষি হজৰত মোহাম্মদ ছাম্মাকে তেওঁৰ আগমনৰ বিষয়ে সুধিলে । তেওঁ ক'লে যে তেওঁ আল্লাৰ গোলাম ( দাস ) । গতিকে তেওঁ আল্লাৰ ওচৰলৈ যাব । এই বুলি কোৱাৰ লগে লগে তেওঁ মাটিত ঢলি পৰিল আৰু হজৰত ৰাবিয়া বাছৰীৰ কাষতে তেওঁ শেষ নিশ্বাস কাঢ়িলে ।

## ৯। হজৰত ৰাবিয়া বাছৰী ( ৰঃ )

জগতৰ মহিলাসকলৰ ভিতৰত একমাত্ৰ হজৰত ৰাবিয়া বাছৰী ( ৰঃ ) ই হে আওলীয়া সকলৰ শ্ৰেণীত স্থান পাইছিল । তেওঁৰ বাহিৰে আন কোনো মহিলাই আওলীয়া, দৰবেশ, আদি হ'ব পৰা নাই । তেওঁ হজৰত হাচান বাছৰীৰ বৰ মৰমৰ আছিল । সেই সময়ত শ্বৰীয়ত ( ইছলামী সংবিধান ) আৰু মা'ৰেফাতত ( খোদাতত্ত্ব জ্ঞানত ) তেওঁৰ নিচিনা উচ্চ আদৰ্শ কোনেও দেখুৱাব পৰা নাছিল ।

তেওঁৰ পিতাক বৰ দুখীয়া আছিল । যিদিনাখন ৰাতি হজৰত ৰাবিয়া বাছৰীৰ জন্ম হয় তেওঁৰ ঘৰত আনকি চাকি জ্বলাবলৈ আৰু পেট মালিচ কৰিবলৈ তেল এটুপিও নাছিল । ইয়াৰ আগেয়ে পিতাকৰ ৩ জনী কন্যা সন্তান আছিল । এওঁ চতুৰ্থ কাৰণে পিতাকে এওঁৰ নাম ৰাবিয়া ( অৰ্থাৎ চতুৰ্থা ) ৰাখিছিল ।

হজৰত ৰাবিয়া বাছৰীৰ জন্মৰ ৰাতিয়ে হজৰত মোহাম্মদ ( ছঃ ) এ তেওঁৰ পিতাকক সপোনত কৈছিল, "তুমি মনত ৰাখিবা যে তোমাৰ এই ছোৱালীজনী সময়ত গৈ আওলীয়া হ'ব আৰু বেহেস্তত ( স্বৰ্গৰ বাগানত ) স্থান পাব ।"

যেতিয়া তেওঁ অলপ ডাঙৰ হ'ল তেওঁৰ মাক আৰু পিতাক দুয়ো মৰিল। নিচেই সৰুতে পৃথিৱীৰ বুকুত তেওঁ হ'ল ঘাট মাউৰা। অলপ দিনৰ পাছতে বাছৰাত ভীষণ দুৰ্ভিক্ষ হ'ল। তেওঁৰ বায়েক ৩ জনীও তেওঁৰ পৰা পৃথক হ'ল। এই সুযোগতে এজন অতি দুৰ্দান্ত লোকে তেওঁক নি এজন ধনী মানুহৰ ওচৰত বিকিলে। সেই ধনী মানুহজন বৰ অত্যাচাৰী আৰু নিষ্ঠুৰ প্ৰকৃতিৰ লোক আছিল। তেওঁ হজৰত ৰাবিয়া বাছৰীক অসাধ্য কামবোৰ কৰিবলৈ দি বহুতো কষ্ট দিছিল আৰু মাজে সময়ে তেওঁক বৰ নিৰ্মমভাৱে মাৰ-ধৰো কৰিছিল।

এদিনাখন হজৰত ৰাবিয়া বাছৰীয়ে অশেষ কষ্ট আৰু অত্যাচাৰ সহ্য কৰিব নোৱাৰি সেই মালিকজনাৰ ঘৰৰপৰা পলাই গ'ল। তেওঁ বাটত উজুতি খাই পৰি যোৱাত তেওঁৰ হাত এখন ভাগি গ'ল। তেওঁ তেতিয়াই মাটিত ছিজ্‌দাহ দি (সাষ্টাঙ্গে প্ৰণাম কৰি) অতি বিনীত ভাবে আল্লাহক ক'লে, "হে আল্লাহ! তুমি পৰম কৰুণাময়, পৰম দয়ালু। মই এজনী পিতৃ-মাতৃহীনা নিৰাশ্ৰয়া বান্দী। তদুপৰি মোৰ হাত এখনো ভাগি গ'ল। ইয়াতো মোৰ মনত কোনো দুখ নাই। মই কেৱল তোমাৰ সন্তুষ্টি কামনা কৰোঁ। মোৰ ওপৰত তোমাৰ কৰুণা দান কৰা।"

অলপ পিছতে অদৃশ্যৰপৰা কোনোবাই ক'লে, "ৰাবিয়া! তুমি অকণো চিন্তা নকৰিবা। কিয়ামতৰ (শেষ বিচাৰৰ) দিনাখন আনকি ফেৰেস্তা (সৰগৰ দেৱতা) সকলৰ ওপৰত তোমাৰ মৰ্য্যদাক স্থান দিয়া হ'ব।" অদৃশ্যৰপৰা ভাহি অহা এই সান্ত্বনা বাণী শুনি হজৰত ৰাবিয়া বাছৰী নিজৰ মালিকৰ ঘৰলৈ উভতি গ'ল। তেতিয়াৰে পৰা তেওঁ দিনত মালিকৰ কামত ব্যস্ত থাকে আৰু গোটেই ৰাতি উজাগৰে থাকি আল্লাৰ এবাদত (উপসনা) কৰে।

এদিনাখন মাজ নিশা মালিকে টোপনিৰপৰা সাৰ পাই হজৰত ৰাবিয়া বাছৰীৰ কোঠাত এটি গুণ গুণ শব্দ শুনিবলৈ পালে। তেওঁ নীৰৱে কোঠাটিৰ ওচৰলৈ গৈ দেখিলে যে সেই আন্ধাৰ কোঠাটি আল্লাৰ নূৰেৰে (আলোকেৰে) আলোকিত হৈ আছে। এইটো দেখি তেওঁ আচৰিত হ'ল। তেওঁ শুনিবলৈ পালে হজৰত ৰাবিয়া বাছৰীয়ে সেই নিৰ্জন কোঠাটিত অতি বিনীত আৰু কৰুণ সুৰেৰে আল্লাৰ ওচৰত এই বুলি প্ৰাৰ্থনা কৰি আছে, "হে পৰম কৰুণাময়;

পৰম দয়ালু অল্লাহ! তুমি জানা যে মই দিনে ৰাতি সদায় তোমাৰ এবাদতত ( উপসনাত ) নিমগ্ন থাকিবলৈ ইচ্ছা কৰোঁ। এইটো মোৰ আন্তৰিক অভিলাষ। যদি মোৰ শক্তি থাকিলে হেতেন মই এটি মুহূৰ্ত্তও তোমাৰ এবাদতৰ ( উপসনাৰ ) পৰা বিৰত নাথাকিলোঁ-হেতেন। কিন্তু উপায় নাই। তুমি মোক পৰাধীন বান্দী কৰি ৰাখিছা। গতিকে মই যথা সময়ত তোমাৰ এবাদতত ( উপাসনাত ) হাজিৰ থাকিব পৰা নাই।"

মালিকে হজৰত ৰাবিয়া বাছৰীৰ এনেকুৱা আবেগ পূৰ্ণ প্ৰাৰ্থনা শুনি চিন্তিত হ'ল আৰু মনতে এই বুলি স্থিৰ কৰিলে, ,,এনেকুৱা এটি পবিত্ৰ আত্মাক মোৰ সেৱাত আবদ্ধ ৰখাটো মোৰ পক্ষে মুঠেই উচিত হোৱা নাই। বৰং মইহে তেওঁৰ সেৱাত নিজকে অৰ্পণ কৰা উচিত হব।" এই বুলি ভাবি তেওঁ গৈ শুই থাকিল।

পিছদিনা মালিকে হজৰত ৰাবিয়া বাছৰীক দাসত্বৰ পৰা মুকলি কৰি দি কলে, "ৰাবিয়া! তুমি আজিৰ পৰা মুক্ত। যদি তুমি ইয়াতে থাকিবলৈ ইচ্ছা কৰা মই তোমাৰ দাসহে তোমাৰ সেৱাত নিজকে বিলাই দিম। নহলে তুমি যলৈকে ইচ্ছা তলৈকে যাব পাৰা।" হজৰত ৰাবিয়া বাছৰীয়ে নীৰৱে আল্লাৰ ওচৰত আন্তৰিক কৃতজ্ঞতা প্ৰকাশ কৰিলে আৰু মালিকৰ পৰা বিদায় লৈ ঘৰৰ পৰা ওলাল। তাৰ পিছত তেওঁ দিনে ৰাতি আল্লাৰ এবাদতত ( উপসনাত ) আৰু কঠোৰ তপস্যাত নিমগ্ন হ'ল।

তেওঁ নিতৌ এহাজাৰ ৰাকাতকৈ নামাজ পঢ়িছিল আৰু মাজে সময়ে হজৰত হাছান বাছৰীৰ সভাত যোগদান কৰিছিল আৰু তেওঁৰ উপদেশবোৰ অতি মনযোগেৰে শুনিছিল। ইয়াকে দেখি হজৰত হাছান বাছৰীয়ে তেওঁক অতি মৰমৰ চকুৰে চাইছিল। পিছত তেওঁ এটি উপসনা ঘৰ নিৰ্মাণ কৰি লৈ দিনে ৰাতিয়ে আল্লাৰ এবাদতত ( উপ-সনাত ) নিমগ্ন হৈছিল।

এদিনাখন তেওঁ এটি গাধৰ পিঠিত মাল বস্তবোৰ বোজাই দি এখন হাবিৰ মাজেদি মক্কা অভিমুখে গৈ আছিল। গাধটি বেমাৰী আৰু বৰ দুৰ্বল আছিল। হঠাতে সেই হাবিৰ মাজত গাধটি মৰি গ'ল। তেওঁ বৰ নিঃসহায় অৱস্থাত পৰিল। কেইজনমান পথিকে তেওঁৰ এই নিঃসহায় অৱস্থা দেখি তেওঁক সহায় কৰিবলৈ ওলাল। তেওঁ ক'লে, "তোমালোকে নিজ নিজ কামত ব্যস্ত আছা। মোক

সহায় নালাগে। মই তোমালোকৰ ওপৰত নিৰ্ভৰ কৰি ঘৰৰপৰা ওলাই অহা নাই। আল্লাই মোক সহায় কৰিব।''

তাৰ পিছত তেওঁ আকাশৰ পিনে মুখ কৰি আল্লাৰ ওচৰত অতি বিনীতভাৱে দোৱা ( প্ৰাৰ্থনা )। কৰিলে আল্লাৰ দৰবাৰত তেওঁৰ দোৱা কবুল ( গ্ৰহণ ) হ'ল। গাধটিয়ে জীৱন পালে। তেওঁ মাল-বস্তুবোৰ আকৌ সেই গাধটিৰ পিঠিত বোজাই দি মক্কা অভিমুখে যাত্ৰা কৰিলে।

যেতিয়া তেওঁ আহি মক্কা শ্বৰীফৰ ওচৰ পালে তেওঁ এখনি নিৰ্জন ঠাইত বহি কবলৈ ধৰিলে, ''হে আল্লাহ! মোৰ আন্তৰিক আকাংক্ষা একমাত্ৰ তোমাক চাবলৈ।'' তেতিয়া তেওঁৰ ওচৰলৈ দৈববাণী পঠাই আল্লাই ক'লে, ''হে ৰাবিয়া! তুমি নাজানানে যে হজৰত মুছায়ো এইদৰে মোক চাবলৈ ইচ্ছা প্ৰকাশ কৰিছিল। মোৰ বিন্দু পৰিমাণ নূৰ ( জেউতি ) প্ৰকাশ হোৱাত গোটেই তুৰ পাহাৰখনি পুৰি ছাই হৈ গ'ল।''

এদিনাখন দুজন দৰবেশ হজৰত ৰাবিয়া বাছৰীৰ লগত দেখা কৰিবলৈ আহিল। সেই সময়ত তেওঁৰ হাতত মাত্ৰ দুখন ৰুটী আছিল। দৰবেশ দুজনৰ ভোক লগা দেখি তেওঁ সেই ৰুটী দুখন তেওঁলোকক খাবলৈ দিলে। এনেতে এজন মগনীয়া আহি তেওঁৰ ওচৰত খাবলৈ কিবা বিচাৰিলে। তেওঁ ৰুটী দুখন দৰবেশ দুজনৰ হাতৰপৰা আনি এই মগনীয়াজনক খাবলৈ দিলে। মগনীয়াজনে ৰুটী দুখন পাই তাৰপৰা গুচি গ'ল।

অলপ পিছতে হজৰত ৰাবিয়া বাছৰীয়ে দেখিলে যে কাৰোবাৰ এজনী বান্দীয়ে আহি তেওঁৰ হাতত ১৮ খন ৰুটী দিলে। তেওঁ ৰুটী-কেইখন গ্ৰহণ নকৰি ঘূৰাই দিলে আৰু ক'লে, ''এই ৰুটীকেইখন যিজনে পঠাইছে তুমি তেওঁক কবা যে তেওঁ ভুল কৰিছে।'' বান্দীজনীয়ে ৰুটী ১৮ খন ঘূৰাই নি ঘৰৰ মালিকক দিলে আৰু গোটেই ঘটনাটো তেওঁক ক'লে। ঘৰৰ মালিকে দুখন ৰুটী তাৰ লগত যোগ দি ২০ খন ৰুটীৰে সৈতে বান্দীজনীক আকৌ হজৰত ৰাবিয়া বাছৰীৰ ওচৰলৈ পঠালে। এইবাৰ তেওঁ সেই ৰুটী ২০ খন সাদৰে গ্ৰহণ কৰি বান্দীজনীক বিদায় দিলে।

তাৰ পিছত তেওঁ সেই ২০ খন ৰুটী লৈ দৰবেশ দুজনেৰে সৈতে একেলগে খাবলৈ বহিল। দৰবেশ দুজনে এই বিষয়ে তেওঁক সোধাত তেওঁ ক'লে, ''আল্লাই কোৰ্‌আনত কৈছে যে এটি দানৰ পৰিবৰ্তে তেওঁ দহগুণ পুৰস্কাৰ দান কৰে। গতিকে মই আল্লাৰ সন্তুষ্টিৰ বাবে সেই

মগনীয়াজনক দুখন ৰুটী দান কৰিছিলোঁ যেতিয়া মই ভালদৰে জানো যে আল্লাই মোক ২০ খন ৰুটী দিব। কাৰণ, আল্লাৰ বাণীৰ ওপৰত মোৰ সম্পূৰ্ণ বিশ্বাস আছে।"

এদিনাখন ৰাতি তেওঁ নিজৰ উপাসনা ঘৰত শুই আছিল। এনেতে মাজনিশা এটা চোৰ আহি তেওঁৰ ঘৰত প্ৰৱেশ কৰিলে। চোৰটোৱে নিবলৈ একো বস্তু বিচাৰি নাপাই নিৰাশ মনেৰে যাবলৈ ওলাল। তেওঁ টোপনিৰ পৰা সাৰ পাই দেখিলে যে চোৰটোৱে নিবলৈ একো নাপাই নিৰাশ মনেৰে যাবলৈ ওলাইছে। তেওঁ উঠি থকা চাদৰখনকে চোৰটোলৈ দলি মাৰি দি ক'লে, "তুমি বৰ আশা কৰি মোৰ ইয়ালৈ আহিছিলা। এই চাদৰখনিকে তুমি লৈ যোৱা।" চোৰটোৱে বৰ লাজ পালে আৰু হজৰত ৰাবিয়া বাছৰীৰ ভৰিত ধৰি শপত খালে যে সি দুনাই এনেকুৱা কু কাম নকৰিব। চোৰটো ঘৰলৈ গুচি গ'ল আৰু চুৰি ব্যৱসায় ত্যাগ কৰি সুপথ ল'লে।

এদিনাখন তেওঁৰ এজনী পৰিচাৰিকাই আঞ্জা ৰান্ধিবলৈ ঘৰত পিঁয়াজ নথকাত প্ৰতিবেশী এজনৰপৰা অলপ পিঁয়াজ আনিবলৈ ইচ্ছা কৰিলে। হজৰত ৰাবিয়া বাছৰীয়ে ক'লে, "মই ৪০ বছৰ আগেয়ে আল্লাৰ ওচৰত প্ৰতিজ্ঞা কৰিছোঁ যে তেওঁৰ সহায়ৰ বাহিৰে মই কাৰো ওচৰত কোনো বস্তু নুখুজিম।" এনেতে কৰবাৰপৰা এজনী কাউৰী উৰি আহি এটি পিঁয়াজ তাত পেলাই দিলে। পৰিচাৰিকাজনীয়ে সেই পিঁয়াজটোৰে আঞ্জা ৰান্ধিলে। হজৰত ৰাবিয়া বাছৰীয়ে এইটো গম পাই ক'লে, "চয়তানৰ প্ৰবঞ্চনাৰ পৰা মই নিশ্চিন্ত হ'ব নোৱাৰোঁ। এই বুলি কৈ তেওঁ আঞ্জা নাখাই অকল শুকান ৰুটীকে খালে।

এদিনাখন তেওঁ এখন পাহাৰলৈ গ'ল। তেওঁক দেখি পাহাৰৰ বাঘ, ভালুক, হৰিণ আদি বনৰীয়া জন্তুবোৰ তেওঁৰ ওচৰলৈ আহিল। হজৰত হাছান বাছৰীয়ে এইটো দেখি আচৰিত হৈ ক'লে, "ৰাবিয়া! তুমি কোৱাচোন, মোক দেখি পশুবোৰ কিয় আঁতৰি গ'ল আৰু তোমাক দেখি সিহঁত কিয় তোমাৰ ওচৰলৈ আহিছিল?" হজৰত ৰাবিয়া বাছৰীয়ে ক'লে, "আজি আপুনি সিহঁতৰ মাংস খাইছে। গতিকে আপোনাৰপৰা সিহঁত কিয় ভয়তে আঁতৰি নাযাব?"

এদিনাখন হজৰত হাছান বাছৰীয়ে কেইজনমান বন্ধুৰ লগত ৰাতি হজৰত ৰাবিয়া বাছৰীৰ ঘৰলৈ গ'ল। সেইদিনা তেওঁৰ ঘৰত পোহৰ দিবলৈ চাকি, বন্তি আদি একো নাছিল। হজৰত হাছান বাছৰীৰ

পোহৰৰ প্ৰয়োজন হ'ল। হজৰত ৰাবিয়া বাছৰীয়ে এইটো বুজি নিজৰ আঙুলিত এটি ফুঁ দিলত গোটেই ঘৰটি আলোকিত হ'ল। সকলোৱে এইটো দেখি বিচুতি খালে।

এদিনাখন হজৰত হাছান বাছৰীয়ে তেওঁক সুধিলে, "বিবাহৰ অভিলাষ তোমাৰ নাই জানো? তেওঁ ক'লে, "যাৰ শৰীৰ আছে তেওঁৰহে বিবাহ হ'ব পাৰে। মোৰ শৰীৰ নাই। মই নিজৰ শৰীৰৰ মালিক নহওঁ। মোৰ এই শৰীৰটোৰ মালিক আল্লাহ। মই মোৰ সকলোবোৰকে তেওঁত বিলীন কৰি দিছোঁ।"

এদিনাখন বাছৰাৰ এজন দৰবেশ তেওঁৰ ওচৰত বহি সংসাৰৰ দুৰ্ণাম কৰিছিল। এই কথা শুনি তেওঁ ক'লে, "নিশ্চয় তুমি সংসাৰ প্ৰেমিক। সেইটো নহ'লে তুমি আল্লাৰ জিকিৰ (স্মৰণ) বাদ দি এইদৰে সংসাৰৰ বিষয়ে আলোচনা নকৰিলাহেঁতেন। কাৰণ, সংসাৰ বিৰাগী লোকসকলে সংসাৰৰ ভাল-বেয়া বিষয়বোৰ আলোচনাত প্ৰবৃত্ত নহয়। কাৰণ, যিয়ে যাক ভাল পায় তেওঁ সেইজনৰ বিষয়ে বেছি আলোচনা কৰে।"

এদিনাখন দুপৰীয়া হজৰত হাছান বাছৰীয়ে হজৰত ৰাবিয়া বাছৰীৰ ঘৰলৈ গৈ দেখিলে যে তেওঁ এটি পাত্ৰত কিছু মাংস ৰান্ধিবলৈ ওলাইছে। তাৰ পিছত তেওঁলোক দুয়োজনে ধৰ্মালোচনাত প্ৰবৃত্ত হ'ল। গধূলি সময়ত যেতিয়া তেওঁলোক দুয়োজনে শুকান ৰুটী আৰু পানী খাবলৈ বহিল তেওঁলোকে দেখি আচৰিত হ'ল যে সেই পাত্ৰটোৰ মাংস-বোৰ আপোনা-আপুনি সিদ্ধ হৈ আছে।

তেওঁ জীৱনত আল্লাৰ অবাধ্য হোৱা নাছিল আৰু আল্লাৰ বাহিৰে তেওঁ আন কাৰো মুখাপেক্ষী হোৱা নাছিল আৰু আন কাকো বন্ধু হিচাপে হৃদয়ত স্থানো দিয়া নাছিল।

তেওঁৰ মৃত্যুৰ সময়ত বহুতো গণ্য-মান্য লোক তেওঁৰ ওচৰত উপস্থিত হ'ল। তেওঁ ক'লে, "আপোনালোক দয়া কৰি ইয়াৰপৰা উঠি যাওক আৰু আল্লাৰ দূতসকলৰ কাৰণে ঠাই এৰি দিয়ক।" তেওঁৰ কথা শুনি সকলোৱে বাহিৰলৈ ওলাই গ'ল। তেওঁ দুৱাৰখনি বন্ধ কৰি দিলে। বাহিৰৰপৰা সকলোৱে এইবুলি এটি শব্দ শুনিবলৈ পালে, "হে পৱিত্ৰাত্মা। তুমি আনন্দেৰে তোমাৰ প্ৰভুৰ পিনে উভতি যোৱা।"

অলপ পিছতে মক্কা শ্বৰীফতে তেওঁৰ জীৱনৰ অৱসান ঘটিল।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ

১। তুমি মমবাতিৰ দৰে নিজ গুণে পৃথিৱীক আলোকিত কৰিবা আৰু সদায় সৎকাম আৰু মানুহৰ মঙ্গলজনক কামত ৰত থাকিবা। এইবোৰ কৰাত যদি তুমি চুলিৰ নিচিনা ক্ষীণ হৈ যোৱা তেতিয়াহে তোমাৰ মনৰ ইচ্ছা পূৰ্ণ হ'ব।

২। সংসাৰৰ আসক্তিয়ে মানুহক পথভ্ৰষ্ট কৰে। যদি তোমাৰ দুটা দিৰহাম থাকে তেন্তে এটি সোঁ হাতত আৰু আনটি বাঁও হাতত ধাৰণ কৰিবা। কাৰণ, যদি দুয়োটা দিৰহাম এখন হাতত থাকে তেন্তে সংসাৰৰ প্ৰতি তোমাৰ আসক্তি বাঢ়িব।

৩। যিয়ে এই পৃথিৱীত আল্লাৰ দৰ্শনৰ পৰা এটি মুহূৰ্ত বিৰত হ'লেই অস্থিৰ হৈ কান্দে আৰু মন চঞ্চল হয় কিয়ামতৰ (শেষ বিচাৰৰ) দিনাও তেওঁৰ সেই অৱস্থা হ'ব।

৪। যিয়ে মনে-প্ৰাণে আল্লাক বন্ধু হিচাপে ধৰি লয় আৰু তেওঁৰ প্ৰেমত মজি থাকে চয়তানে তেওঁৰ একো অনিষ্ট কৰিব নোৱাৰে।

৫। তুমি আল্লাৰ প্ৰেমত এনেদৰে মুগ্ধ আৰু মত্ত হৈ থাকিবা যাতে তেওঁৰ বাহিৰে আন কাৰো লগত বন্ধুতা বা শত্ৰুতা কৰিবলৈ তোমাৰ হৃদয়ত স্থান নাথাকে।

৬। যিয়ে আল্লাক ভাল পায় আল্লায়ো তেওঁক ভাল পায়।

৭। আল্লাৰ প্ৰেমৰ পৰা যাতে তুমি বিচ্ছিন্ন নোহোৱা তাৰ বাবে সদায় অন্তৰত ভয় ৰাখিবা।

৮। পাপীয়ে তৌবাহ কৰিলে (অনুতপ্ত হ'লে) আল্লাই তৌবাহৰ ক্ষমতা দান কৰে। কাৰণ, আল্লাই তৌবাহৰ ক্ষমতা দান নকৰিলে কোনেও তৌবাহ কৰিব (অনুতপ্ত হ'ব) নোৱাৰে।

৯। যিয়ে আল্লাৰ প্ৰেমত ডুবি আছে তেওঁৰ অন্তঃকৰণ সদায় জাগ্ৰত। যাৰ অন্তঃকৰণ জাগ্ৰত তেওঁৰ হাত, ভৰি, চকু, জিভা আৰু লিঙ্গ এই পাঁচটি ইন্দ্ৰিয় সদায় বশ হৈ থাকে। সিহঁতে তেতিয়া মানুহক বিপথে নিব নোৱাৰে।

১০। তুমি অন্তৰেৰে নিজে নিজে তৌবাহ (ক্ষমা প্ৰাৰ্থনা) কৰিবা। আন্তৰিকতা শূন্য হৈ কেৱল মুখেৰে তৌবাহ কৰাটো মিছলীয়াৰ কাম। আনৰ দ্বাৰা তৌবাহ কৰাৰ কোনো প্ৰয়োজন নাই।

১১। ধৈৰ্য্যশীল লোকদাতা হয়। দাতাৰ মৰ্য্যাদা অতি উচ্চ।

১২। মা'ৰেফাতৰ প্ৰকৃত অৰ্থ হ'ল আল্লাৰ পিনে মুখ কৰা। যিয়ে মা'ৰেফাতৰ দুৱাৰত সদায় খুন্দিয়াই থাকে অৱশেষত তেওঁৰ কাৰণে মা'ৰেফাতৰ দুৱাৰ মুকলি হৈ যায়।

১৩। আল্লাৰ প্ৰেম আৰু পাৰ্থিৱ বস্তুবোৰৰ প্ৰেম কেতিয়াও এখন হৃদয়ত থাকিব নোৱাৰে। কাৰণ, পাৰ্থিৱ বস্তুবোৰৰ প্ৰেমে মানুহক আল্লাৰ প্ৰেমৰ পৰা বিৰত ৰাখে।

১৪ যিয়ে দোজোখৰ শাস্তিৰ ভয়ত আৰু বেহেস্তৰ সুখ-শান্তিৰ লোভত নিজৰ প্ৰভুৰ উপাসনা কৰে তেওঁ অতি নীচ আৰু দুৰ্ভগীয়া। কাৰণ, আল্লাই মানুহক এবাদত (উপাসনা) কৰিবলৈ আদেশ দিছে। গতিকে আল্লাৰ প্ৰেমিকৰ কাৰণে বেহেস্ত দোজখ সমান। এবাদত (উপাসনা) কৰাটো মানুহৰ কৰ্তব্য।

১৫। গোটেই জগতখন আল্লাৰ ৰাজ্য। গতিকে কিবা বস্তু বা সহায়ৰ আৱশ্যক হ'লে একমাত্ৰ তেওঁৰ ওচৰতহে মানুহে বিচৰা উচিত। আনৰ ওচৰত সেইবোৰ বিচাৰি মিছাতে সময় নষ্ট কৰাটো বৰ লাজৰ কথা।

১৬। যেতিয়ালৈকে কোনো এজনৰ ধন হালাল (সৎ উপাৰ্জনৰ) নে হাৰাম (অসৎ উপাৰ্জনৰ) তুমি ঠিকভাৱে নাজানা তুমি তাক গ্ৰহণ নকৰিবা।

১৭। আল্লাহ জগতৰ মালিক। গতিকে আল্লাৰ দাস-দাসীসকলে তেওঁৰ ইচ্ছাত সন্তুষ্ট থকা উচিত। তেওঁৰ ইচ্ছাৰ বিৰুদ্ধে চলাটো অন্যায়। গতিকে প্ৰত্যেকজন অন্যায়কাৰীৰ কাৰণে শাস্তিৰ ব্যৱস্থা আছে।

১৮। ধনী-দুখীয়া সকলোৰে জীৱিকা দাতা এজন। তেওঁ ধনী দুখীয়া সকলোৰে অৱস্থা ভালদৰে জানে। গতিকে দুখীয়াসকলে তেওঁলোকৰ দুৰৱস্থাৰ বিষয়ে তেওঁক সোঁৱৰাই দিয়াৰ প্ৰয়োজন নহয়।

১৯। আল্লাই যিভাৱে ৰাখিবলৈ পছন্দ কৰে মানুহে সেইভাৱে থাকিবলৈ পছন্দ কৰা উচিত। আল্লাৰ পছন্দৰ বিৰুদ্ধে মানুহে অসন্তোষ প্ৰকাশ কৰা উচিত নহয়।

২০। হজৰত ইউচুফ (আঃ)-ৰ ৰূপ দেখি মিচৰৰ মহিলাসকলে যিদৰে ফল কটোতে নিজৰ নিজৰ হাতবোৰ কাটি লৈছিল আৰু কষ্ট যন্ত্ৰণা পাহৰি গৈছিল সেইদৰে আল্লাৰ প্ৰেমিক প্ৰেমিকাসকলেও আল্লাৰ ৰূপ দেখি নিজৰ নিজৰ দুখ-কষ্ট পাহৰি যোৱাটো একো আচৰিত নহয়।

## ১০। হজৰত ফোজায়েল বিন্ আয়াজ (ৰঃ)

হজৰত ফোজায়েল বিন্ আয়াজ (ৰঃ) আছিল এজন উল্লেখযোগ্য আওলীয়া। তেওঁ বাগদাদত জন্ম গ্ৰহণ কৰিছিল। তেওঁ জীৱনৰ আৰম্ভণিতে এটা ডকাইতৰ দলৰ চৰ্দাৰ আছিল। সেই ডকাইতৰ দলটোক তেওঁ বন্ধু হিচাবে লৈছিল। ডকাইতসকলে ডকাইতি কৰি যিবোৰ বস্তু পাইছিল সেইবোৰ তেওঁক আনি দিছিল। তাৰে এটি অংশ তেওঁ নিজৰ কাৰণে ৰাখি বাকীবোৰ ডকাইতসকলৰ মাজত ভগাই দিছিল। তেওঁ ডিঙিত দীঘল মালা পিন্ধি ফকীৰৰ বেশত আছিল আৰু সদায় জামাতত নামাজ পঢ়িছিল। তেওঁৰ দলৰ কোনোবা ডকাইতে জামাতত নামাজ নপঢ়িলে তেওঁ তাক দলৰপৰা উলিয়াই দিছিল।

এদিনাখন এটা বণিকৰ দলে মৰুভূমিৰ মাজেদি গৈ থাকোতে এই ডকাইতৰ দলটোৰ শব্দ শুনিবলৈ পালে। তেওঁলোকৰ এজন বণিকৰ লগত বহুত টকা আছিল। তেওঁ সেইবোৰ টকা যাতে ডকাইতৰ দলটোৰ হাতত নপৰে তাৰ বাবে টকাবোৰ থবলৈ ইফালে সিফালে চাওঁতে ওচৰতে এখন তম্বু দেখা পালে। তেওঁ তম্বুখনৰ ওচৰলৈ গৈ দেখিলে যে তাত এজন ফকীৰে হাতত তছবিহ (মালা) লৈ জায়নামাজত (নামাজৰ আসনত) বহি আছে। তেওঁ সেই ফকীৰ-জনক এজন ঈমানদাৰ (বিশ্বাসী) লোক বুলি ভাবি তেওঁৰ ওচৰত টকাবোৰ গচ্ছিত ৰাখিবলৈ খুজিলে। ফকীৰজনে সেই টকাবোৰ তম্বুখনৰ এটি নিৰ্দিষ্ট কোণত থবলৈ বণিকজনক ইংগিত দিলে। বণিকজনে ইঙ্গিত পাই টকাবোৰ তাত থলে আৰু নিশ্চিন্ত মনে নিজৰ দলটোলৈ উভতি গ'ল।

ইপিনে ডকাইতৰ দলটোৱে বণিকসকলৰ লগত একো নাপাই তাৰ পৰা আন ঠাইলৈ গুচি গ'ল। তেতিয়া সেই বণিকজনে তেওঁ গচ্ছিত থোৱা টকাবোৰ আনিবলৈ তম্বুলৈ গ'ল। তেওঁ দেখিলে যে ডকাইতৰ দলটোৱে লুটি অনা মাল-বস্তুবোৰ তম্বুৰ ভিতৰত ভগাই ল'ব ধৰিছে। তাকে দেখি তেওঁ কান্দি কান্দি ফকীৰৰ ওচৰত তেওঁৰ গচ্ছিত থোৱা টকাবোৰ খুজিলে। ফকীৰে ক'লে, "তোমাৰ টকা যি ঠাইত থৈছিলা তাৰপৰা লৈ যোৱা।" ফকীৰে কোৱা অনুযায়ী বণিকজনে সেই ঠাইৰ পৰা টকাবোৰ লৈ নিজৰ দললৈ গ'ল।

ডকাইতৰ দলটোৱে সিহঁতৰ চৰ্দাৰ হজৰত ফোজায়েল বিন্ আয়াজক সুধিলে, "বণিকৰ দলটোৰ লগত একো পোৱা নগ'ল। আপুনি টকাবোৰ সেই বণিকটোক কিয় ঘুৰাই দিলে?", তেওঁ ক'লে, "সেই বণিকটোৱে মোক বিশ্বাস কৰিছিল আৰু মইও আল্লাক বিশ্বাস কৰোঁ। গতিকে মোৰ সেই বিশ্বাস সত্যত পৰিণত কৰিলোঁ। আশা কৰোঁ আল্লাইও দয়া কৰি মোৰ এই বিশ্বাস সত্যত পৰিণত কৰিব।"

ইয়াৰ পিছত আন এদিনাখন সেই ডকাইতৰ দলটোৱে আন এটি বণিকৰ দলক আক্ৰমণ কৰি তেওঁলোকৰ আটাইবোৰ মাল-বস্তু লুটি আনিলে। তেওঁলোকৰ এজন বণিকে ডকাইতৰ দলটোক সুধিলে, "তোমালোকৰ চৰ্দাৰজন ক'ত আছে?" ডকাইতসকলে ক'লে, "তেওঁ নদীৰ পাৰত নফল নামাজ পঢ়ি আছে।" বণিকজনে সুধিলে, "তেওঁ কেতিয়া খোৱা লোৱা কৰে?" ডকাইতসকলে ক'লে যে তেওঁ দিনত ৰোজা ৰাখে আৰু ৰাতি খোৱা লোৱা কৰে।

বণিকসকলে আচৰিত হৈ হজৰত ফোজায়েলৰ ওচৰলৈ আহিল আৰু তেওঁক সুধিলে। "আপোনাৰ ৰোজা আৰু নামাজৰ লগত ডকাইতিৰ কি সম্বন্ধ আছে আমি বুজি পোৱা নাই। আপুনি আমাক কথাটো বুজাই দিয়কচোন।" হজৰত ফোজায়েলে ক'লে, "ৰোজাই মানুহক আত্ম সংযমৰ প্ৰশিক্ষণ দিয়ে আৰু নামাজে মানুহক কুকাম আৰু লজ্জাজনক কামৰপৰা আঁতৰাই ৰাখে। মই ৰোজা আৰু নামাজৰ দ্বাৰাই মোৰ এই কুপ্ৰবৃত্তিবোৰ আঁতৰাবলৈ চেষ্টা কৰি আছোঁ। আশা কৰিছোঁ আল্লাই মোক সুপথ দেখুৱাব।"

তেওঁ বৰ সাহসী আৰু ভদ্ৰ আছিল। কোনোবা পথিকৰ লগত তিৰোতা মানুহ থাকিলে তেওঁ সেই পথিকৰ আনকি ওচৰলৈকে ষোৱা নাছিল। যাৰ লগত অলপ ধন পাইছিল তাক তেওঁ এৰি দিছিল আৰু বিদায়ৰ সময়ত প্ৰত্যেকজন পথিকক পথ খৰচ হিচাবে অলপ অচৰপ টকা পইচা দি বিদায় দিছিল।

জীৱনৰ আৰম্ভণিতে তেওঁ এজনী মহিলাৰ প্ৰেমত আসক্ত হৈছিল আৰু ডকাইতি কৰি যি ধন পাইছিল তেওঁ সেই মহিলাজনীলৈ পঠাইছিল আৰু মাজে সময়ে সেই মহিলাজনীৰ ওচৰলৈ গৈ নিজৰ কুকামৰ কাৰণে কান্দিছিল।

এদিনাখন ৰাতি এটি বণিকৰ দল এটি ৰাস্তাৰে গৈ আছিল। এজন বণিকে কোৰআনৰ এই আয়াতটি (বাক্যটি) পঢ়া তেওঁ

শুনিবলৈ পালে, "এতিয়াও আল্লাৰ স্মৰণৰ দ্বাৰা ঈমানদাৰ-(বিশ্বাসকাৰী) সকলৰ অন্তঃকৰণ বোৱক ভীত আৰু জাগ্ৰত কৰিবলৈ সময় আহি পোৱা নাইনে?" এই আয়াতটি (বাক্যটি) শুনি তেওঁৰ অন্তৰাত্মা কঁপি উঠিল। তেওঁ নিজকে নিজে কবলৈ ধৰিলে, "হে মন! তই আৰু কিমান দিন এইদৰে ডকাইতি কৰি থাকিবি? এতিয়া তোৰ তৌবাহৰ (আল্লাৰ ওচৰত ক্ষমা প্ৰাৰ্থনাৰ) সময় আহিছে। তই পাপৰ সীমা অতিক্ৰম কৰিছি।" এই বুলি কৈ তেওঁ তেতিয়াই তৌবাহ কৰিলে।

ইয়াৰ অলপ পিছতে আকৌ এটি বণিকৰ দল সেই পিনেদি গৈ আছিল। তেওঁলোকে কোৱা-কুই কৰিলে যে সেই ৰাস্তাত ফোজায়েল আছে। গতিকে সেওঁলোকে সেই ৰাস্তাইদি যাব নোৱাৰিব। এইদৰে কোৱা-কুই কৰা শুনি তেওঁ সেই পথিকৰ দলটোক ক'লে, "মই তোমালোকক এটি সুসংবাদ দিওঁ যে ফোজায়েলে তৌবাহ কৰি (অনুতপ্ত হৈ) সুপথ লৈছে। তাৰ জীৱনৰ পৰিবৰ্তন হৈছে। এতিয়া সি তোমালোকৰপৰা পলায়ন কৰিছে।"

তাৰ পিছত তেওঁ কান্দি কান্দি আহি ঘৰ পালে। তেওঁ তেওঁৰ ঘৈণীয়েকক ক'লে, "মই মক্কালৈ যাম। তুমি কি কোৱা?" ঘৈণীয়েকে সন্মতি দিলে আৰু তেওঁৰ লগতে যাবলৈ ওলাল। দুয়োজনে গৈ মক্কা পালে। তাত তেওঁ আওলীয়া আৰু দৰবেশসকলৰ সেৱাত নিযুক্ত হ'ল আৰু ইমাম আবু হানিফা (ৰঃ)ৰ সংশ্ৰৱত থাকি ধৰ্ম জ্ঞান লাভ কৰিলে। ইমাম আবু হানিফা (ৰঃ) ই তেওঁৰ এবাদতত (আল্লাৰ উপাসনাত) সন্তুষ্ট হৈ তেওঁক উপদেষ্টাৰ কামত নিযুক্ত কৰিলে।

তেওঁৰ উপদেশ শুনিবলৈ মক্কাৰপৰা নিতৌ শ শ লোক আহি তেওঁৰ ওচৰত উপস্থিত হৈছিল আৰু তেওঁৰ আত্মীয় স্বজনসকলেও বাগদাদৰপৰা গৈ তেওঁৰ লগত সাক্ষাৎ কৰিছিল।

এদিনাখন ৰাতি খলিফা হাৰুনল ৰছিদে ক'লে, "পৃথিৱীৰ হাই উৰুমিত মোৰ মন অতি ব্যাকুল হৈছে। মোক তোমালোকে এনেকুৱা এজন আওলীয়াৰ ওচৰলৈ লৈ বলা যাৰ দ্বাৰা মোৰ অন্তৰে শান্তি লাভ কৰে।" খলিফাৰ সহচৰসকলে তেওঁক হজৰত ফোজায়েলৰ ওচৰলৈ লৈ গ'ল। খলিফাই হজৰত ফোজায়েলৰ কিছুমান উপদেশ বাণী শুনি কান্দি পেলালে। তাৰ পিছত তেওঁ

হজৰত ফোজায়েলৰ কথাত সন্তুষ্ট হৈ এক হাজাৰ দীনাৰৰ এখনি মোনা তেওঁৰ ভৰিৰ ওচৰত থৈ ক'লে, "আপুনি এইখিনি গ্ৰহণ কৰক।" হজৰত ফোজায়েলে ক'লে, "মই দানৰ উপযোগী নহওঁ। আপুনি এইবোৰ উপযুক্ত পাত্ৰক দান কৰক।" এইবুলি কৈ তেওঁ খলিফাক দীনাৰবোৰ ঘূৰাই দি বিদায় দিলে।

এদিনাখন ৰাতি চুফীয়ান চাত্তৰী নামেৰে এজন লোকে হজৰত ফোজায়েলৰ ওচৰত উপস্থিত হৈ ওৰে ৰাতি ধৰ্ম বিষয়ে আলোচনা কৰি কটালে। অৱশেষত হজৰত ফোজায়েলে ক'লে, 'তুমি ওৰে ৰাতি মোক সন্তুষ্ট কৰিবলৈ আলাপ আলোচনা কৰিলা আৰু মইও তোমাৰ মন সন্তুষ্ট কৰিবলৈ তোমাৰ কথাবোৰৰ উত্তৰ দি ৰাতিটো কটালোঁ। এনেকুৱা আলাপ আলোচনাত ৰত থকা বাবে আমি আল্লাৰ ধ্যানত মগ্ন থাকিব পৰা নাই। গতিকে আমি পৰস্পৰে পৰস্পৰক সন্তুষ্ট কৰিবলৈ গৈ আল্লাৰ সন্তুষ্টি হেৰুৱালোঁ। এনেবোৰ আলাপ আলোচনাতকৈ নিৰ্জনে আল্লাৰ এবাদতত ( উপাসনাত ) মগ্ন থকাটো এশ গুণে ভাল।"

তেওঁ সদায় নিৰ্জনে থাকি আল্লাৰ ধ্যান আৰু উপাসনাত মগ্ন আছিল। যেতিয়া কোনোবাই তেওঁৰ লগত দেখা কৰিবলৈ আৰু কিবা বিষয়ে আলাপ আলোচনা কৰিবলৈ তেওঁৰ কাষ চাপিছিল, তেওঁ তেনেকুৱা লোকক সসম্মানে বিদায় দি কৈছিল, "মানুহৰ লগত অনৰ্থক আলাপ আলোচনা কৰি, মই সময় নষ্ট কৰিব নোৱাৰোঁ। তেনেকুৱা আলাপ আলোচনাতকৈ আল্লাৰ ধ্যান উপাসনাত মগ্ন থকাটো বেছি ভাল।"

তেওঁ ৰাতি নীৰবে আল্লাৰ ধ্যান উপাসনাত থাকি বৰ আনন্দ উপভোগ কৰিছিল। কিন্তু দিনত মানুহ বিলাকে তেওঁৰ ওচৰ চাপি আহি মিছাতে তেওঁক বিৰক্তি দিয়াত তেওঁ বৰ অশান্তি বোধ কৰিছিল। গতিকে তেওঁৰ ওচৰলৈ অহা মানুহবিলাকক তেওঁ সসম্মানে বিদায় দিছিল।

তেওঁৰ মুখত সুদীৰ্ঘ ৩০ বছৰ কোনেও হাঁহি দেখা নাছিল। যিদিনাখন তেওঁৰ পুতেকৰ মৃত্যু হৈছিল মাত্ৰ সেই দিনাহে তেওঁ হাঁহিছিল। মানুহবিলাকে ইয়াৰ কাৰণ সোধাত তেওঁ কৈছিল, "মই বুজিলোঁ যে মোৰ ল'ৰাৰ মৃত্যুত আল্লাহ সন্তুষ্ট। সেই কাৰণেই তেওঁ তাক লৈ গ'ল। গতিকে মইও তেওঁৰ সন্তুষ্টিত অংশ গ্ৰহণ কৰি হাঁহিছোঁ।"

তেওঁ শেষ জীৱনত কৈছিল, "পয়গাম্বৰসকলৰ প্ৰতি মোৰ কোনো হিংসা নাই। কাৰণ, তেওঁলোকও কবৰ, কিয়ামত, দোজখ আৰু পুলচিৰাত দৰ্শন কৰিব আৰু তেওঁলোকৰ প্ৰত্যেকে ভয়তে নাফ্চী নাফ্চী (মোক বচোৱা, মোক বচোৱা) কৰিব। ফেৰেস্তা-(সৰগৰ দেৱতা) সকলৰ প্ৰতিও মোৰ হিংসা নাই। কাৰণ, মানুহতকৈও তেওঁলোকৰ ভয় বেছি। মোৰ হিংসা হয় কেৱল সেইসকলৰ প্ৰতি যিসকলে এই পৃথিৱীত জন্ম গ্ৰহণ কৰা নাই। কাৰণ, তেওঁলোক অতি সুখী।"

তেওঁৰ মৃত্যুৰ সময়ত তেওঁৰ দুজনী ছোৱালী জীৱিত আছিল। তেওঁ মৃত্যুৰ আগ মুহূৰ্তত ঘৈণীয়েকক কৈছিল, "মোৰ মৃত্যুৰ পিছত তুমি ছোৱালী দুজনীক লৈ আবু কোবায়েছ পৰ্বতত আৰোহণ কৰিবা আৰু আকাশৰপিনে মুখ কৰি মই কৈ যোৱা কথাবোৰ আল্লাক কবা।" তেওঁৰ মৃত্যুৰ পিছত তেওঁৰ ঘৈণীয়েকে তাকে কৰিলে। সেই সময়ত ইয়ামেন দেশৰ আমীৰে নিজৰ দুজন পুতেকক লৈ আহি তাত উপস্থিত হ'ল। হজৰত ফোজায়েলৰ ঘৈণীয়েকে তেওঁক সকলোবোৰ জনালে। আমীৰে ক'লে, "মোৰ এই দুজন ল'ৰাৰ লগত আপোনাৰ ছোৱালী দুজনী বিয়া দিব খোজোঁ। আপুনি কি কয়?" ছোৱালী দুজনীৰ মাকে সন্মতি দিলে। আমীৰে তেতিয়াই পাল্‌কী এখন আনি তেওঁলোকক ইয়ামেনলৈ লৈ গ'ল আৰু তাত অতি সমাৰোহেৰে দুয়োজনী ছোৱালীক নিজৰ দুজন পুতেকৰ লগত বিয়া দিলে।

হজৰত ফোজায়েলৰ মৃত্যুত গোটেই পৃথিৱীয়ে শোক প্ৰকাশ কৰিলে।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ—

১। হাজাৰ বছৰ খলিফা হিচাবে আনৰ সেৱা কৰাতকৈ নিজৰ জীৱন আল্লাৰ এবাদতত (উপাসনাত) নিমগ্ন ৰখাটো অধিক শ্ৰেয়।

২। যদি তুমি কিয়ামতৰ (শেষ বিচাৰৰ) দিনা আল্লাৰ শাস্তিৰ পৰা ৰক্ষা পাবলৈ বিচৰা তেন্তে বৃদ্ধ লোকসকলক তোমাৰ পিতৃৰ নিচিনা, যুৱক-যুৱতীসকলক নিজৰ ভাই-ভনীৰ নিচিনা, সৰু ল'ৰা ছোৱালীবিলাকক নিজৰ সন্তানৰ নিচিনা আৰু তিৰোতাসকলক নিজৰ মাতৃৰ নিচিনা ব্যৱহাৰ কৰিবা।

৩। বিপদত ধৈৰ্য্য ধাৰণ কৰাটো হৈছে জ্ঞানৰ মূল বস্তু, জ্ঞান হৈছে বুদ্ধিৰ মূল বস্তু আৰু বুদ্ধি হৈছে ধৰ্মৰ মূল বস্তু।

৪। প্ৰকৃত ধৰ্মীয় উন্নতি অন্বেষণকাৰীসকল আনৰ চকুত হেয় হয়।

৫। যদি পাৰা তুমি এনেকুৱা নিৰ্জন ঠাইত বাস কৰিবা য'ত কোনেও তোমাক দেখা নাপায় আৰু তুমিও কাকো দেখা নোপোৱা। এইটো উত্তম।

৬। যিয়ে নিৰ্জনে থাকিবলৈ ভয় কৰে আৰু আনৰ লগত দেখা সাক্ষাৎ কৰি ভাল পায় তেওঁ শান্তিৰপৰা বহুত দূৰত থাকে।

৭। যিয়ে নিজৰ মঙ্গলজনক কামৰ বিষয়ে কথোপকথন কৰে তেওঁৰ আন আন বাক্যালাপ খুব কম হয়।

৮। যিয়ে কেৱল আল্লাক ভয় কৰে তেওঁৰ বাক শক্তি ৰহিত হয়।

৯। যেতিয়া আল্লাই কাৰোবাক বন্ধু হিচাবে গ্ৰহণ কৰে তেতিয়া তেওঁক বহুত বিপদত পেলাই দিয়ে আৰু যেতিয়া কাৰোবাক শত্ৰু হিচাবে গ্ৰহণ কৰে তেতিয়া তেওঁক পাৰ্থিৱ ধন আৰু সুখ সম্পদ বৃদ্ধি কৰি দিয়ে।

১০। প্ৰত্যেক বস্তুৰ জাকাত (নিৰ্দিষ্ট দান) আছে। জ্ঞানৰ জাকাত হৈছে গভীৰ চিন্তা।

১১। বেহেস্তত কন্দাটো যেনেকুৱা এটি আচৰিত কথা, পৃথিৱীত হঁহাটোও তেনেকুৱা এটি আচৰিত কথা।

১২। যাৰ অন্তৰত খোদাৰ ভয় থাকে তেওঁৰ মুখৰপৰা অনাৱশ্যক কথা বাহিৰ নহয়।

১৩। যিয়ে আল্লাক ভয় কৰে সকলোৱে তেওঁক ভয় কৰে। যিয়ে আল্লাক ভয় নকৰে কোনেও তেওঁক ভয় নকৰে।

১৪। সংসাৰত প্ৰৱেশ কৰাটো সহজ। কিন্তু সংসাৰৰপৰা বাহিৰ হোৱাটো অতি কঠিন।

১৫। পৃথিৱীখন পৰকালৰ কাৰণে এখন আবাদৰ ঠাই। তুমি পৃথিৱীত যিহকে উপাৰ্জন কৰা পৰকালত তুমি তাকেহে পাবা।

১৬। তুমি পৃথিৱীৰ মূল্যবান পোছাক আৰু সুস্বাদু খাদ্যৰ প্ৰতি যদি আসক্ত হোৱা, তেন্তে তুমি বেহেস্তৰ (স্বৰ্গৰ) পোছাক আৰু সুস্বাদু খাদ্যৰপৰা বঞ্চিত হ'বা

১৭। যিয়ে নিজকে সম্মানিত বুলি ভাবে তেওঁ অহঙ্কাৰী। তেওঁ বিনয়ী হ'ব নোৱাৰে।

১৮। আল্লাই যি অৱস্থাতে ৰাখে তাতে সন্তুষ্ট থকাৰ নামেই প্ৰকৃত ত্যাগ।

১৯। পৃথিৱীৰ কাৰো ওচৰত কোনো সাহায্য প্ৰাৰ্থী নোহোৱাটোৱেই প্ৰকৃত বীৰত্ব।

২০। আল্লাৰ বাহিৰে আন কাৰো ওপৰত নিৰ্ভৰ নকৰা আৰু তেওঁৰ বাহিৰে আন কাকো ভয় নকৰাৰ নামেই হৈছে প্ৰকৃত আত্ম নিৰ্ভৰশীলতা।

২১। বেছি খোৱা আৰু বেছি শুৱা স্বভাৱে অন্তঃকৰণ ধ্বংস কৰে।

২২। যিয়ে আল্লাৰ ওপৰত নিৰ্ভৰ কৰে আৰু তেওঁৰ কৰুণা আশা কৰে আল্লাই কেতিয়াও তেওঁক নিৰাশ নকৰে।

## ১১। হজৰত ইব্ৰাহিম আদ্‌হাম (ৰঃ)

হজৰত ইব্ৰাহিম আদহাম (ৰঃ) জীৱনৰ প্ৰথম অৱস্থাত বল্‌খৰ এজন মহা পৰাক্ৰমী বাদচাহ আছিল। তেওঁ যেতিয়া বাহিৰলৈ গৈছিল তেওঁৰ আগে-পিছে 40 জন অশ্বাৰোহী আৰু 40 জন পদাতিক সৈন্য গৈছিল। পিছত তেওঁ বাদচাহী ত্যাগ কৰি আওলীয়া হয়। তেওঁ সৰ্বজনপ্ৰিয়, কঠোৰ সাধক, সত্যবাদী আৰু খোদাভক্ত লোক আছিল। তেওঁ ইমাম আবু হানিফাৰ লগত প্ৰায়েই সাক্ষাৎ কৰিছিল আৰু বহুতো আওলীয়া দৰবেশৰ দৰ্শন লাভ কৰিছিল। তেওঁ সেই যুগৰ জ্ঞানী আৰু বিদ্যান লোকসকলৰ জ্ঞান আৰু বিদ্যাৰ চাবি আছিল।

এদিনাখন গভীৰ ৰাতি তেওঁ ৰাজপ্ৰাসাদৰ সুসজ্জিত পালেঙত শুই আছিল। এনেতে হঠাতে গোটেই অট্টালিকাটোৰ ছালখন কঁপি উঠিল। তেওঁ টোপনিৰপৰা সাৰ পাই দেখিলে যে কাৰোবাৰ ভৰিৰ খোজত ছালখন কঁপিছে। তেওঁ একো বুজিব নোৱাৰি সুধিলে, "তুমি কোন?" উত্তৰ আহিল, "তোমাৰ বন্ধু। মোৰ এটি উট হেৰাইছে। তাক বিচাৰি আহিছো।" তেওঁ আচৰিত হৈ সুধিলে, "অট্টালিকাৰ ওপৰলৈ জানো উট আহিব পাৰে? তুমি বৰ আচৰিত কথা কৈছা।" উত্তৰ আহিল, "তুমি সোণৰ সিংহাসনত বহি আৰু অতি মূল্যবান

ৰাজপোছাকেৰে বিভূষিত হৈ আল্লাক বিচৰাটো জানো তাতোকৈ আচৰিত নহয় ?" এইবুলি কৈয়ে আগন্তুকজন অদৃশ্য হৈ গ'ল।

আগন্তুকজনৰ এই কথাত হজৰত ইব্ৰাহিম আদ্হামৰ মনত চিন্তা আৰু ভয়ৰ সঞ্চাৰ হ'ল আৰু অন্তৰত অশান্তিৰ জুই দপ্ দপাই জ্বলি উঠিল। তেওঁৰ টোপনি নাহিল। নানাৰকম চিন্তাই তেওঁক আকুল কৰিলে। তেওঁ অশান্তিৰ মাজেদি গোটেই ৰাতিটো কটাই দিলে।

পিছদিনাখন তেওঁ আহি ৰাজদৰবাৰত বহিল। এনেতে এজন অতি শক্তিশালী লোক আহি দ্ৰুতবেগে ৰাজদৰবাৰত প্ৰৱেশ কৰিলে। তেওঁক বাধা দিবলৈ কাৰো সাহ নহ'ল। হজৰত ইব্ৰাহিম আদ্হামে সুধিলে, "আপোনাক কি লাগে ?" আগন্তুকজনে ক'লে, "মই অলপ সময়ৰ কাৰণে এই আলহী ঘৰটিত জিৰণি ল'বলৈ আহিছোঁ।" হজৰত ইব্ৰাহিম আদ্হামে ক'লে, "এইটো আলহী ঘৰ নহয়, এইটো মোৰ বাস ভৱন।". আগন্তুকজনে সুধিলে, "আপোনাৰ আগেয়ে এই ঘৰটিত কোন আছিল ?" তেওঁ ক'লে, "মোৰ পিতা আছিল।" আগন্তুকজনে সুধিলে, "আপোনাৰ পিতাকৰ আগেয়ে এই ঘৰটিত কোন আছিল ?" তেওঁ ক'লে, "মোৰ পিতামহ আছিল।" আগন্তুকজনে সুধিলে, "আপোনাৰ পিতামহৰ আগেয়ে এই ঘৰটিত কোন আছিল ?" তেওঁ ক'লে, "মোৰ পিতামহৰ পিতাক আছিল।" আগন্তুকজনে আকৌ সুধিলে যে তেওঁৰ আগেয়ে এই ঘৰটিত কোন আছিল। হজৰত ইব্ৰাহিম আদ্হামে কিছুমান নাম ক'লে। তেতিয়া আগন্তুকজনে ক'লে যে এই ঘৰটিলৈ যেতিয়া এজনৰ পিছত আনজন আহে আৰু যায় তেতিয়া ই আলহী ঘৰ নহৈ আন কি হ'ব পাৰে ? এই বুলি কৈয়ে আগন্তুকজন অতি দ্ৰুত বেগে বাহিৰলৈ ওলাই গ'ল। হজৰত ইব্ৰাহিম আদ্হামে পিছে পিছে দৌৰি আহি বাহিৰত তেওঁক লগ ধৰি সুধিলে, "আপুনি কোন ?" তেওঁ "মই খিজিৰ" বুলি কৈয়ে অদৃশ্য হ'ল। হজৰত ইব্ৰাহিম আদ্হামৰ অন্তৰত দপ্ দপকৈ জুই জ্বলি উঠিল। তেওঁক বহুতো অশান্তিয়ে জুমুৰি ধৰিলে। মনত শান্তি নাইকিয়া হ'ল।

এদিনাখন তেওঁ মনৰ অশান্তি দূৰ কৰিবলৈ চিকাৰলৈ গ'ল। গৈ গৈ তেওঁ এখন বিজন হাবিত প্ৰৱেশ কৰিলে। হঠাতে অদৃশ্যৰ পৰা কোনোবাই যেন তেওঁক ক'লে, "ইব্ৰাহিম! এতিয়াও সময় আছে, তুমি মৃত্যুৰ কাৰণে জাগ্ৰত হোৱা।" কথাটো শুনি তেওঁৰ অন্তৰ-চকু মুকলি হ'ল। তেওঁ হুকহুককৈ কান্দি পেলালে আৰু আল্লাৰ ওচৰত

তৌবাহ (ক্ষমা প্ৰাৰ্থনা) কৰিলে। সংসাৰৰ প্ৰতি তেওঁৰ বিতৃষ্ণা জন্মিল। তেওঁ অলপদূৰ গৈ এটি গৰখীয়া লগ পালে। তেওঁ তাক নিজৰ বাদচাহী পোছাকটো দি তাৰ গৰখীয়াৰ পোছাকটো পিন্ধি ল'লে আৰু আল্লাৰ প্ৰেমত নিজকে বিলাই দি হাবিয়ে-জংগলে ফকিৰৰ বেশত কান্দি ফুৰিবলৈ ধৰিলে।

কেইদিনমান এইদৰে গৈ গৈ তেওঁ নিছাপুৰৰ ওচৰত থকা পৰ্বত এখনিৰ গুহা এটাত আশ্ৰয় ল'লে। তাত তেওঁ ৯ বছৰ আল্লাৰ এবাদতত (উপাসনাত) মগ্ন হৈ থাকিল। তেওঁ প্ৰত্যেক বৃহস্পতিবাৰে খৰিপুৰা গুহাৰপৰা ওলাই আহে, হাবিৰ পৰা খৰি তাৰ বান্ধি আনি বাতিটো গুহাতে আল্লাৰ এবাদত (উপাসনা) কৰি কটাই দিয়ে আৰু পিছদিনা বাতিপুৱা সেইবোৰ খৰি নি নিছাপুৰৰ বজাৰত বিকে। তাৰ পিছত তেওঁ তাত জুম'আৰ নামাজ পঢ়ি সেই খৰি বিকা পইচাৰে কটী কিনে। আধা কটী তেওঁ দুখীয়া নিছলাক দান কৰে আৰু বাকী আধা কটী গুহালৈ আনি অহা বৃহস্পতিবাৰলৈ তাকে খাই এটি সপ্তাহ আল্লাৰ এবাদতত (উপাসনাত) মগ্ন হৈ থাকে।

এইদৰে ৯ বছৰ কাল গুহাটিত আল্লাৰ এবাদত (উপাসনা) কৰাৰ পিছত যেতিয়া তেওঁ গম পালে যে সেই অঞ্চলৰ মানুহবিলাকে তেওঁৰ পৰিচয় পালে তেতিয়া তেওঁ গুহাটি ত্যাগ কৰি মক্কালৈ যাত্ৰা কৰিলে। ৰাস্তাত তেওঁ হজৰত খিজিৰ (আঃ)-ক লগ পাই তেওঁৰ ওচৰত মুৰিদ হ'ল (দীক্ষা ল'লে) আৰু তেওঁৰপৰা মা'ৰেফাতৰ (খোদাতত্ত্ব জ্ঞানৰ) উচ্চ শিক্ষা লাভ কৰিলে। তাৰ পিছত জাতুল আৰা'ক নামেৰে এখন ঠাইত ৭০ জন সংসাৰ ত্যাগী দৰবেশৰ লগত তেওঁৰ সাক্ষাৎ হ'ল। এই দৰবেশসকলৰপৰা কেনেকৈ পানী আৰু এবাদতৰ (আল্লাৰ উপাসনাৰ) দ্বাৰা আল্লাৰ কৰুণা লাভ কৰিব পাৰি আৰু আন আন বহুতো আত্ম সংযমৰ বিষয়ে তেওঁ শিকি ল'লে। অৱশেষত তেওঁ গৈ যেতিয়া মক্কা পালে তাত থকা দৰবেশসকলে তেওঁক অভ্যৰ্থনা জনালে।

তেওঁ মক্কা পাই তাতে বসতি কৰিলে। মক্কাৰ দৰবেশসকল আৰু বহুতো লোক তেওঁৰ ওচৰত মুৰিদ হ'ল (দীক্ষা ল'লে)। তেওঁ মক্কাত থকা কালছোৱাত হাবিত কাঠ কাটি আৰু বজাৰত শাক-পাচলি বিকি জীৱিকা নিৰ্বাহ কৰিছিল। তেওঁ গুহা ত্যাগ কৰাৰ পিছত ছেইখ আবু ছইদ (ৰঃ)-ই যেতিয়া গুহাটি দৰ্শন কৰিবলৈ গৈছিল তেওঁ গুহাটিৰ চাৰিওফালে এনেকুৱা এটি মলমলীয়া সুগন্ধি পাইছিল যে কত্তাৰি বা

আতৰেও তেনেকুৱা সুগন্ধ দান কৰিব নোৱাৰে। এইটো দেখি তেওঁ ৰব
আচৰিত হৈছিল।

তেওঁ বল্‌খ ত্যাগ কৰাৰ সময়ত তেওঁৰ এটি পিয়াহ খাই থকা শিশু
পুত্ৰ এৰি থৈ গৈছিল। এই ল'ৰাটি ডাঙৰ হ'লত তেওঁ মাকক লগত লৈ
মক্কালৈ আহিল আৰু তেওঁৰ লগত সাক্ষাৎ কৰিলে। পত্নী আৰু পুত্ৰ
দুয়োটিকে দেখি তেওঁৰ মন তেওঁলোকৰ প্ৰতি আসক্ত হ'ল। তেওঁ
ল'ৰাটিক বুকুত সাবটি লৈ কান্দিবলৈ ধৰিলে। তৎক্ষণাত অদৃশ্যৰপৰা
এটি শব্দ তেওঁ শুনিবলৈ পালে, "হে ইব্ৰাহিম! তুমি মোৰ বন্ধুত্বৰ দাবি
কৰা। এতিয়া দেখিছোঁ তুমি মোৰ ভাল পোৱাৰ লগত আনকো তোমাৰ
হৃদয়ত স্থান দিছা। তুমি তোমাৰ শিষ্যসকলক দেখোন এইবুলি
উপদেশ দিয়া—তোমালোকে সন্তান আৰু তিৰোতাৰ প্ৰেমত নপৰিবা—
আৰু তুমি দেখোন এতিয়া নিজৰ ল'ৰা আৰু তিৰোতাৰ প্ৰেমত মত্ত।"
হজৰত ইব্ৰাহিম আদ্‌হামে ক'লে, "হে খোদা! যদি ল'ৰাৰ ভাল
পোৱাই তোমাৰ ভাল পোৱাৰ পৰা মোক বঞ্চিত কৰে, তেন্তে হয়তো
তুমি মোৰ প্ৰাণৰ নহ'লে মোৰ ল'ৰা প্ৰাণ গ্ৰহণ কৰা। হে খোদা!
তুমি মোক সহায় কৰা।" এই বুলি কোৱাৰ লগে লগে ল'ৰাটিৰ মৃত্যু
হ'ল আৰু তেওঁৰ পত্নীয়ে কান্দি কান্দি ঘৰলৈ উভতি গ'ল।

এদিনাখন এজন মানুহে এক হাজাৰ দিৰহাম লৈ আহি তেওঁক
ক'লে, "হজুৰ! আপুনি এইখিনি গ্ৰহণ কৰক।" তেওঁ ক'লে, "মই
দুখীয়াৰপৰা কোনো বস্তু গ্ৰহণ নকৰোঁ।" সেই মানুহজনে ক'লে "মই
দুখীয়া নহওঁ, মই ধনী।" তেওঁ সুধিলে, "তোমাৰ যি ধন-সম্পত্তি আছে
তুমি তাতকৈ আৰু বেছি পাবলৈ ইচ্ছা কৰা নেকি?" মানুহজনে 'হয়'
বুলি উত্তৰ দিলে। তেওঁ তেতিয়া ক'লে, "তেনেহ'লে তুমি ধনী নোহোৱা,
তুমি এজন ডাঙৰ ভিক্ষুক। তোমাৰ মুদ্ৰাবোৰ ঘূৰাই লৈ যোৱা।"
তাৰ পিছত হজৰত ইব্ৰাহিম আদ্‌হামে মনত আক্ষেপ কৰি নিজকে
নিজে ক'লে, "হায়, মই দৰিদ্ৰতা অন্বেষণ কৰোঁ আৰু ধন দৌলতে
আহি মোক আগুৰি ধৰে।"

এদিনাখন গৈ থাকোঁতে ৰাস্তাৰ ওপৰত তেওঁ এচটা শিল পৰি থকা
দেখা পালে। ইয়াৰ ওপৰত লিখা আছিল, "ইয়াক উলটাই পঢ়া।"
তেওঁ শিলচটা উলটাই দেখিলে যে ইয়াত এইবুলি লিখা আছে, "যিটো
তুমি জানা তাক কাৰ্য্যত পৰিণত কৰিবা আৰু যিটো তুমি নাজানা
তাক অন্বেষণ কৰিবা।"

তেওঁ পবিত্ৰ কোৰআন মাহত পথাৰৰ পৰা ঘাঁহ কাটি আনি বজাৰত বিক্ৰিছিল আৰু তাৰপৰা তেওঁ যি পাইছিল তাৰে কটী কিনি আনি আধা দুখীয়া আৰু অভাৱগ্ৰস্ত লোকসকলক বিতৰণ কৰি দিছিল আৰু বাকী আধা নিজে খাই ওৰে ৰাতি আল্লাৰ এবাদতত ( উপাসনাত ) মগ্ন আছিল। যেতিয়া মানুহে তেওঁক "আপোনাৰ কিয় টোপনি নহয়" এইবুলি সুধিছিল, তেওঁ কৈছিল, "খোদাৰ প্ৰেমত মন অতি ব্যাকুল, মনত অলপো শান্তি নাই। শান্তিৰ অভাৱত মোৰ টোপনি নাহে।"

তেওঁ ৪০ বছৰ মক্কাত আছিল। সেই সময়ছোৱাত এজন মানুহ তেওঁৰ লগত বহুত দিন আছিল। এদিনাখন সেই মানুহজনে তেওঁৰপৰা বিদায় লৈ যাবলৈ ওলাল। মানুহজনে তেওঁক সুধিলে, "হুজুৰ! এই সুদীঘ কালছোৱাত মোৰ ভিতৰত আপুনি মোৰ যি দোষ ত্ৰুটী দেখিছে মোক খুলি কওক, যাতে মই নিজকে সংশোধন কৰি ল'ব পাৰোঁ।" তেওঁ ক'লে, "মই তোমাক সদায় বন্ধু হিচাবে দেখি আছোঁ। গতিকে তোমাৰ ভিতৰত যদি কিবা দোষ ত্ৰুটী আছে মোৰ নজৰত ( দৃষ্টিত ) পৰা নাই। তুমি আন কাৰোবাক সুধি চাব পাৰা।"

এদিনাখন খলিফা মোতছিম বিল্লাহে তেওঁক সুধিলে, "আপুনি কি কৰি আছে?" তেওঁ ক'লে, "যিসকলে পাৰ্থিৱ ভোগ-বিলাস কামনা কৰে তেওঁলোকৰ কাৰণে মই সেইবোৰ ত্যাগ কৰিছোঁ আৰু যিসকলে পৰকালৰ সুখ-শান্তি কামনা কৰে তেওঁলোকৰ কাৰণে এই পৃথিৱীত আল্লাৰ জিকিৰ ( স্মৰণ ) আৰু পৰকালত খোদাৰ দৰ্শন লাভকে পছন্দ কৰিছোঁ।"

এদিনাখন তেওঁ নদী পাৰ হ'বলৈ বুলি এখন নাওত উঠিছিল। তেওঁৰ মলিন পোছাক আৰু যত্নবিহীন চুলি দেখি নাওৰ আৰোহীসকলে হাঁহিছিল আৰু তেওঁলোকৰ এজনে আহি তেওঁৰ মুৰৰ চুলিত ধৰি টানিছিল আৰু মাৰত ধৰি ধাক্কা দিছিল। এনেতে নদীত ভীষণ ঢৌ উঠিল আৰু নাওখনি নদীত ডুবিবলৈ উপক্ৰম হ'ল। মাজীয়ে ক'লে, "আৰোহীসকলৰ কোনোবা এজনক নদীত পেলাই নিদিলে নাওখনি ডুবি যাব পাৰে।" - তেতিয়া আৰোহীসকলে তেওঁক নদীত পেলাই দিবলৈ সাজু হ'ল। আল্লাৰ হুকুমত ঢৌ থামি গ'ল। আৰোহীসকলৰ ব্যৱহাৰত তেওঁৰ বিপুকেইটাই যি অপমান পাইছিল তাত তেওঁ অতিশয় আনন্দ উপভোগ কৰিছিল। কাৰণ বিপুকেইটাক এইদৰে কষ্টৰ মাজেদি দমন কৰাটো আছিল তেওঁৰ উদ্দেশ্য।

যেতিয়া মানুহে তেওঁক সুধিছিল, "আপুনি কেনেকৈ চলে ?" তেওঁ উত্তৰ দিছিল, "চলিবলৈ মোৰ চাৰিটা বাহন আছে। [১] যেতিয়া আল্লাৰ কোনো এটি নিয়ামত ( দান ) উপস্থিত হয় তেতিয়া মই কৃতজ্ঞতাৰ বাহনত আৰোহণ কৰি আল্লাৰ সন্মুখলৈ আগ বাঢ়োঁ। [২] যেতিয়া আল্লাৰ এবাদত ( উপাসনা ) কৰিবলৈ যাওঁ তেতিয়া মই খাঁটি প্ৰেমৰ বাহনত আৰোহণ কৰি আল্লাৰ সন্মুখীন হওঁ। [৩] যেতিয়া কোনো এটি বিপদ উপস্থিত হয় তেতিয়া মই সহিষ্ণুতাৰ বাহনত আৰোহণ কৰি জীৱনত আগুবাই যাওঁ। [৪] যেতিয়া কোনো এটি পাপ কাম কৰোঁ তেতিয়া মই তৌবাহৰ ( অনুতাপৰ ) বাহনত আৰোহণ কৰি আল্লাৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰোঁ।"

এদিনাখন তেওঁ সাধকসকলৰ এখন মজলিচত ( সভাত ) উপস্থিত হৈ তেওঁলোকৰ ওচৰত বহিবলৈ বিচাৰিলে। সাধকসকলে তেওঁক ক'লে, "আপুনি আমাৰ ওচৰত নবহিব। কাৰণ, আপোনাৰ শৰীৰৰ-পৰা এতিয়াও বাদ্‌চাহীৰ গোন্ধ ওলাই আছে।" তেওঁ কোনো ইতস্ততঃ নকৰি আন ঠাইত বহিল। সাধকসকলে তেওঁৰ এনেকুৱা বিনয়ভাব দেখি আচৰিত হ'ল।

এদিনাখন মানুহবিলাকে তেওঁক সুধিলে, "আমি আল্লাৰ ওচৰত ইমান মোনাজাত ( প্ৰাৰ্থনা ) কৰোঁ, অথচ আল্লাই তাক কবুল ( মঞ্জুৰ ) নকৰে। ইয়াৰ কাৰণ কি ?" তেওঁ ক'লে, "তেনেহ'লে ইয়াৰ কাৰণ শুনা। তোমালোকে আল্লাৰ বিষয়ে জানা, অথচ তেওঁৰ হুকুম পালন নকৰা। তোমালোকে ৰচুলৰ বিষয়ে জানা, অথচ তেওঁৰ আদৰ্শ নোলোৱা। তোমালোকে কোৰ্‌আন শ্বৰীফ পঢ়া, অথচ সেইমতে কাম নকৰা। তোমালোকে আল্লাৰ দানবোৰ ভোগ কৰা অথচ তেওঁৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ নকৰা। তোমালোকে বেহেস্ত ( স্বৰ্গৰ বাগান ) থকা বুলি জানা, অথচ তাক নিবিচাৰা। তোমালোকে দোজখ ( নৰক ) থকা বুলি জানা, অথচ তাৰপৰা পলায়ন নকৰা। তোমালোকে চয়তানক পৰম শত্ৰু বুলি জানা, অথচ তাৰ লগত তোমালোকে বন্ধুতা কৰা। তোমালোকে মৃত্যু আহিব বুলি জানা, অথচ তাৰ বাবে তোমালোকে প্ৰস্তুত নোহোৱা। তোমালোকে পিতৃ-মাতৃ, আত্মীয়-স্বজনক কবৰ দিছা, অথচ তাৰপৰা তোমালোকে শিক্ষা গ্ৰহণ নকৰা। তোমালোকে নিজৰ কুস্বভাৱ, কুপ্ৰবৃত্তি আদি দোষবোৰ ত্যাগ নকৰা, অথচ আনৰ দোষ খুচৰি ফুৰিছা। এতিয়া কোৱাচোন, দিসকলে

ইমানবোৰ পাপত লিপ্ত থাকে তেওঁলোকৰ মোনাজাত (প্ৰাৰ্থনা) কেনেকৈ কবুল (মঞ্জুৰ) হ'ব ?"

এদিনাখন তেওঁ আল্লাৰ ওপৰত নিৰ্ভৰ কৰি হাঁহিবলৈ ওলাই গ'ল। তিনিদিন তেওঁ একো খাবলৈ নোপোৱাত চয়তানে আহি সেই সুযোগতে ক'লে, "বলখৰ বাদচাহী ত্যাগ কৰি এতিয়া তুমি ভোকত মৰিছা। বাদচাহ হৈ থাকিলে তুমি কিমানবোৰ যে সুখাদ্য খাব পাৰিলাহেঁতেন।" এই কথা শুনি তেওঁ আল্লাৰ ওচৰত মোনাজাত (প্ৰাৰ্থনা) কৰি ক'লে, "হে খোদা! তুমি মোক চয়তানৰ পৰা বচোৱা।" অদৃশ্যৰ পৰা এটি শব্দ ভাহি আহিল, "হে ইব্ৰাহিম! তোমাৰ জেপত যি আছে তাক পেলাই দিয়া। যিটো তুমি দেখা নাই সেইটো প্ৰকাশ পাব।" তেতিয়া তেওঁৰ জেপত যি ৰূপৰ মুদ্ৰা আছিল তাক তেওঁ দূৰলৈ দলিয়াই পেলাই দিলে, এইটো দেখি চয়তান তেতিয়াই তাৰপৰা পলাই গ'ল আৰু তেওঁ সেইদিনাৰপৰাই তেওঁৰ কাৰণে অজ্ঞাত ঠাইৰ পৰা আহাৰ আহিবলৈ ধৰিলে।

এবাৰ তেওঁ এখন বাগানৰ চকিদাৰ হিচাবে নিযুক্ত হ'ল। বাগানৰ মালিকে কেইটামান মিঠা আনাৰস আনিবলৈ হুকুম দিলত তেওঁ কেইটামান আনাৰস আনি মালিকক দিলে। মালিকে আনাৰস খাই ক'লে, "এইবোৰ বৰ টেঙা। তুমি ইমান দিন বাগানত কাম কৰিলা আৰু আনাৰস খালা, তথাপি তুমি টেঙা আৰু মিঠা আনাৰস চিনি নাপালানে ?" তেওঁ ক'লে, আপুনি মোক বাগানৰ ৰক্ষক হিচাবে নিযুক্ত কৰিছে, ইয়াৰ ফল খাবলৈ নহয়।" মালিকে ক'লে, "তোমাৰ ভিতৰত মই কি পবিত্ৰতা দেখিলোঁ তাতে তোমাক হজৰত ইব্ৰাহিম আদহাম বুলি অনুমান হয়।" এই কথা শুনি তেওঁ বাগানৰ চাকৰি এৰি দি আন ঠাইলৈ গুচি গ'ল।

এদিনাখন তেওঁ এজন মদপীৰ ওচৰেদি গৈ থাকোতে দেখিলে যে মাটি লাগি তাৰ মুখখনি কুচ্ছিত হৈছে। মদপীজনৰ এই অৱস্থা দেখি তেওঁ পানী আনি তাৰ মুখখনি ধুই দিলে আৰু ক'লে, "যি মুখেৰে আল্লাৰ নাম জপিব লাগে সেই মুখক মাটি লগাই তুমি কিয় কুচ্ছিত কৰি ৰাখিছা ?" এই বুলি কৈ তেওঁ তাৰপৰা গুচি গ'ল। মদপীজনৰ যেতিয়া হুচ হ'ল মানুহবিলাকে তাক ক'লে, "হজৰত ইব্ৰাহিম আদহামে তোমাৰ মুখখন ধুই দি তেওঁ তোমাক এইদৰে কৈ গৈছে।" মদপীজনে তেতিয়াই কৈ উঠিল, "মই আজিৰে তৌবাহ কৰিলোঁ

( অনুতপ্ত হ'লোঁ )， মই আৰু আজিৰপৰা কেতিয়াও মদ নাখাম।" সেই ৰাতি হজৰত ইব্ৰাহিম আদ্‌হামে সপোনত দেখিলে যে আল্লাই তেওঁক কৈছে, "হে ইব্ৰাহিম! তুমি মোৰ সন্তুষ্টিৰ কাৰণে মদপীজনৰ মুখখন ধুই দিছিলা, তাৰ ফলস্বৰূপে মই তোমাৰ অন্তৰখনি ধুই দিলোঁ।"

এদিনাখন তেওঁ এখন পাহাৰৰ ওপৰত বহি এজন দৰবেশৰ লগত কথা পাতি আছিল। এনেতে সেই দৰবেশজনে তেওঁক সুধিলে যে মানুহ পূৰ্ণ কামেল হোৱাৰ পৰিচয় কি। তেওঁ ক'লে, "যদি তেওঁ পাহাৰক "চল" বুলি কয় তেতিয়াই ই চলিবলৈ ধৰে।" আচৰিত বিষয় যে এই বুলি কোৱাৰ লগে লগে পাহাৰখনি চলিবলৈ আৰম্ভ কৰিলে। তেওঁ ক'লে, "হে পাহাৰ! মই দেখোন তোমাক চলিবলৈ আদেশ দিয়া নাই। মই কেৱল উদাহৰণ স্বৰূপেহে কৈছিলোঁ।" এই বুলি কোৱাৰ লগে লগে পাহাৰখনি বৈ গ'ল।

এদিনাখন নদী এখন পাৰ হ'বলৈ বুলি তেওঁ নাও এখনত উঠিল। মাজীয়ে মজুৰী বাবদ এটি দীনাৰ বিচাৰিলে। তেতিয়া তেওঁৰ হাতত এটি মুদ্ৰাও নাছিল। তেওঁ নদীৰ পাৰত দুৰাকাত নামাজ পঢ়িলে আৰু আল্লাৰ ওচৰত দোৱা ( প্ৰাৰ্থনা ) কৰিলে। তৎক্ষণাৎ নদীৰ পাৰৰ বালিখিনি সোণ হৈ গ'ল। তেওঁ তাৰপৰা এমুঠি লৈ মাজীক দিলে। মাজীয়ে আনন্দিত হৈ তেওঁক নদী পাৰ কৰি দিলে।

এদিনাখন তেওঁ কেইজনমান দৰবেশৰ লগত গৈ থাকোতে এটি নিজৰাৰ ওচৰ পালে। তাতে তেওঁলোকে ৰাতিটো কটাব বুলি স্থিৰ কৰিলে। দৰবেশসকলে মাংস খাবলৈ ইচ্ছা কৰাত তেওঁ নামাজ পঢ়ি দোৱা ( প্ৰাৰ্থনা ) কৰিলে। অলপ পিছতে দেখিলে যে এটি বাঘে এটি হৰিণ খেদি আনিছে। তেওঁলোকে হৰিণটোক ধৰি জবেহ কৰিলে আৰু তাৰ মাংস খাই তৃপ্তি পলুৱালে।

তেওঁ লোকসমাজৰপৰা আঁতৰি গৈ নিৰ্জন ঠাইত আত্ম গোপন কৰি আছিল। সেই কাৰণে তেওঁৰ কবৰ ক'ত আছে সেই বিষয়ে সঠিককৈ কোনেও কব নোৱাৰে। কিছুমানে কয়, তেওঁৰ কবৰ বাগ-দাদত, কিছুমানে কয় তেওঁৰ কবৰ শ্যাম দেশত, কিছুমানে কয় তেওঁৰ কবৰ হজৰত লুত ( আঃ )-ৰ কবৰৰ ওচৰত আছে।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল :—

১। ৰাজ্যৰ তুলনাত দৰবেশীৰ মূল্য অনেক গুণে বেছি।

২। যিবোৰ কাম ৰিপুৰ বশৱৰ্তী সেইবোৰ সত্য নহয়।

৩। সৰলতা আৰু সৰল মনৰ দ্বাৰা খোদাক পোৱা যায়।

৪। তিনিটা অৱস্থাত যাৰ মন খোদাৰ পিনে উপস্থিত নাথাকে তেওঁৰ কাৰণে সত্যৰ দুৱাৰ বন্ধ—(১) কোৰআন শৰীফ পঢ়াৰ সময়ত (২) নামাজ পঢ়াৰ সময়ত (৩) জিকিৰ [ ধ্যানৰ ] সময়ত।

৫। জ্ঞানী লোকসকলৰ চিহ্ন এই যে তেওঁলোকে প্ৰত্যেক বস্তুৰপৰা উপদেশ গ্ৰহণ কৰে. আল্লাৰ এবাদত হে [ উপাসনাহে ] তেওঁলোকৰ প্ৰকৃত কৰ্ম আৰু সদায় আল্লাৰ শক্তি আৰু সৃষ্টিৰ বিষয়ে তেওঁলোকে চিন্তা আৰু গৱেষণা কৰে।

৬। সাধকৰ মনৰপৰা তিনিটা পৰ্দা উঠি গলেই সত্যৰ দুৱাৰ মুকলি হয় অৰ্থাৎ খোদাৰ নৈকট্য লাভ হয়—[১] পাৰ্থিৱ বস্তুবোৰত আসক্ত নহৈ সদায় আল্লাৰ এবাদতত ( উপাসনাত ) ৰত থকা, (২) পাৰ্থিৱ ধন সম্পদ, বাদচাহী আদি কাঢ়ি ললেও তাৰ বাবে চিন্তিত বা দুঃখিত নোহোৱা, (৩) প্ৰশংসা আৰু দানৰ প্ৰতি আসক্ত নোহোৱা। কাৰণ সেইবোৰৰ প্ৰলোভনত মানুহ লাঞ্ছিত হয়।

৭। যদি তুমি খোদাপ্ৰেমিক হ'বলৈ বিচৰা তেন্তে শৰীয়ত (ইছলামী সংবিধান ) বিৰোধী কামবোৰ ত্যাগ কৰিবা, আল্লাৰ বাহিৰে আন বস্তুক তোমাৰ মনত স্থান নিদিবা আৰু আল্লাৰ ওচৰত নিজকে বিলীন কৰি দিবা ; হালাল ( বিধেয় ) বস্তু খাবা আৰু ৰাতি তাহাজ্জুদ নামাজ পঢ়িবা। হালাল খাদ্যৰ বাহিৰে কেৱল নামাজ, ৰোজা, হজ্জ. জাকাত, জিহাদ, আদিৰ দ্বাৰা কোনেও সাধক হ'ব নোৱাৰে।"

৮। এবাদত ( আল্লাৰ উপসনা ) হালাল ( বিধেয় ) আহাৰৰ ওপৰত নিৰ্ভৰ কৰে।

৯। যেতিয়ালৈকে তুমি নিজৰ পত্নীক বিধবা স্ত্ৰী বুলি গণ্য নকৰিবা ; সন্তানক এতীম ( পিতৃ হীন ) বুলি নাভাবিবা আৰু ৰাতি কবৰত শুবাৰ দৰে ভাবি নুশুৱা তেতিয়ালৈকে তুমি প্ৰকৃত সাধকৰ শ্ৰেণী ভুক্ত হ'ব নোৱাৰিবা।

১০। আল্লাই যিবোৰ ভাল পায় মানুহে যেতিয়া সেইবোৰ ভাল নাপায় আৰু মানুহে যেতিয়া অস্থায়ী বস্তুবোৰত মজি থাকি স্থায়ী বস্তুবোৰ বাদ দিয়ে তেতিয়া আল্লাৰ পক্ষৰপৰা মানুহৰ মনৰ ওপৰত এখনি পৰ্দা পৰে।

১১। তোমালোকে আন সকলোবোৰ ত্যাগ কৰি একমাত্ৰ আল্লাকহে বন্ধু বুলি ভাবিবা।

১২। তোমালোকে বন্ধুক মুক্ত কৰিবা আৰু মুক্তক বন্ধ কৰিবা অৰ্থাৎ বন্ধ হৈ থকা মুদ্ৰাবোৰ দুখীয়া নিছলাক দান কৰিবা আৰু নিজৰ জিভাক অযথা কথাৰপৰা বন্ধ কৰিবা।

১৩। আল্লাহ সকলোৰে জীৱিকা দাতা। তেওঁৰ জীৱিকা খাই তেওঁৰ অবাধ্য হোৱাটো বৰ লাজৰ কথা। গতিকে যেতিয়া তোমালোকে কিবা এটা পাপ কৰা তোমালোকে আল্লাৰ জীৱিকা নাখাবা।

১৪। আল্লাৰ ৰাজ্যত থাকি আল্লাৰ বিৰুদ্ধাচৰণ কৰাটো মানুহৰ পক্ষে মুঠেই উচিত নহয়। গতিকে যেতিয়া তুমি কিবা এটা পাপ কৰিবলৈ ইচ্ছা কৰা তুমি আল্লাৰ ৰাজ্যৰপৰা বাহিৰলৈ ওলাই গৈ কৰিবা।

১৫। মৃত্যু চিৰ সত্য। ই কাৰ ওপৰত কেতিয়া আহে কোনেও কব নোৱাৰে। গতিকে মৃত্যু অহাৰ আগেয়ে তুমি আল্লাৰ ওচৰত তৌবাহ কৰিবা অৰ্থাৎ অনুতপ্ত হৈ ক্ষমা প্ৰাৰ্থনা কৰিবা।

## ১২। হজৰত বিছ্ৰে হাফী (ৰঃ)

হজৰত বিছ্ৰে হাফী (ৰঃ) মাৰ্ভ নগৰত জন্ম গ্ৰহণ কৰিছিল। পিছত তেওঁ তাৰ পৰা আহি বাগদাদ শ্বৰীফৰ অধিবাসী হয়।

জীৱনৰ আৰম্ভণীতে তেওঁ এজন মদপী আৰু অসৎ চৰিত্ৰৰ লোক আছিল। এদিন তেওঁ মতলীয়া অৱস্থাত গৈ থাকোতে ৰাস্তাত এটুকুৰা কাগজ পৰি থকা দেখা পালে। সেই কাগজ টুকুৰাত "বিছ্মিল্লাহিৰ্ ৰহ্মানিৰ্ ৰাহিম্" এই মহান কথাষাৰ লিখা আছিল। তেওঁ সেই কাগজৰ টুকুৰাটো তাৰপৰা উঠাই আনি ধুলে আৰু তাত কিছু আতৰ লগাই এখন ওখ ঠাইত সসন্মানে থলে।

সেই ৰাতিয়েই এজন স্থানীয় দৰবেশক আল্লাই সপোনত ক'লে, "যোৱা, তুমি বিছ্ৰেক কোৱা যে তেওঁ মোৰ নামটোক যিদৰে সন্মানেৰে সৈতে উচ্চ স্থানত থৈছে মইও তেওঁৰ মনটোক সেইদৰে পবিত্ৰ কৰি আৰু তাত পুণ্যৰ সুগন্ধ লগাই তেওঁৰ সন্মানক উচ্চ স্থান্ দিম।" দৰবেশজনে এই একেটা সপোনকে ৰাতি তিনিবাৰ দেখিলে।

ৰাতিপুৱা দৰবেশজন বিছ্ৰেৰ ঘৰলৈ গ'ল। তেওঁ দেখিলে যে বিছ্ৰে মদ খাই বেহুঁচ অৱস্থাত পৰি আছে। দৰবেশে ক'লে, "মই আল্লাৰপৰা তোমালৈ এটি খবৰ্ আনিছোঁ। তুমি উঠা।" এইটো

শুনি বিছ্‌ৰে কান্দি পেলালে আৰু ক'লে, "হায়, আল্লাইহে জানে এইটো শান্তিৰ খবৰ নে তিৰস্কাৰৰ খবৰ।" বিছ্‌ৰে বাহিৰলৈ ওলাই অহাত দৰবেশে তেওঁক সপোনৰ কথা ক'লে। বিছ্‌ৰে তেতিয়াই তৌবাহ কৰিলে ( অনুতপ্ত হ'ল ) আৰু তেওঁ বন্ধুসকলৰপৰা বিদায় লৈ শপত খালে যে তেওঁ আৰু এনেকুৱা কাম কেতিয়াও নকৰিব।

তাৰ পিছত তেওঁ আল্লাৰ প্ৰেমত এনেকুৱা ভাবে মগ্ন হ'ল যে তেওঁ কেতিয়াও ভৰিত জোতা নিপিন্ধিলে। সেইকাৰণে তেওঁ হাফী ( খালী ভৰি ) উপাধি লাভ কৰে। যেতিয়া মানুহে তেওঁক জোতা ব্যৱহাৰ নকৰাৰ কাৰণ সুধিছিল; তেওঁ কৈছিল যে আল্লাই কোৰ্‌আনত কৈছে, "মই পৃথিৱীক তোমালোকৰ কাৰণে বিছনা কৰি দিছোঁ।" আল্লাহ হৈছে বাদচাহৰ ওপৰত বাদচাহ। গতিকে আল্লাৰ বিছনাত জোতা পিন্ধাটো বেআদী ( অভদ্ৰামৰী ) বুলি বিছ্‌ৰে ভাবিছিল।

তেওঁ আল্লাৰ এবাদতত ( উপসনাত ) এনেদৰে মগ্ন হৈছিল যে তেওঁ নিজৰ সেই এবাদতৰ দ্বাৰা বহুতো দৰবেশৰ ওপৰত স্থান পাইছিল। তিওঁ নিজৰ মোমায়েক হজৰত আলী হাছ্‌ৰামৰ ওচৰত মুৰীদ হৈছিল ( দীক্ষা লৈছিল ) আৰু তেওঁৰপৰা মা'ৰেফাতৰ ( খোদা তত্ত্ব জ্ঞানৰ ) সকলোবোৰ শিক্ষা লাভ কৰিছিল।

ইমাম আহমদ ইবনে হাম্বল প্ৰায়েই হজৰত বিছ্‌ৰে হাফীৰ ওচৰলৈ গৈছিল আৰু আ'ল্লাৰ বিষয়ে তেওঁক সুধিছিল। যেতিয়া মানুহে ইমাম চাহাবক সুধিছিল, "আপুনি কোৰ্‌আন, হাদিছ, ফেকাহ শাস্ত্ৰ আদিত সুপণ্ডিত। আপুনি প্ৰায় এজন পাগলৰ ওচৰলৈ যায় কিয়?" তেওঁ কৈছিল, "মোতকৈ হজৰত বিছ্‌ৰে হাফীয়ে আল্লাৰ বিষয়ে বেছি জানে।"

এদিনাখন শীত কালত এজন দৰবেশে তেওঁৰ লগত সাক্ষাৎ কৰিবলৈ গৈ দেখিলে যে খালী শৰীৰে থাকি তেওঁ জাৰত কঁপিছে। ইয়াৰ কাৰণ সোধাত তেওঁ ক'লে যে দুখীয়া লোকসকলৰ দুখ অনুভৱ কৰিবলৈ তেওঁ খালী শৰীৰে আছে। তেওঁ ক'লে, "মোৰ ধন নাই যে মই তেওঁলোকক কাপোৰ দি জাৰৰপৰা ৰক্ষা কৰিম। গতিকে মোৰ শৰীৰৰ দ্বাৰাই তেওঁলোকৰ প্ৰতি সহানুভূতি প্ৰকাশ কৰিবলৈ মই মনস্থ কৰিছোঁ।"

আহমদ্ ইব্‌নে ইব্ৰাহিমে কয় যে এদিনাখন তেওঁ হজৰত বিছ্‌ৰে হাফীক দেখিলে যে তেওঁ টাইগ্ৰীচ নদীৰ পানীৰ ওপৰত জায়নামাজ

—৪

( নামাজৰ আসন ) এখন পাৰি লৈ হজৰত মা'ৰাফৰ লগত গোটেই ৰাতি গোপনীয় বিষয়ে আলোচনা কৰি আছে। ৰাতিপুৱা যেতিয়া আহমদ্ ইবনে ইব্রাহিম ঘৰলৈ যাবলৈ ওলাল হজৰত বিছৰে হাফীয়ে তেওঁৰ ভৰি দুখনিত ধৰি ক'লে, "আপুনি মোৰ জীৱিত কালত এই গোপনীয় বিষয়টি কাৰো ওচৰত প্ৰকাশ নকৰিব।" সেই কাৰণে আহমদ্ ইব্নে ইব্রাহিমে হজৰত বিছৰে হাফীৰ জীৱিত কালত এইটো প্ৰকাশ কৰা নাছিল।

এদিনাখন এজন মানুহে হজৰত বিছ্ৰে হাফীক সুধিলে, "আপুনি আনৰপৰা দেখোন কোনো বস্তু গ্ৰহণ নকৰে। ইয়াৰ কাৰণ কি? আপুনি দেখোন সেইবোৰ লৈ আন দুখীয়া নিছলাক দান কৰিব পাৰে।" উত্তৰ দি তেওঁ ক'লে, "আওলীয়া তিনি শ্ৰেণীৰ আছে—প্ৰথম শ্ৰেণীৰ আওলীয়াই কাৰোপৰা একো বস্তু গ্ৰহণ নকৰে। তেওঁলোকে আল্লাৰ ওচৰত যিহকে বিচাৰে তাকে পায়। তেওঁলোকে মানুহৰ সংশ্ৰৱৰপৰা পলাই থাকে। দ্বিতীয় শ্ৰেণীৰ আওলীয়াই কাৰোপৰা কোনো বস্তু নিবিচাৰে। অৱশ্যে যদি কোনোবাই কিবা বস্তু স্বইচ্ছাই দান কৰে তেন্তে তেওঁলোকে তাক গ্ৰহণ কৰে। তৃতীয় শ্ৰেণীৰ আওলীয়াই নিজে উপাৰ্জন কৰি সেইবোৰ ভাল কামত খৰচ কৰে আৰু নিজৰ ৰিপুবোৰক দমন কৰি সেইবোৰৰ বিপৰীতে কাম কৰে।" মানুহজনে তেওঁৰ উত্তৰ শুনি বৰ সুখ পালে।

এদিনাখন তেওঁ এখন কবৰস্থানৰ ওচৰেদি গৈ থাকোঁতে দেখিলে যে কবৰবাসীবিলাকে বহি কিবা বস্তু বিতৰণ কৰি আছে। তেওঁ কবৰবাসীসকলৰ ওচৰলৈ গৈ সোধাত তেওঁলোকে ক'লে, "এসপ্তাহ আগেয়ে এজন দৰবেশ এই কবৰস্থানখনিৰ ওচৰেদি গৈছিল। তেওঁ তিনিবাৰ "কুলহু আল্লাহ আহাদ" ছুৰাটি পঢ়ি তাৰ চোৱাব ( পুণ্য ) আমাক দান কৰিছিল। তেতিয়াৰেপৰা আমি সেইবোৰ চোৱাব ( পুণ্য ) বিতৰণত ব্যস্ত আছোঁ। এতিয়ালৈ আমি শেষ কৰিব পৰা নাই।"

এদিনাখন তেওঁ হজৰত মোহাম্মদ ( ছঃ ) ক সপোনত দেখি সুধিলে, "হে আল্লাৰ ৰছুল! আপুনি মোক এটি উপদেশ দিয়ক।" হজৰত মোহাম্মদ ( ছঃ ) এ ক'লে, "ধনীয়ে দুখীয়াক দয়া কৰাটো এটা ভাল কাম সঁচা; কিন্তু পৰম কৰুণাময়, পৰম দয়ালু আল্লাৰ ওপৰত নিৰ্ভৰ কৰি দুখীয়াই ধনীক অৱহেলা কৰাটো বেছি ভাল।"

তেওঁ মৃত্যু শয্যাত পৰি থাকোঁতে এটা বৰ দুখীয়া মানুহে তাৰ দুৰাৱস্থাৰ কথা তেওঁক জনালে। তেওঁ পিন্ধি থকা পোছাকটো আৰু তেতিয়াই দান কৰি নিজে এখন সাধাৰণ কাপোৰ পিন্ধি ললে আৰু সেই অৱস্থাত তেওঁৰ মৃত্যু হ'ল।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল :—

১। তোমালোকে নিজৰ অৱস্থা সদায় গোপন ৰাখিবা আৰু আল্লাৰ বাহিৰে আনৰ আগত প্ৰকাশ নকৰিবা।

২। তোমালোকে দৰিদ্ৰতা অবলম্বন কৰি ধৈৰ্য্যৰে জীৱন যাপন কৰিবা।

৩। তোমালোকৰ ৰিপুবোৰ তোমালোকৰ পৰম শত্ৰু। গতিকে সেইবোৰৰ বিপৰীতে তোমালোকে কাম কৰিবা।

৪। নিজৰ ঘৰখনক কবৰতকৈ বেছি নিৰ্জন বুলি ধৰি লবা।

৫। অন্যায় ভাবে উপাৰ্জন কৰা ধন যেতিয়ালৈকে অন্যায়ভাবে খৰচ নহয় তেতিয়ালৈকে মানুহে ধৈৰ্য্য ধৰি থাকিব নোৱাৰে।

৬। তোমালোকে সৎ পথত প্ৰচুৰ পৰিমাণে খৰচ কৰিবা, কিয়নো পানী যিমানে বয় সিমানে ই পৰিষ্কাৰ হৈ থাকে। যেতিয়া পানী বন্ধ হৈ যায় তেতিয়া তাৰ স্বাভাৱিক অৱস্থা পৰিৱৰ্তন হয়।

৭। যিয়ে আনৰ প্ৰিয় পাত্ৰ হবলৈ বিচাৰে তেওঁ যেন তিনিটা বিষয়ৰপৰা আঁতৰি থাকে :—(১) কাৰো ওচৰত দয়া প্ৰাৰ্থী নোহোৱা, (২) কাকো বেয়া বুলি নোকোৱা আৰু (৩) বিনা নিমন্ত্ৰণে কাৰো অতিথি নোহোৱা।

৮। আনৰ ওচৰত পৰিচিত হ'বলৈ ভাল পোৱাটোৱে সংসাৰৰ প্ৰতি আসক্তিৰ মূল কাৰণ হৈ পৰে। গতিকে যিয়ে সমাজত বিখ্যাত হ'বলৈ বাসনা কৰে তেওঁ পৰকালৰ সোঁৱাদ নাপাব।

৯। যেতিয়ালৈকে তোমাৰ আৰু তোমাৰ ৰিপুৰ মাজত এখন দেৱাল নিদিয়া তেতিয়ালৈকে তুমি কেতিয়াও এবাদতৰ (আল্লাৰ উপাসনাৰ) আৰু সন্তুষ্টিৰ মজা নাপাবা।

১০। তিনিটা কাম কৰা বৰ টান—(১) অভাৱৰ সময়ত দান কৰা (২) যাক ভয় কৰা তাৰ আগত সঁচা কথা কোৱা (৩) নিৰ্জন ঠাইত খোদা-ভক্ত হোৱা।

১১। সন্দেহজনক বস্তুৰপৰা আত্ম ৰক্ষা কৰাটো আৰু প্ৰত্যেক মুহূৰ্ততে জীৱনৰ কামবোৰৰ হিচাপ লোৱাটোৰ নামেই হৈছে প্ৰকৃত ধাৰ্মিকতা।

১২। এবাদত ( আল্লাৰ উপাসনা ) এটি এনেকুৱা বস্তু যে কেৱল শূন্য হৃদয়তহে ইয়াৰ স্থান হয়। যেতিয়া ই কোনো এখন হৃদয়ত স্থিতি হয় তেতিয়া আনবোৰ বস্তুই তাৰ পৰা পলাই ফাট মাৰে।

১৩। আল্লাৰ প্ৰকৃত বান্দা ( দাস )-সকলক যিবোৰ দান কৰা হৈছে সেইবোৰৰ ভিতৰত মা'ৰেফাৰ্ত ( খোদাতত্ত্ব জ্ঞান ) আৰু ধৈৰ্য্য ধাৰণ হৈছে উৎকৃষ্ট দান।

১৪। যিয়ে আল্লাৰ বাহিৰে আনক নাজানে, কাকো চিনি নাপায় আৰু আল্লাৰ সন্তোষ প্ৰাৰ্থীলোকৰ বাহিৰে যাক আনে সম্মান নকৰে তেৱেঁই খোদাতত্ত্বজ্ঞানী। এই খোদাতত্ত্বজ্ঞানী লোকসকল হৈছে আল্লাৰ প্ৰকৃত বান্দা ( দাস )।

১৫। কৃপণক দেখিলে হৃদয় কঠিন হয়।

১৬। যেতিয়ালৈকে তোমাৰ শত্ৰু তোমাৰপৰা অভয় নাপাব তেতিয়ালৈকে তুমি পূৰ্ণতা লাভ কৰিব নোৱাৰিবা।

১৭। আল্লাৰ উপাসনা কৰিবলৈ যদি তোমাৰ ক্ষমতা নাথাকে তেন্তে অন্ততঃ তেওঁৰ ওচৰত তুৰ্মি কোনো পাপ নকৰিবা।

১৮। যদি তুমি আল্লাৰ ওপৰত নিৰ্ভৰ কৰা তেন্তে তেওঁ যি কৰে তাতে তুমি সন্তুষ্ট থাকিবা।

## ১৩। হজৰত জুননুন মিছৰী ( ৰঃ )

হজৰত জুননুন মিছৰী ( ৰঃ ) মিছৰত জন্ম গ্ৰহণ কৰিছিল। তেওঁ এজন মা'ৰেফাতৰ ( তত্ত্বজ্ঞানৰ ) সুক্ষ্মদৰ্শী বাদচাহ আৰু অলৌকিক সম্পন্ন লোক আছিল। তেওঁ এনেদৰে আত্ম গোপন কৰি চলিছিল যে মিছৰৰ বহুতো লোকে তেওঁক চিনিব নোৱাৰি তেওঁক কাফেৰ ( নাস্তিক ) বুলি কৈছিল। তেওঁ আছিল দুখীয়াৰ বন্ধু আৰু বিপদত পৰা লোকসকলৰ পথ প্ৰদৰ্শক। তথাপি মানুহবিলাক তেওঁৰ বিৰোধী আছিল।

তেওঁৰ আচল নাম আছিল আবুল ফয়েজ। এদিনাখন তেওঁ সাগৰত ভ্ৰমণ কৰিবলৈ ইচ্ছা কৰি এখন নাওত উঠিল। সেই নাওখনিত আনেক লোক আছিল। ঘটনাক্ৰমে এজন সদাগৰৰ এটি মুক্তা সেই নাওখনিৰপৰা হেৰাই গ'ল। নাওৰ আৰোহী সকলে তেওঁক চোৰ বুলি সন্দেহ কৰি বহুত মাৰ-পিট কৰিলে। তেওঁ নিৰুপায় হৈ আল্লাৰ ওচৰত হাত উঠাই ক'লে, "হে আল্লাহ! তুমিহে জানা!" এইটো কোৱাৰ লগে লগে সাগৰৰ মাছবোৰে এটি এটিকৈ মুক্তা মুখত লৈ আহি নাওখনি আগুৰি ধৰিলে। তেওঁ তাৰে এটি মুক্তা লৈ সদাগৰক দিলে। নাওৰ আৰোহীসকলে অবাক হৈ তেওঁৰ ভৰিত ধৰি ক্ষমা খুজিলে। তেওঁ সকলোকে ক্ষমা কৰিলে। তেতিয়াৰেপৰা তেওঁ জুন্নুন (অৰ্থাৎ মাছৰ মালিক) নামেৰে জনাজাত।

তেওঁ কেনেকৈ সংসাৰ ত্যাগী আওলীয়া হ'ল এই বিষয়ে তলত দিয়া বিষয় কেইটি উল্লেখযোগ্য :

এদিনাখন তেওঁ দেখিলে যে এজন দৰবেশে গছৰ ডাল এটাত ওলমি অনাহাৰে থাকি তেওঁৰ নিজৰ শৰীৰটোক শাস্তি দিছে। ইয়াৰ কাৰণ সোধাত সেই দৰবেশজনে ক'লে, "মোৰ এই শৰীৰটোৱে আল্লাৰ এবাদত (উপাসনা) কৰিবলৈ সহায় নকৰে, বৰং ই কেৱল মানুহক সহায় কৰিবলৈহে ভাল পায়। গতিকে মই ইয়াক শাস্তি দিছোঁ।"

তাৰ পিছত তেওঁ এখন পাহাৰৰ ওপৰলৈ গৈ দেখিলে যে এজন দৰবেশে এটি মছজিদৰ দুৱাৰমুখত থিয় হৈ আছে। তেওঁৰ ভৰিৰ এডোখৰ ঘাত অসংখ্য মাখি পৰি আহাৰ খাই আছে। ইয়াৰ কাৰণ সোধাত সেই দৰবেশজনে ক'লে, "এদিনাখন মই এই মছজিদটোত বহি থাকোঁতে এজনী অতি ৰূপৱতী মহিলা এইপিনেদি গৈছিল। মই তেওঁৰ প্ৰতি আকৃষ্ট হৈ এখোজ আগ বাঢ়িছিলোঁ। এনেতে মই শুনিবলৈ পালোঁ কোনোবাই যেন মোক কৈছে, "ত্ৰিশ বছৰ আল্লাৰ অনুসৰণ কৰি এতিয়া চয়তানৰ অনুসৰণ কৰিছা। তোমাৰ লাজ নাইনে?" এই কথা শুনি মই আল্লাৰ ভয়তে নিজৰ ভৰি কাটিলোঁ আৰু সেই দিনৰ পৰাই মই ইয়াতে এইভাৱে থিয় হৈ আছোঁ। চাওঁ বাৰু আল্লাই মোৰ বিষয়ে কি কৰে।"

তাৰ পিছত তেওঁ সেই দৰবেশজনৰপৰা আন আন দৰবেশসকলৰ সংসাৰ ত্যাগৰ বিষয়ে বহুতো কথা শুনিবলৈ পালে। তেওঁৰ মন কোমল হ'ল আৰু তেওঁৰ এইটো বিশ্বাস হ'ল যে ঋষিসকলে কেৱল আল্লাৰ

ওপৰত নির্ভৰ কৰি চলে আল্লাই তেওঁলোকৰ বাবে নিশ্চয় এটা উপায় কৰি দিয়ে। এইদৰে চিন্তা কৰি পাহাৰৰপৰা উতি আহোঁতে মাটিত দেখিলে যে এটি অন্ধ চৰাই গছৰ ডাল এটিৰপৰা মাটিত পৰি গ'ল। চৰাইটিয়ে মাটিত পৰিয়ে ই নিজৰ ঠোঁটেৰে মাটিত খুঁটিবলৈ ধৰিলে। মাটিৰ তলৰ পৰা এটি খাদ্য ভৰা সোণৰ পিয়লা আৰু এটি পানীভৰা ৰূপৰ পিয়লা ওলাই আহিল। চৰাইটিয়ে সেই আহাৰ আৰু পানী খাই আকৌ ওপৰলৈ উৰি গৈ সেই গছৰ ডালটিত বহিল। তাৰ পিছত পিয়লা দুটি অদৃশ্য হৈ গ'ল। এইটো দেখি তেওঁ বৰ আচৰিত হ'ল। তেতিয়াৰেপৰা আল্লাৰ ওপৰত তেওঁৰ নির্ভৰশীলত।আৰু বিশ্বাস মজবুত হ'ল।

এদিনাখন তেওঁ তেওঁৰ সহচৰসকলৰ লগত গৈ থাকোঁতে এখন হাবি পালে। তাত তেওঁ সোণেৰে পৰিপূর্ণ এটি কলহ পালে। ইয়াৰ ঢাকনিখন আছিল কাঠেৰে তৈয়াৰী। তাত আল্লাৰ নাম লিখা আছিল। তেওঁৰ সহচৰসকলে সোণবোৰ ভাগ-বটৰা কৰি ল'লে আৰু তেওঁ সেই আল্লাৰ নাম থকা কাঠৰ ঢাকনিখন অতি সন্মানেৰে চুমা এটি খাই নিজে গ্ৰহণ কৰিলে। ৰাতি তেওঁ সপোনত দেখিলে যে আল্লাই যেন তেওঁক কৈছে, "হে জুন্নুন! তোমাৰ লগৰীয়াসকলে সোণৰ ওপৰত আসক্ত হৈ সেইবোৰ ল'লে আৰু তুমি মোৰ নাম থকা কাঠৰ ঢাকনিখনকে পছন্দ কৰি গ্ৰহণ কৰিলা। গতিকে মই ইয়াৰ পুৰস্কাৰ হিচাপে তোমাৰ জ্ঞান-বিজ্ঞানৰ দুৱাৰ মুকলি কৰি দিলোঁ।"

এদিনাখন তেওঁ নদীৰ পাৰত বহি ওজু ( হাত, মুখ, ভৰি, আদি ধুৱা কাম ) কৰি আছিল। এনেতে ওচৰৰ এটি আট্টালিকাৰ ওপৰত এজনী ৰূপৱতী বান্দী ছোৱালী তেওঁৰ চকুত পৰিল। তেওঁ সেই বান্দী ছোৱালীজনীক "তুমি কোন?" বুলি পৰিচয় সুধিলে। বান্দী ছোৱালীজনীয়ে প্ৰশ্নৰ উত্তৰ নিদি ক'লে, "মই দূৰৰপৰা আপোনাক পগলা বুলি ভাবিছিলোঁ। অলপ ওচৰলৈ অহাত আপোনাক আলেম (জ্ঞানী লোক) বুলি ভাবিলোঁ আৰু বেছি ওচৰলৈ অহাত আপোনাক দৰবেশ বুলি ভাবিলোঁ। তাৰপিছত দেখিলোঁ আপুনি কোনোটোৱেই নহয়। যদি পগলা হ'লহেঁতেন তেন্তে ওজু নকৰিলেহেঁতেন, যদি আলেম হ'লহেঁতেন তেন্তে আনৰ তিৰোতাৰ ওপৰত নজৰ নকৰিলেহেঁতেন আৰু যদি প্ৰকৃত দৰবেশ হ'লহেঁতেন তেন্তে আল্লাৰ বাহিৰে আন কোনোপিনে আপোনাৰ দৃষ্টি নগ'লহেঁতেন।" এইবুলি কৈ সেই বান্দী ছোৱালীজনী অদৃশ্য হৈ গ'ল।

এদিনাখন তেওঁ আল্লাক ক'লে, "হে প্ৰভু ! তুমি বনি ইস্ৰাইল-সকলক 'মান্না' আৰু 'ছালৱা' ( স্বৰ্গীয় আহাৰ ) দান কৰিছিলা। মই শপত খাই কৈছোঁ যে যেতিয়ালৈকে তুমি মোক 'মান্না' আৰু 'ছালৱা' দান নকৰিবা তেতিয়ালৈকে মই কেতিয়াও নবহিম।" এইবুলি কোৱাৰ লগে লগে তেওঁৰ ওচৰলৈ আকাশৰপৰা 'মান্না' আৰু 'ছালৱা' নামি আহিল। তেওঁৰ ভনীয়েকজনীয়ে এইটো দেখি বৰ আচৰিত হ'ল।

তেওঁ ত্ৰিশ বছৰ মানুহবিলাকক সৎ পথলৈ আহ্বান কৰিছিল। মাত্ৰ এজন ৰাজ পুত্ৰ তেওঁৰ আহ্বানত সৎ পথলৈ অহা তেওঁ দেখা পালে। এদিনাখন সেই ৰাজপুত্ৰজনে মছজিদৰ সন্মুখেদি গৈ থাকোঁতে হজৰত জুন্নুনে ক'লে, "দুৰ্বলে প্ৰবলৰ বিৰুদ্ধে যুদ্ধত প্ৰবৃত্ত হোৱাটো মূৰ্খামিৰ বাহিৰে আন একো নহয়।" ৰাজপুত্ৰজনে মছজিদলৈ আহি তেওঁক ইয়াৰ অৰ্থ কি বুলি সোধাত তেওঁ ক'লে যে মানুহ জাতিটো প্ৰকৃততে দুৰ্বল। এই দুৰ্বল মানুহে সৰ্বশক্তিমান আল্লাৰ বিৰোধিতা কৰাটো মূৰ্খামিৰ বাহিৰে আন একো নহয়। কথাষাৰ শুনি ৰাজপুত্ৰৰ মুখ মলিন হ'ল। তেওঁ সুধিলে, "আল্লাক পাবলৈ পথ কোনটো ?" হজৰত জুন্নুনে ক'লে, "যদি তুমি সেই পথটি ল'ব খোজা, তেন্তে আল্লাৰ বাহিৰে তুমি পৃথিৱীৰ সকলোবোৰ বস্তু ত্যাগ কৰা, ৰিপুৰ বাসনা ত্যাগ কৰা আৰু মনটোক সকলোবোৰ বস্তুৰপৰা খালি ৰাখা।" এই কথাষাৰ শুনি ৰাজপুত্ৰই তেওঁৰ অতি মূল্যবান ৰাজ পোছাক ত্যাগ কৰিলে আৰু পচমী কম্বল এখন গাত দি দৰবেশ হৈ গ'ল। পিছত তেওঁ গৈ এজন বৰ ডাঙৰ আওলীয়া হ'ল।

এদিনাখন হজৰত জুন্নুনে কেইজনমান বন্ধু-বান্ধবেৰে সৈতে আল্লাৰ এবাদতৰ ( উপাসনাৰ ) বিষয়ে আলোচনা কৰি আছিল। কথা প্ৰসঙ্গত তেওঁ ক'লে, "আনকি অচেতন বস্তুবোৰেও আওলীয়াসকলৰ কথা মানি চলে। তাৰ প্ৰমাণ হিচাপে যদি মই ওচৰতে থকা এই খাটখনিক ঘৰটিৰ চাৰিওপিনে ঘূৰি আহিবলৈ কওঁ ই ঘূৰি আহিব।" এইবুলি খাটখনিক আদেশ দিয়াৰ লগে লগে ই ঘৰটিৰ চাৰিওপিনে ঘূৰি আহি নিজৰ ঠাইত উপস্থিত হ'ল। এইটো দেখি এজন যুৱক অবাক হৈ কান্দি-কাটি মাটিত পৰি গ'ল আৰু সেইভাৱে তাৰ তাতে মৃত্যু হ'ল।

এদিনাখন এজন ঋণগ্ৰস্ত লোক আহি তেওঁৰ ওচৰত ঋণ পৰিশোধৰ বাবে আৰ্থিক সাহায্য বিচাৰিলে। তেওঁ মাটিৰপৰা এটি শিলগুটি বুটলি লৈ সেই লোকটিৰ হাতত দিলে আৰু ক'লে, "এইটো বজাৰত বিক্ৰি

তুমি তোমাৰ ঋণ পৰিশোধ কৰিবা।" সেই শিল গুটিটো ঋণগ্রস্ত লোকজনৰ হাতত দিয়াৰ লগে লগে ই এটা অতি মূল্যবান পাথৰত পৰিণত হ'ল। তাৰ পিছত সেই লোকজনে ইয়াক এজন সোণাৰীৰ ওচৰত বিক্রি চাৰিশ দিৰহাম পালে আৰু তাৰদ্বাৰাই ঋণ পৰিশোধ কৰিলে।

মিছৰৰ এজন যুৱকে আওলীয়া দৰবেশসকলক চিনি পোৱা নাছিল আৰু তেওঁলোকৰ দুর্ণাম ৰটনা কৰি ফুৰিছিল। এদিনাখন তেওঁ তাক মতাই নি ক'লে, "মোৰ এই আওঠিটো লৈ যোৱা আৰু অমুক কটী-ওৱালাৰ ওচৰত আমানত থৈ এটি দীনাৰ ঋণলৈ আনা।" 'কটী-ওৱালাটোৱে আওঠিটো দেখি ক'লে, "মই এক দিৰহামতকৈ বেছি দিব নোৱাৰিম।" যুৱকটিয়ে আওঠিটো লৈ উভতি আহিল। তাৰ পিছত তেওঁ যুৱকটিক ক'লে, "এতিয়া তুমি এই আওঠিটো অমুক সোণাৰীৰ ওচৰলৈ নি ইয়াৰ মূল্য ঠিক কৰাচোন।" সোণাৰীজনে চাই ইয়াৰ মূল্য এক হাজাৰ দীনাৰ হ'ব বুলি ক'লে। যুৱকটি উভতি আহি এই খবৰটি দিয়াত তেওঁ ক'লে, "এতিয়া বুজি পালানে যে আওঠিটোৰ বিষয়ে কটীওৱালাৰ জ্ঞান যেনেকুৱা আওলীয়া-দৰবেশসকলৰ বিষয়েও তোমালোকৰ জ্ঞান তেনেকুৱা।" এই কথা শুনি সেই যুৱকটিয়ে বৰ লাজ পালে আৰু নিজৰ অপৰাধ উপলব্ধি কৰি তৌবাহ (ক্ষমা প্রার্থনা) কৰিলে।

এবাৰ তেওঁৰ চিৰকা খাবলৈ বৰ ইচ্ছা হ'ল। দহটি বছৰ বাগৰি গ'ল। তথাপি তেওঁ চিৰকা খোৱা নাই। এটি ঈদত তেওঁৰ সেই ইচ্ছা ইমান প্রবল হৈ উঠিল যে যেতিয়া চিৰকাৰ গিলাচটি তেওঁৰ ওচৰলৈ অনা হ'ল তেওঁ ইয়াক মুখৰ ওচৰলৈ নি থৈ দিলে আৰু নামাজত মগ্ন হ'ল। লোকসকলে তেওঁক ইয়াৰ কাৰণ সোধাত তেওঁ ক'লে যে নিজৰ মনক দমাই ৰাখিবলৈ এইটোৱে উৎকৃষ্ট উপায়।

সেই সময়ত মিছৰ বাগদাদৰ অধীনত আছিল। মিছৰৰ কিছুমান লোকে বাগদাদৰ খলিফা মোতাৱাক্কিল বিল্লাহৰ ওচৰত হজৰত জুন্নুনৰ বিৰুদ্ধে গোচৰ দিলে। খলিফাই তেওঁক জেল দিলে। তেওঁ চল্লিশ দিন জেলত থাকিল। হজৰত বিছ্ৰে হাফীৰ ভনীয়েকে তেওঁলৈ নিতৌ এখনকৈ কটী পঠাইছিল। তেওঁ সেইবোৰ খোৱা নাছিল। হজৰত বিছ্ৰে হাফীৰ ভনীয়েকে এইটো জানিব পাৰি মনত বৰ দুখ পালে আৰু তেওঁক নোখোৱাৰ কাৰণ সোধাত তেওঁ ক'লে যে সেইবোৰ কটী জেলখানাৰ দুশ্চৰিত্র ৰক্ষকসকলৰ নাপাক (অপবিত্র) হাতেৰে অনা

হৈছিল। গতিকে তেওঁ খাব পৰা নাই। তাৰ পিছত খলিফাই তেওঁক দৰবাৰলৈ আনি কিছুমান প্ৰশ্ন কৰিলে। সেই প্ৰশ্নবোৰৰ উত্তৰ তেওঁ এনেদৰে বিশদভাৱে ব্যাখ্যা কৰি বুজাই দিলে যে খলিফা আৰু তেওঁৰ পাৰিষদসকলে কান্দি পেলালে আৰু তেওঁৰ ওচৰত মুৰিদ হৈ ( দীক্ষা লৈ ) তেওঁক সসম্মানে মিছৰলৈ পঠাই দিলে।

যিদিনাখন তেওঁৰ মৃত্যু হ'ল সেই ৰাতি ৭০ জন লোকে সপোনত দেখিলে যে হজৰত মোহাম্মদ ( ছঃ )-এ কৈছে, আল্লাৰ বন্ধু জুন্নুনৰ এই মহা যাত্ৰাৰ সময়ত মই তেওঁক আগবঢ়াই নিবলৈ আহিছো।" তেওঁৰ লাচটি কবৰস্থানলৈ নিয়াৰ সময়ত অতি প্ৰখৰ ৰ'দ আছিল। চৰাইবোৰে উৰি উৰি নিজৰ ডৌকাৰে তেওঁৰ লাচটিৰ ওপৰত ওৰে বাটে ছাঁয়া দি গৈ আছিল। তেওঁৰ লাচটি ৰাস্তাইদি লৈ গৈ থাকোঁতে এজন মোৱাজ্জিনে যেতিয়া নামাজৰ বাবে আজান দিছিল (আহ্বান কৰিছিল) তেওঁৰ এটি আঙুলি ওপৰলৈ দাং খাই উঠি আল্লাৰ তৌহিদৰ ( একত্ব-বাদৰ ) সাক্ষ্য দিছিল। লোকসকলে বহুত চেষ্টা কৰিও তেওঁৰ সেই দাং খোৱা আঙুলিটো নমাই দিব পৰা নাছিল। মিছৰৰ লোকসকলে এইবোৰ দেখি তেওঁলোকৰ নিজৰ কুকামৰ কাৰণে বৰ লাজ পালে।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ

১। খাদ্যেৰে পৰিপূৰ্ণ উদৰত মা'ৰেফাতৰ ( খোদাতত্ত্বৰ ) জ্ঞান জমা নহয়।

২। পাপৰপৰা বিৰত নাথাকি কেৱল মুখেৰে 'আস্তাগফেৰুল্লাহ' বুলি কোৱাটো মিছলীয়াৰ কথা।

৩। কম আহাৰত স্বাস্থ্যৰ উন্নতি আৰু কম পাপত আত্মাৰ উন্নতি হয়।

৪। বিপদত ধৈৰ্য্য ধৰাটো আচৰিত কথা নহয়; বৰং বিপদত আনন্দ প্ৰকাশ কৰাটোহে আচৰিত কথা।

৫। যাৰ মনত আল্লাৰ ভয় থাকে তেওঁ সুপথত থাকে; যাৰ মনত আল্লাৰ ভয় নাই তেওঁ বিপথে যায়।

৬। প্ৰত্যেক অন্যায়ৰ শাস্তি আছে; প্ৰেমৰ শাস্তি হৈছে আল্লাৰ জিকিৰৰ ( স্মৰণৰ ) পৰা নিজকে বিৰত ৰখাটো।

৭। সেইজন লোক প্ৰকৃততে তত্ত্ব জ্ঞানী যিয়ে জন-সমাজত বসতি কৰি থাকে, অথচ যাৰ অন্তঃকৰণ সদায় আল্লাৰ প্ৰেমত মজি থাকে।

৮। যিদৰে বেলিৰ পোহৰত পৃথিৱীৰ বস্তুবোৰ প্ৰকাশ পায় সেইদৰে মা'ৰেফাতে ( খোদাতত্ত্ব জ্ঞানে ) আল্লাৰ গোপন বিষয়বোৰৰ সন্ধান দিয়ে। মা'ৰেফাতৰদ্বাৰা আল্লাৰ সূক্ষ্মতত্ত্ববোৰ প্ৰকাশ পায়।

৯। কোনেও নিজকে আৰেফ ( তত্ত্ব জ্ঞানী ) বুলি পৰিচয় দিয়াটো উচিত নহয়। যদি কোনোবাই এইটো কৰে, তেন্তে তেওঁ মিছলীয়া।

১০। মানুহ যিমানে তত্ত্বজ্ঞানী হয় তেওঁ সিমানে আল্লাৰ ভয়তে ভীত আৰু তৌবাহকাৰী ( অনুতপ্ত ) হয়।

১১। যিবোৰ বস্তুই খোদাৰপৰা দূৰত ৰাখে সেইবোৰ তুমি ত্যাগ কৰিবা। তেতিয়াহে তুমি খোদা প্ৰেমিক হ'ব পাৰিবা।

১২। অসুস্থ মনৰ চাৰিটা লক্ষণ—[১] আল্লাৰ এবাদতত ( উপাসনাত ) তেওঁলোকে মজা নাপায়, [২] আল্লাৰ ভয় তেওঁলোকৰ অন্তৰত নাথাকে, [৩] আনক ভাল চকুৰে তেওঁলোকে নাচায়, [৪] জ্ঞানৰ কথা তেওঁলোকে শুনে কিন্তু বুজি নাপায়।

১৩। তৌবাহ ( অনুতাপ ) দুই প্ৰকাৰ—[১] কিছুমানে শাস্তিৰ ভয়তে তৌবাহ কৰে আৰু [২] কিছুমানে লাজ পাই তৌবাহ কৰে।

১৪। হাত, ভৰি, চকু, কাণ আৰু লিঙ্গ এই পাঁচটি ইন্দ্ৰিয়ৰ প্ৰত্যেকটোৰ কাৰণে তৌবাহ ( অনুতাপ ) আছে। হাতে যাতে বেয়া কাম নকৰে, ভৰিয়ে যাতে বেয়া ঠাইলৈ নাযায়, চকুৱে যাতে বেয়া বস্তু নাচায়, কাণে যাতে বেয়া কথা নুশুনে আৰু লিঙ্গই যাতে জেনা (ব্যভিচাৰ) নকৰে তাৰ বাবে প্ৰত্যেকটি ইন্দ্ৰিয়কে সংযত ৰখা উচিত।

১৫। অহঙ্কাৰী আৰু নিৰ্জনবাসী দৰবেশতকৈ সৰল আৰু সংসাৰী দৰবেশ বেছি ভাল।

১৬। বাহিৰৰ পাপসমূহৰপৰা নিজকে ৰক্ষা কৰি চলা আৰু অন্তৰৰ অসৎ কামৰপৰা আঁতৰি থকা আৰু আল্লাৰ দৰবাৰত থিয় হোৱাটোহে প্ৰকৃত ধৰ্মভীৰুতা।

১৭। তুমি পৱিত্ৰ আৰু উত্তম বস্তু দান কৰিবা। যদি দান কৰাত তোমাৰ মনত অহঙ্কাৰ ভাব জন্মে, তেন্তে তুমি সেইটো ভ্ৰূক্ষেপ নকৰিবা।

১৮। যিবোৰ বস্তু আল্লাৰ ওচৰত ঘৃণনীয় সেইবোৰৰপৰা তুমি সম্পূৰ্ণভাৱে আঁতৰি থাকিবা।

১৯। সঙ্গীতে আত্মাক উত্তেজিত কৰে আৰু কাম্য বস্তুৰ প্ৰতি ব্যাকুল কৰি তোলে। যিয়ে চকু, কাণ আদিৰ তৃপ্তিৰ বাবে ইয়াক শুনে তেওঁ কাফেৰ ( নাস্তিক ) হয়।

২০। আওলীয়া দৰবেশসকল খোদা-প্ৰেমিক লোক। তেওঁলোকৰ লগত বন্ধুত্বা বথা আৰু খোদাৰ লগত প্ৰেম কৰা একে কথা।

২১। খোদা-প্ৰেমিকসকলৰ উত্তম নিদৰ্শন এই যে যদি তেওঁলোকক জুইতো পেলাই দিয়া হয় তথাপি তেওঁলোকৰ সৎ সাহস অকণো নকমে। কাৰণ, তেওঁলোক খোদাৰ বন্ধু।

২২। আল্লাৰ জিকিৰ আৰু ৰিপুৰ বিৰুদ্ধাৰণ হৈছে এবাদতৰ (আল্লাৰ উপাসনাৰ) চাবি। যিয়ে অন্তৰেৰে সৈতে জিকিৰ কৰে তেওঁৰ অন্তৰ চকু মুকলি হৈ যায় আৰু তেতিয়া সেই অন্তৰ চকুৰে তেওঁ আল্লাক দেখিব পাৰে।

২৩। মনত ঐকান্তিকতা আৰু ধৈৰ্য্য নাথাকিলে প্ৰেমে পূৰ্ণতা লাভ কৰিব নোৱাৰে।

২৪। ঈমানে (বিশ্বাসে) আকাংক্ষা দমন কৰে। আকাংক্ষা দমন হ'লে সংসাৰৰ প্ৰতি অন্তৰত বিৰাগ ভাব জন্মে আৰু সেইটোৱে আধ্যা-ত্মিকতাৰ দুৱাৰ মুকলি কৰি দিয়ে।

২৫। আল্লাৰ প্ৰতি বিশ্বাসে মনক পৰকালৰ পিনে আকৰ্ষণ কৰে।

২৬। যিয়ে আল্লাৰ বাহিৰে আনৰ লগত বন্ধুতা কৰিলে তেওঁ যেন ফেৰাউনৰ বিছনাত বহিল।

২৭। সত্যৰ সন্ধান পোৱা লোকে একোকে ভয় নকৰে।

২৮। যিয়ে আল্লাৰ পিনে আগ বাঢ়ে আল্লাই তেওঁক মুক্তি দিয়ে।

২৯। পাৰ্থিৱ বস্তুবোৰে আল্লাৰ জিকিৰৰ (ধ্যান বা স্মৰণৰ) পৰা মানুহক দূৰত ৰাখে।

৩০। যিসকলে আল্লাৰ নৈকট্য লাভৰ পথ পোৱা নাই আৰু সেই পথটি পাবলৈ চেষ্টাও কৰা নাই তেওঁলোক অধম।

৩১। ৰিপুৰ লগত শত্ৰুতা কৰিলেহে তোমালোকে আল্লাৰ বন্ধু হ'ব পাৰিবা।

৩২। কাকো তোমালোকে নিকৃষ্ট বুলি ঘৃণা নকৰিবা।

৩৩। তোমালোকে খোদাৰ প্ৰিয়পাত্ৰ হ'বা। তেতিয়া হ'লে তেওঁ তোমালোকক পৰমুখাপেক্ষী হোৱাৰ পৰা ৰক্ষা কৰিব।

৩৪। যিটো বস্তু হাৰাম নে হালাল সেই বিষয়ে তোমাৰ সন্দেহ হয় তাক তুমি গ্ৰহণ নকৰিবা।

৩৫। বিপদত ধৈৰ্য্য ধৰিবা আৰু আল্লাৰ কামত সদায় সন্তুষ্ট থাকিবা।

৩৬। তোমালোকে অতীত আৰু ভৱিষ্যতৰ বিষয়ে চিন্তা নকৰিবা। কাৰণ অতীতত যিটো হৈ গৈছে আৰু ভৱিষ্যতে যিটো হ'ব সেইবোৰ চিন্তা কৰি একো লাভ নাই। বৰ্ত্তমান সময়টোক যথেষ্ট আৰু অতি মূল্যবান বুলি ভাবিবা।

৩৭। প্ৰকৃত চুফী সেইসকল যিসকলে আল্লাক আটাইতকৈ বেছি পছন্দ কৰে আৰু আল্লাইও যিসকলক আটাইতকৈ বেছি পছন্দ কৰে।

৩৮। যদি তুমি আল্লাক চিনি পোৱা তেন্তে তেওঁহে তোমাৰ শ্ৰেষ্ঠ বন্ধু। যদি তুমি তেওঁক চিনি নোপোৱা তেন্তে তুমি এনেকুৱা লোকৰ লগত বন্ধুতা কৰিবা যিয়ে তেওঁক চিনে। তেতিয়া হ'লে তেওঁ আল্লাক চিনিবলৈ পথ দেখুৱাই দিব।

৩৯। যিসকলে মা'ৰেফতৰ ( সাধনাৰ ) শেষ সীমাত উপনীত হৈছে তেওঁলোকে সকলো ঠাইতে আৰু সকলো সময়তে একে অৱস্থাতে থাকে। তেওঁলোকে বিপদত ধৈৰ্য্যহাৰা আৰু সম্পদত আত্মহাৰা নহয়।

৪০। ৰিপুবোৰ তোমালোকৰ পৰম শত্ৰু। তোমালোকে কেতিয়াও সিহঁতক বিশ্বাস নকৰিবা।

## ১৪। হজৰত বায়াজিদ বোস্তামী ( ৰঃ )

হজৰত বায়াজিদ বোস্তামী ( ৰঃ ) মধ্য এচিয়াৰ বোস্তাম প্ৰদেশত জন্ম গ্ৰহণ কৰিছিল। তেওঁৰ আতায়েক এজন মূৰ্তি পূজকআছিল, কিন্তু তেওঁৰ পিতাক এজন ধৰ্মপ্ৰাণ মুছলমান আছিল। নিচেই বাল্য কালতে তেওঁ পিতৃহীন হয়। তেওঁৰ মাক অতি পুণ্যৱতী মহিলা আছিল। তেওঁ মাতৃৰ গৰ্ভত থকাৰে পৰা তেওঁৰ বহুতো অলৌকিক শক্তি প্ৰকাশ পাইছিল। যেতিয়া মাকে কিবা সন্দেহজনক বস্তু খাইছিল সেই বস্তুটো পেটৰপৰা ওলাই নোযোৱালৈকে সন্তানটি কঁপি আছিল। যেতিয়া সেই খোৱা বস্তুটি ওলাই গৈছিল তেতিয়াহে পেট শান্ত হৈছিল।

তেওঁ সেই সময়ৰ আওলীয়া দৰবেশসকলৰ মাজত উচ্চ স্থান লাভ কৰিছিল। তেওঁৰ অলৌকিক শক্তি আৰু উপাসনাৰ দ্বাৰা মা'ৰেফাতত ( সাধনাত ) তেওঁ ইমানখিনি উন্নতি লাভ কৰিছিল যে যিদৰে ফেৰেস্তা

( সৰগৰ দেৱতা ) সকলৰ মাজত হজৰত জিব্রাইল ( আঃ ) এ সন্মান লাভ কৰিছিল তেৰোঁ পৃথিৱীৰ আওলীয়া দৰবেশসকলৰ মাজত সেইদৰে সন্মান লাভ কৰিছিল।

তেওঁ মাদ্রাছাত পঢ়ি থাকোতে এদিনাখন ছুৰা লোকমানত পালে যে আল্লাই তাত কৈছে, "তুমি মোৰ আৰু তোমাৰ পিতৃ-মাতৃৰ ওচৰত কৃতজ্ঞতা প্রকাশ কৰা।" এই আয়াতটি ( বাক্যটি ) তেওঁ শিক্ষকৰপৰা ভালদৰে বুজি লোৱাত তেওঁৰ মনত তোলপাৰ লাগিল। তেওঁ শিক্ষকৰ-পৰা অনুমতি লৈ ঘৰলৈ আহিল আৰু মাকক আহি ক'লে, "মা! মই কোৰআন শ্বৰীফত পালোঁ যে আল্লাহ্ আৰু পিতৃ-মাতৃৰ ওচৰত কৃতজ্ঞতা প্রকাশ কৰিব লাগে। এই দুয়োটা কাম একেলগে কৰাটো মোৰ কাৰণে অসম্ভৱ। তুমি মোক হয়তো আল্লাৰ সেৱাত এৰি দিয়া নহ'লে মোক তোমাৰ সেৱাত নিযুক্ত কৰা।" মাকে ক'লে, "বোপা! যোৱা তুমি আল্লাৰ সেৱাত মনোনিবেশ কৰা। তোমাৰ ওপৰত মোৰ কোনো দাবি নাই।" তাৰপিছত তেওঁ মাকৰপৰা বিদায় লৈ হাবিত সোমাই গ'ল আৰু অনিদ্রা অনাহাৰে আল্লাৰ উপাসনাত মগ্ন হ'ল। তেওঁ হজৰত জাফৰ চাদেক প্রমুখ্যে ১১৩ জন আওলীয়াৰ সংশ্রৱত থাকি নিজৰ মনৰ বাঞ্চা পূর্ণ কৰিলে।

তেওঁ বহুত বছৰ পিছত মাকক চাবলৈ বোস্তামলৈ উভতি আহিল। ঘৰৰ দুৱাৰত উপস্থিত হৈ বাহিৰৰপৰা তেওঁ শুনিলে যে মাকে আল্লাৰ ওচৰত তেওঁৰ মঙ্গলৰ কাৰণে দোৱা ( প্রার্থনা ) কৰি আছে। মাকৰ এই দোৱা শুনি তেওঁ কান্দি পেলালে। মাকেও দুৱাৰখন মেলি দি তেওঁক দেখি কান্দিলে। মাকে ক'লে, "বোপা! তোমাৰ বিৰহত কান্দি কান্দি মোৰ চকুৰ জেউতি হেৰুৱালোঁ আৰু তোমাৰ শোকৰ ভৰত মোৰ পিঠিখনি বেঁকা হৈ গ'ল।"

তাৰ পিছত তেওঁ হজ্জ কৰি মাকৰ ওচৰলৈ আকৌ উভতি আহিল। তেওঁ অহা খবৰ পাই চহৰবাসীসকলে দলে দলে আহি তেওঁক অভ্যর্থনা জনালে। এইটো দেখি তেওঁ ভাবিলে যে এইবোৰ অভ্যর্থনাৰ কাৰণে তেওঁৰ মনত হয়তো অহঙ্কাৰ ভাব জন্মিব পাৰে আৰু আল্লাৰ উপাসনাতো ব্যাঘাত জন্মিব পাৰে। গতিকে ইয়াৰপৰা বাচিবলৈ আৰু মানুহবিলাকে যাতে তেওঁৰপৰা আঁতৰি যায় তাৰে উপায় কৰিবলৈ তেওঁ ৰমজান মাহত ৰোজা ৰখা সত্বেও সকলোৰে আগত এখন কটী খাবলৈ ধৰিলে। এইটো দেখি মানুহবিলাক তেওঁৰ পৰা

আঁতৰি গ'ল। তেওঁ শিষ্যসকলক ক'লে, "চোৱা, মই বৰ্তমান ভ্ৰমণত আছোঁ। ভ্ৰমণৰ অৱস্থাত ৰোজা ফৰজ নহয়। ৰমজানৰ শেষত কাজা ( বাদ যোৱা ) ৰোজা আদায় কৰিলেও হয়। অথচ মানুহবিলাকে চোৱা মই শ্বৰীয়ত ( ইছলামী সংবিধান ) নমনা বুলি ভাবি মোৰ পৰা কিদৰে আঁতৰি গ'ল।"

তেওঁ মাকক সন্তুষ্ট ৰখা আৰু মাকৰ সেৱাত নিজকে আবদ্ধ ৰখাটোকো তেওঁৰ এটি প্ৰধান কৰ্তব্য বুলি ভাবিছিল আৰু সেই হিচাবে মাকৰ হুকুমো পালন কৰিছিল। তেওঁ ৪০ বছৰ কাল মছ্‌জিদ আৰু মোছাফিৰ খানাৰ দেৱালত আউজি বিশ্ৰাম কৰিছিল। তেওঁ এই ৪০ বছৰ কেতিয়াও বিছনাত শুৱা নাছিল।

হজৰত আবু মুছা নামেৰে এজন সম্ভ্ৰান্তলোকে তেওঁক এদিনাখন সুধিছিল যে আল্লাৰ এবাদতৰ ( উপাসনাৰ ) পথত আটাইতকৈ কঠিন বস্তু কি ? তেওঁ ক'লে যে বহুত বছৰ কঠিন এবাদত কৰিও নিজৰ ৰিপু কেইটাক আল্লাৰ দৰবাৰত ৰাখিব পৰা নাই। ইহঁতক বশ কৰা বৰ কঠিন। তাৰ পিছত আল্লাৰ অনুগ্ৰহত ৰিপুবোৰ বশ হৈ গ'ল।

হজৰত আবু তোৰাব নামেৰে এজন সম্ভ্ৰান্ত লোকৰ এজন শিষ্য আছিল। সেই শিষ্যজন বৰ উগ্ৰ স্বভাৱৰ লোক আছিল। এদিনাখন হজৰত আবু তোৰাবে শিষ্যজনক লৈ হজৰত বায়াজিদ বোস্তামীৰ লগত দেখা কৰিবলৈ আহিল। হজৰত বায়াজিদ বোস্তামীৰ দৃষ্টি যেতিয়া সেই শিষ্যজনৰ ওপৰত পৰিল শিষ্যজন ভয়তে কঁপি কঁপি মাটিত পৰি গ'ল আৰু সেই অৱস্থাতে তাৰ মৃত্যু হ'ল। হজৰত আবু তোৰাবে যেতিয়া শিষ্যজনৰ মৃত্যুৰ কাৰণ তেওঁক সুধিলে তেওঁ ক'লে, তেওঁৰ দৰ্শনত শিষ্যজনৰ এনেকুৱা অৱস্থা হ'ল যে সি তাৰ অন্তৰৰ কথা প্ৰকাশ কৰিব নোৱাৰিলে আৰু ইয়াৰ গধুৰ বোজা বহন কৰিবলৈ অসমৰ্থ হৈ মৰি গ'ল।

এদিনাখন ৰাতি তেওঁ কবৰস্থানৰ পৰা আহি আছিল। বাটত তেওঁ দেখিলে যে এজন যুৱকে বাদ্য যন্ত্ৰ বজাই বহুত আমোদ প্ৰমোদ কৰি আছে। তেওঁ চিঞঁৰি ক'লে, "লা হাওলা বালা কুৱাতা ইল্লা বিল্লাহিল আলিয়েল আজীম্‌। ( অৰ্থাৎ অসৎ কামৰপৰা ঘূৰাই আনিবলৈ মহান আল্লাৰ বাহিৰে আন কাৰো শক্তি নাই।)" কথাষাৰ শুনি যুৱকজনৰ খং উঠিল। সি তেওঁৰ মূৰত তাৰ হাতত

থকা বাদ্য যন্ত্ৰেৰে এনেদৰে আঘাত কৰিলে যে তাঁৰ বাদ্য যন্ত্ৰ ভাগি গ'ল আৰু তেৰোঁ মূৰত বৰ দুখ পালে। তেওঁ ঘৰলৈ আহিল আৰু ৰাতিপুৱা এজন চাকৰৰ হাতত বাদ্য যন্ত্ৰৰ মূল্য আৰু এক থাচন মিঠাই সেই যুৱকজনৰ ওচৰলৈ পঠাই দিলে। যুৱকজনে তেওঁৰ এই ব্যৱহাৰত মুগ্ধ হৈ কান্দি পেলালে আৰু তেওঁৰ ওচৰলৈ আহি তেওঁৰ ভৰিত ধৰি ক্ষমা খুজিলে। তাৰ পিছত সেই যুৱকজন আৰু তাৰ লগৰীয়া কেইজনমা'ন দুশ্চৰিত্ৰৰ যুৱকে তৌবাহ ( অনুতাপ ) কৰি মুছলমা'ন হ'ল।

তেওঁৰ ওচৰত এজন বৰ দুখীয়া অগ্নিপুজক বাস কৰিছিল। সেই অগ্নিপুজকজন এবাৰ বিদেশলৈ যোৱাত টকা পইচাৰ অভাৱত তেওঁৰ ঘৈণীয়েক আৰু কেঁচুৱা এটি ৰাতি আন্ধাৰত থাকিব লগাত পৰিছিল। আন্ধাৰত কেঁচুৱাটোৱে বৰকৈ কান্দিছিল। তাকে দেখি তেওঁ প্ৰত্যেক ৰাতি সেই অগ্নিপুজকজনৰ ঘৰত এটি চাকি জ্বলাই দি আহিছিল আৰু কেঁচুৱাটি শান্ত ভাবে আছিল। যেতিয়া অগ্নিপুজকজন বিদেশৰপৰা ঘৰলৈ উভতি আহিল তেওঁৰ ঘৈণীয়েকে হজৰত বায়াজিদ বোস্তামীৰ দয়াৰ কথা তেওঁক ক'লে। গিৰিয়েকে ক'লে, যে তেওঁলোকৰ ঘৰত যেতিয়া হজৰত বায়াজিদ বোস্তামীৰ নূৰ ( জ্যোতি ) প্ৰৱেশ কৰিছে তেওঁলোক দুনাই আন্ধাৰত নাথাকিব। এই বুলি কৈ সেই অগ্নিপুজকজন তেওঁৰ ওচৰলৈ আহি অগ্নি উপাসনা ত্যাগ কৰিলে আৰু তৌবাহ ( অনুতাপ ) কৰি মুছলমান হ'ল।

এবাৰ দেশত বৰষুণ নোহোৱাত দুভিক্ষই দেখা দিলে। দেশৰ কিছুমান লোকে দুভিক্ষৰ কথা বৰ্ণনা কৰি পানীৰ কাৰণে তেওঁক দোৱা (প্ৰাৰ্থনা) কৰিবলৈ ক'লে। তেওঁ অলপ সময় তন্ময় কৰি মনে মনে থাকিলা অলপ পিছতে আকাশৰপৰা ধাৰাষাৰে বৰষুণ পৰিবলৈ ধৰিলে। নৈ, খাল, আদি পানীৰে উপচি পৰিল।

এদিনাখন তেওঁ ৰাস্তাৰে গৈ থাকোতে এজনী বৃদ্ধা মহিলাই তেওঁক ক'লে, "মোৰ এই আটাৰ পাত্ৰটি অমুক ঠাইত থৈ আহিব পাৰিবানে ?" তেওঁ সন্মতি প্ৰকাশ কৰি সেই আটাৰ পাত্ৰটি এটা বাঘৰ পিঠিত বোজাই দি লৈ গ'ল আৰু সেই নিৰ্দিষ্ট ঠাইত থৈ দিলে। বৃদ্ধা মহিলাজনীয়ে ক'লে যে বাঘক এইদৰে বোজা বহন কৰিবলৈ বাধ্য কৰাত বাঘটোৰ ওপৰত জুলুম কৰা হৈছে। বৃদ্ধা মহিলাজনীৰ এই কথাষাৰ তেওঁ মূৰ

দোৱাই মানি ল'লে আৰু ভৱিষ্যতে তেনেকুৱা কাম নকৰিবলৈ তেওঁ তৌবাহ (অনুতাপ) কৰিলে।

এদিনাখন তেওঁ এজন ইমামৰ পিছত নামাজ আদায় কৰিলে। নামাজৰ শেষত ইমাম চাহাবে তেওঁক সুধিলে, "আপুনি দেখোন কোনো কাম নকৰে আৰু দেখোন কাকো কোনো বস্তুও নুখুজে। আপুনি ক'ৰপৰা আপোনাৰ জীৱিকা পায়?" তেওঁ ক'লে, "যিজন মানুহে নিজৰ জীৱিকা দাতাক চিনি নাপায় তেওঁৰ পিছত নামাজ পঢ়া উচিত হোৱা নাই।" এই বুলি কৈ তেওঁ আকৌ নামাজ পঢ়িবলৈ ধৰিলে।

তেওঁৰ সময়ত এবাৰ মুছলমান আৰু গ্ৰীকসকলৰ মাজত এখন যুদ্ধ হৈছিল। গ্ৰীকসকলৰ তুলনাত মুছলমানসকল বৰ দুৰ্বল আছিল। হঠাৎ অদৃশ্যৰপৰা এটি শব্দ শুনা গ'ল, "বায়াজিদ! সহায় কৰা।" তেতিয়াই দেখা গ'ল যে খোৰাচানৰ ফালৰ পৰা একুৰা জুই আহি শত্ৰু সৈন্যৰ মাজত ভয়ৰ সঞ্চাৰ কৰিলে। শত্ৰু সৈন্য ভয়তে পলাই গ'ল আৰু মুছলমানসকলৰ জয় হ'ল।

মানুহবিলাকে তেওঁক ক'লে, "হুজুৰ! কঠোৰ এবাদতৰ বিষয়ে আমাক কিছু উপদেশ দিয়ক।" তেওঁ ক'লে, "যদি মই উচ্চ শ্ৰেণীৰ কঠোৰ এবাদতৰ বিষয়ে কওঁ তেন্তে তোমালোকে ইয়াক শুনি পালন কৰিব নোৱাৰিবা। গতিকে মই নিম্ন শ্ৰেণীৰ এবাদতৰ বিষয়ে কিছু কওঁ, তোমালোকে মন দি শুনা। এবাৰ মই ৰিপুক এটি আদেশ দিছিলোঁ, সি সেই আদেশ পালন নকৰিলে। তেতিয়া মই তাক এবছৰ পানী দিয়া বন্ধ কৰি শাস্তি দিছিলোঁ, তাৰ পিছত সি হাৰ মানি মোৰ বশ হৈ গ'ল।"

তেওঁৰ এজন শিষ্য সুদীৰ্ঘ ২০ বছৰ কাল তেওঁৰ লগত বাস কৰি আছিল। তেওঁ নিতৌ যেতিয়া কিবা কামৰ কাৰণে সেই শিষ্যজনক মাতিছিল তেতিয়া তেওঁৰ নামটো কি সুধিছিল। এদিনাখন সেই শিষ্যজনে তেওঁক সুধিলে, "হুজুৰ! আপুনি সদায় মোৰ নাম কি সোধে। ইয়াৰ কাৰণ কি?" তেওঁ ক'লে, "বোপা! যিদিনাখনৰপৰা মোৰ অন্তৰত আল্লাক স্থান দিছোঁ সেই দিনৰপৰাই আন সকলোবোৰ নাম মোৰ অন্তৰৰ পৰা উলিয়াই দিছোঁ। মই তোমাৰ নামটি মনত ৰাখিবলৈ চেষ্টা কৰা স্বত্বেও বাৰে বাৰে পাহৰি যাওঁ।"

এদিনাখন এজন মানুহে তেওঁক সুধিলে, "আপুনি ৰাতি নফল নামাজ নপঢ়ে কিয়?" তেওঁ ক'লে যে তেওঁ মা'ৰেফাতৰ (তত্বজ্ঞানৰ)

কামত ইমান ব্যস্ত থাকে যে ৰাতি নফল নামাজ পঢ়িবলৈ সময় নাপায়।

তেওঁৰ এবাদতৰ দ্বাৰা তেওঁ যেতিয়া আওলীয়া শ্ৰেণীৰ শেষ সীমাত উপস্থিত হ'ল তেতিয়া তেওঁ নিজকে নবীসকলৰ প্ৰথম শ্ৰেণীৰ শাৰীত দেখিবলৈ পালে। তাৰ পিছত তেওঁ গভীৰভাৱে চিন্তা কৰি দেখিলে যে তেওঁৰ মৰ্য্যাদা নবীৰ তলত। কাৰণ নবীসকলৰ উন্নতিৰ শেষ সীমা নাই।

তেওঁ হজৰত হাছান ( ৰাঃ ), হজৰত হুছেন ( ৰাঃ ) আৰু হজৰত জাফৰ চাদেক ( ৰঃ )-ৰ সমসাময়িক লোক আছিল। তেওঁ বিয়া কৰিছিলনে নাই সেই বিষয়ে কোনো প্ৰমাণ পোৱা নাযায়।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ

১। সাধকসকলৰ নিম্নতম পৰিচয় এই যে তেওঁলোকৰ ভিতৰত আল্লাৰ গুণসমূহ দেখা যায়।

২। আল্লাক চিনিবলৈ উপায় হৈছে পাৰ্থিৱ বস্তুবোৰৰ পৰা পলায়ন কৰা আৰু আল্লাৰ প্ৰেমত আৰু জিকিৰত ( স্মৰণত ) ডুবি থাকা।

৩। মুছলমানে মুছলমানৰ সন্মান নষ্ট কৰাতকৈ বেছি ক্ষতিকৰ পাপ আৰু নাই।

৪। সাংসাৰিক লোকৰ কাৰণে সংসাৰখন এখন গৌৰৱৰ ঠাই, ধাৰ্মিক লোকৰ কাৰণে পৰকালটো এখন আনন্দৰ ঠাই আৰু খোদা-প্ৰেমিকসকলৰ কাৰণে খোদাৰ লগত বন্ধুত্ব কৰাটো হৈছে মূল বিষয়।

৫। সত্যৰ ভাৰ বহনকাৰীৰ বাহিৰে আনে সত্যৰ বোজা বহন কৰিব নোৱাৰে। কাৰণ, তেওঁলোক কঠোৰ এবাদত ( উপাসনা ) আৰু কষ্ট সহ্য কৰিবলৈ অভ্যস্ত।

৬। যদি মানুহে নিজকে চিনিব পাৰিলেহেঁতেন তেন্তে আল্লাকো চিনিব পাৰিলেহেঁতেন।

৭। আল্লাই যাক নিজৰ দোস্ত ( বন্ধু ) বুলি গ্ৰহণ কৰে আল্লাই তেওঁক তিনিটা স্বভাৱ দান কৰে— [১] নদীৰ নিচিনা উদাৰতা [২] বেলিৰ নিচিনা দয়া আৰু [৩] মাটিৰ নিচিনা বিনয়ী।

৮। আল্লাই যাক পৱিত্ৰ হিচাবে বাচি লয় তেওঁৰ ওপৰত আল্লাই এনেকুৱা এজন অত্যাচাৰী নিযুক্ত কৰে যাতে সি তেওঁক সদায় কষ্ট দিয়ে।

৯। আল্লাৰ লগত সাক্ষাৎ লাভৰ আগলৈ কথোপকথন আৰু তৰ্ক-বিতৰ্ক চলি থাকে, কিন্তু যেতিয়া তেওঁৰ লগত সাক্ষাৎ লাভ হয় তেতিয়া কথোপকথন আৰু তৰ্ক-বিতৰ্কৰ অৱসান ঘটে।

১০। নিজকে প্ৰাণ-পণে আল্লাৰ এবাদতত (উপাসনাত) নিমগ্ন ৰাখিবা আৰু লগে লগে আল্লাৰ দয়াৰ আশাও ৰাখিবা।

১১। যিয়ে আল্লাক চিনিব পাৰিছে তেওঁৰ আনৰ ওচৰত হাত পতাৰ প্ৰয়োজন নকৰে। কিন্তু যিয়ে আল্লাক চিনিব পৰা নাই তেওঁ খোদা প্ৰেমিকৰ কথাও বুজিব নোৱাৰে।

১২। দোজখৰ প্ৰজ্বলিত জুই সেইসকলৰ কাৰণে যিসকলে আল্লাক চিনিব পৰা নাই।

১৩। যিয়ে ৰিপুৰ তাড়নাৰ পৰা নিজকে ৰক্ষা কৰিব পাৰিছে তেৱেঁই আল্লাৰ সাক্ষাৎ লাভ কৰিছে।

১৪। যিয়ে আনৰ সন্মান ৰক্ষা কৰিছে তেওঁ আল্লাৰ ওচৰতে আছে আৰু যিয়ে আনৰ সন্মান ৰক্ষা কৰা নাই তেওঁ আল্লাৰপৰা আঁতৰি গৈছে।

১৫। ৰিপু এনেকুৱা বস্তু যাৰ লক্ষ্য সদায় কুকামৰ পিনে, ইয়াৰ লক্ষ্য কেতিয়াও সুকামৰ পিনে নহয়। গতিকে অন্তঃকৰণ দুৰ্বল হ'লে ৰিপু প্ৰবল হয় আৰু অন্তঃকৰণ প্ৰবল হ'লে ৰিপু দুৰ্বল হয়।

১৬। মা'ৰেফাত (তত্বজ্ঞান) আৰু খোদা প্ৰেমৰ চিন হৈছে ইহকাল আৰু পৰকালৰ ভালপোৱা ত্যাগ কৰি একমাত্ৰ আল্লাৰ লগত প্ৰেম স্থাপন কৰা।

১৭। সদায় আল্লাৰ জিকিৰ (স্মৰণ) কৰিবা আৰু ৰিপুৰ দাসত্বৰপৰা বিৰত থাকিবা।

১৮। তুমি য'তে নথকা কিয় আল্লাই তোমাৰ বিষয়ে জানে। গতিকে তেওঁক ভয় কৰিবা।

১৯। তুমি এনেকুৱা ঠাইত বাস কৰিবা য'ত ভাল কামৰ হুকুম আৰু বেয়া কামৰ নিষেধৰ প্ৰয়োজন নাই।

২০। যিয়ে আল্লাক চিনিব পাৰিছে তেওঁ কথা কোৱা বন্ধ কৰিছে।

২১। অহঙ্কাৰী লোক মা'ৰেফাতৰ (তত্বজ্ঞানৰ) আনকি গন্ধো পাব নোৱাৰে।

২২। নিজৰ অন্তৰক আল্লাৰ বাহিৰে আন কাৰো প্ৰতি আকৃষ্ট নকৰাটোহে মানুহৰ কৰ্তব্য।

২৩। মানুহৰ শৰীৰৰ কাৰণে শাস্তিৰ বস্তু হৈছে একমাত্ৰ অলসতা। এই অলসতাই মানুহক দোজখৰ পিনে আকৰ্ষণ কৰে।

২৪। আমিত্বভাৱ ত্যাগ কৰিলেহে মানুহে আল্লাৰ লগত সাক্ষাৎ লাভ কৰিব পাৰে।

## ১৫। হজৰত আবদুল্লা ইব্‌নে মোবাৰক (ৰঃ)

হজৰত আবদুল্লা ইব্‌নে মোবাৰক (ৰঃ) বাগদাদৰ ওচৰৰ মেৰু নামেৰে এখন ঠাইত জন্ম গ্ৰহণ কৰিছিল। তেওঁ আলিম (বিদ্বান লোক)-সকলৰ সম্ৰাট আছিল। তেওঁৰ জ্ঞান, বিদ্যা, সাহস, আদিত তেওঁৰ সমকক্ষ সেই সময়ত কোনো নাছিল। তেওঁ বহুতো কিতাপ লিখিছিল। সেই কাৰণে তেওঁ সেই সময়ৰ জ্ঞানী লোকসকলৰ বৰ আদৰৰ পাত্ৰ আছিল।

তেওঁ যেতিয়া যৌৱনত উপনীত হৈছিল তেওঁ এজনী অতি ৰূপৱতী বান্দীৰ প্ৰেমত আসক্ত হৈছিল। তেওঁ সেই বান্দীজনীৰ প্ৰেমত এনেদৰে আসক্ত হৈছিল যে এদিনাখন গোটেই ৰাতি শীতৰ বৰফৰ মাজত এখন দেৱালৰ কাষত তেওঁ থিয় হৈ সেই বান্দীজনীৰ অপেক্ষাত আছিল। তেওঁৰ গোটেই শৰীৰ অবশ হৈ পৰিছিল। ৰাতিপুৱা যেতিয়া বেলিটো ওলাল তেওঁ মনতে আক্ষেপ কৰি কবলৈ ধৰিলে, "হে মন! তোৰ লাজ নাই নে যে এনেকুৱা এটি পবিত্ৰ ৰাতি নিজৰ দুষ্ট ৰিপুৰ সন্তুষ্টিৰ কাৰণে তই মিছাতে কটালি, অথচ নামাজত ইমামে যদি দীঘল ছুৰা পঢ়ে তোৰ অস্থিৰতাৰ সীমা নাথাকে?"

ইয়াৰ পিছত তেওঁৰ অন্তৰত নিজৰ পাপৰ কাৰণে বহুতো অনুশোচনা জন্মে। তেতিয়াই তেওঁ তৌবাহ্ (অনুতাপ) কৰি আল্লাৰ এবাদতত (উপাসনাত) নিমগ্ন হয়। লাহে লাহে তেওঁ আল্লাৰ এবাদতত ইমানখিনি উন্নতি লাভ কৰে যে এদিনাখন তেওঁৰ পিতাকে বাগানলৈ গৈ দেখিলে যে তেওঁ এজোপা গোলাপ গছৰ তলত শুই আছে আৰু এডাল সাপে নাগিছ গছৰ এটি ডাল মুখত লৈ তেওঁক বিচি আছে।

তাৰ পিছত তেওঁ মেৰুৰপৰা বাগদাদলৈ যায় আৰু তাত আওলীয়া-সকলৰ লগত যোগ দিয়ে। আওলীয়াসকলৰ লগত কিছুদিন থাকি তেওঁ মক্কা শ্বৰীফলৈ যায় আৰু তাৰপৰা তেওঁ আকৌ মেৰুলৈ উভতি আহে। মেৰুত সেই সময়ত হাদীছ শাস্ত্ৰবিদ আৰু ফেকাহ শাস্ত্ৰবিদসকলৰ দুটা

দলৰ আলিম লোক ( বিদ্বান লোক )-সকল আছিল। দুয়োটা দলৰ আলিমসকলে আৰু জনসাধাৰণে তেওঁক বিশেষ শ্ৰদ্ধা ভক্তি কৰিছিল। তেওঁ দুয়োটা দলৰ আলোচনাৰ কাৰণে দুটি ঘৰ তৈয়াৰ কৰি দিছিল। তাৰ পিছতে তেওঁ মক্কা শ্বৰীফলৈ গৈ তাতে বসতি কৰিছিল।

তেওঁ এক বছৰ হজ্জ কৰিছিল, দ্বিতীয় বছৰ জিহাদ ( ধৰ্ম যুদ্ধ ) কৰিছিল আৰু তৃতীয় বছৰ বেপাৰ-বাণিজ্য কৰিছিল। লাভৰ অংশ তেওঁ শিষ্যসকলক দিছিল আৰু দুখীয়া অভাৱগ্ৰস্ত লোকসকলক খেজুৰ কিনি দিছিল।

এদিনাখন তেওঁ এটি ঘোঁৰাত উঠি এখন ঠাইলৈ গৈছিল। তেওঁ নামাজত নিমগ্ন হৈ থাকোঁতে ঘোঁৰাটি গৈ এজন খেতিয়কৰ খেতি-পথাৰত সোমাই বহুতো শষ্য নষ্ট কৰিলে। নামাজৰ শেষত যেতিয়া তেওঁ এইটো দেখিলে তেওঁ ঘোঁৰাটো তাতে এৰি খোজ কাঢ়ি গুচি আহিল।

এদিনাখন তেওঁ এজন দুঃচৰিত্ৰ লোকৰ লগত গৈ আছিল। অলপ দূৰ যোৱাৰ পিছত সেই মানুহজন তেওঁৰ পৰা বিদায় লৈ গ'ল। তেওঁ কান্দিবলৈ ধৰিলে। মানুহবিলাকে তেওঁৰ কন্দাৰ কাৰণ সুধিলত তেওঁ ক'লে যে সেই মানুজন বিদায় লৈ গ'ল, কিন্তু তাৰ কুস্বভাৱ আগৰ দৰেই তাৰ লগত ৰৈ গ'ল, সংশোধন নহ'ল।

এদিনাখন তেওঁ এজন মানুহৰপৰা কলম এটা লৈ কিবা লিখিছিল। বিদায়ৰ সময়ত তেওঁ মানুহজনক কলমটো দিবলৈ পাহৰি গ'ল। তেওঁ খবৰ লৈ জানিব পাৰিলে যে সেই মানুহজন চিৰিয়াৰ আছিল। তেওঁ মেৰুৰপৰা চিৰিয়ালৈ গৈ সেই মানুহজনক কলমটো দি আহিল।

এদিনাখন ৰাস্তাৰে গৈ থাকোঁতে তেওঁ এজন অন্ধ মানুহ লগ পালে। অন্ধজনে যাতে দৃষ্টি শক্তি পায় তাৰ বাবে তেওঁক আল্লাৰ ওচৰত দোৱা ( প্ৰাৰ্থনা ) কৰিবলৈ অনুৰোধ কৰিলে। তেওঁ মূৰ দোৱাই আল্লাৰ ওচৰত দোৱা কৰিলে। তেতিয়াই অন্ধজনে দৃষ্টি-শক্তি লাভ কৰিলে।

এবাৰ তেওঁৰ হজ্জ কৰিবলৈ প্ৰবল ইচ্ছা হ'ল। তেওঁ দেখিলে যে সময় বেছি নাই। এই অলপ সময়ৰ ভিতৰত গৈ আৰাফাত ময়দানত উপস্থিত হব নোৱাৰিব। এনেতে এজনী বুঢ়ী আহি তাত উপস্থিত হ'ল। বুঢ়ীৰ পিঠি বেঁকা হৈ গৈছে, হাতত আছে এডাল লাঠি। বুঢ়ীয়ে ক'লে, "আবদুল্লা! তুমি চিন্তা নকৰিবা। মোৰ লগত আহা। মই তোমাক ঠিক সময়ত আৰাফাত ময়দানত হাজিৰ কৰি দিম।" তেতিয়া হজ্জলৈ মাত্ৰ ৩ দিন বাকী। তেওঁ বিছমিল্লাহ বুলি বুঢ়ীৰ

লগত যাত্ৰা কৰিলে। যেতিয়াই তেওঁলোকে গৈ কোনো এখন নদী পাইছিল বুঢ়ীয়ে তেওঁক চকু মুদিবলৈ কৈছিল। বুঢ়ীৰ নিৰ্দেশ মতে তেওঁ চকু মুদিছিল। এইদৰে গৈ ঠিক সময়ত তেওঁলোকে হজ্জৰ কাম সমাধা কৰিছিল।

তাৰ পিছত বুঢ়ীয়ে তেওঁক ওচৰৰ এটি গুহালৈ লৈ গ'ল। তাত তেওঁ দেখিলে যে বুঢ়ীৰ এটি ল'ৰা আল্লাৰ এবাদতত ( উপাসনাত ) নিমগ্ন হৈ আছে। ল'ৰাটিয়ে বুঢ়ীৰ ভৰিত চুমা এটি খালে আৰু ক'লে, "মা, মোৰ মৃত্যুৰ সময় উপস্থিত। হয়তো আল্লাই তোমাক মোৰ দফন-কাফনৰ কাম সমাধা কৰিবলৈ পঠাই দিছে।" কেইদিনমান পিছতে ল'ৰাটিৰ মৃত্যু হ'ল। বুঢ়ী আৰু তেওঁ দুয়োজনে মিলি ল'ৰাটিৰ দফন-কাফনৰ কাম শেষ কৰিলে। বুঢ়ীয়ে তাতে থাকিল আৰু তেওঁক বিদায় দি ক'লে, "আবদুল্লা! তুমি যোৱা, কিন্তু অহা বছৰ ইয়ালৈ আহিলে তুমি মোক দেখা নাপাবা।"

তেওঁ জীৱিত কালতে তেওঁৰ গোটেই সম্পত্তি দুখীয়া আৰু অভাৱগ্ৰস্ত লোকসকলক বিলাই দিছিল। তাৰ পিছত এদিনাখন এজন আলহী আহি তেওঁৰ ওচৰত উপস্থিত হ'ল। আলহীজনক অভ্যৰ্থনা কৰিবলৈ তেওঁৰ হাতত একোৱেই নাছিল। তেওঁৰ ঘৈণীয়েকে তেওঁৰ এই কামত বিৰক্ত হৈ তেওঁৰ লগত কাজিয়া আৰম্ভ কৰিলে। কেইদিনমান পিছত তেওঁ ঘৈণীয়েকৰ পাবলগীয়া আটাইবোৰ মোহৰাণা ( স্ত্ৰীধন ) আদায় কৰি দি ঘৈণীয়েকক তালাক ( বিয়াৰ বন্ধন ছিন্ন কৰি ) দিলে।

ইয়াৰ কেইদিনমান পিছত এখন ডাঙৰ ধৰ্মসভাত এজন বাদচাহৰ ছোৱালী এজনীয়ে তেওঁৰ ভাষণ শুনি মুগ্ধ হ'ল। ছোৱালীজনীয়ে ঘৰলৈ গৈ পিতাকক ক'লে যে তেওঁ হজৰত আবদুল্লা ইব্‌নে মোবাৰককহে বিয়া কৰাব। বাদচাহে ছোৱালীজনীৰ কথা শুনি পঞ্চাশ হাজাৰ দীনাৰ লগত দি ছোৱালীজনীক তেওঁৰ লগত বিয়া দিলে।

মৃত্যুৰ সময়ত তেওঁ গোটেই সম্পত্তি দুখীয়া আৰু অভাৱগ্ৰস্ত লোক-সকলক দান কৰি দিলে। এজন মানুহে তেওঁক মৃত্যুশয্যাত সুধিলে, "হুজুৰ! আপোনাৰ পত্নী আৰু ছোৱালী তিনিজনীৰ কাৰণে কিছু এৰি থৈ যোৱা জানো কৰ্তব্য নহয়?" তেওঁ ক'লে, "মই তেওঁলোকক কৈছোঁ যে আল্লাই পুণ্যবানসকলৰ সকলোবোৰ দায়িত্ব গ্ৰহণ কৰে। গতিকে আল্লাই নিজে যেতিয়া দায়িত্ব লয় তাত মোৰ কৰিবলগীয়া বা এৰি যাবলগীয়া একো নাই।"

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ

১। যিয়ে ফৰজক সামান্য বুলি ভাবে তেওঁ মা'ৰেফাতৰ ( তত্ত্ব-জ্ঞানৰ ) পৰা বিৰত হয়।

২। আল্লাৰ বন্ধুসকল এটি মুহূর্তও তেওঁৰ জিকিৰৰ ( স্মৰণৰ )-পৰা আঁতৰি নাথাকে।

৩। হাজাৰ দিৰহাম দান কৰাতকৈ পাবলগীয়াজনৰ এটি দিৰহাম ঋণ পৰিশোধ কৰাটো বেছি ভাল।

৪। যিয়ে তিল পৰিমাণো হাৰাম ( নিষিদ্ধ ) বস্তু গ্ৰহণ কৰে তেওঁ আল্লাৰ প্ৰতি ঈমানদাৰ ( বিশ্বাসকাৰী ) নহয়।

৫। জীৱিকা উপাৰ্জন কৰাটো আল্লাৰ উপাসনাৰ পথত কোনো বাধা নহয়, বৰং দুয়োটাই এবাদত ( উপাসনা )।

৬। আল্লাৰ আশ্ৰয়লৈ আহি আওলীয়া-দৰবেশসকলৰ লগত বন্ধুতা কৰাটোকে সংসাৰত্যাগী বোলে।

৭। জেহাদ ( ধৰ্ম যুদ্ধ ) কৰাতকৈ নিজৰ সন্তানক সুশিক্ষা দিয়া আৰু সিহঁতক খোৰাক–পোছাক দিয়াটো বেছি ভাল।

৮। লোকসমাজৰ পৰা আঁতৰত থকাটো হৈছে অন্তৰৰ ঔষধ।

৯। সৎ কাজ সেইটোকে বোলে যিটো সততাৰ দ্বাৰা প্ৰকাশ পায়।

১০। যাৰ অন্তৰত বেহেস্তৰ আশা আৰু দোজখৰ ভয় নাই তেওঁ প্ৰকৃত পথ পাহৰি কুপথত চলে।

১১। সদায় তুমি এইভাৱে থাকিবা যেন তুমি আল্লাক দেখি আছা।

## ১৬। হজৰত চুফীয়ান চাওৰী ( ৰঃ )

হজৰত চুফীয়ান চাওৰী ( ৰঃ ) বাছৰাৰ অধিবাসী আছিল। তেওঁ সেইসময়ৰ আওলীয়া দৰবেশসকলৰ ভিতৰত শ্ৰেষ্ঠ আছিল আৰু ধাৰ্মিক লোকসকলৰ মূৰৰ মুকুট আছিল। সেইকাৰণে মানুহ-বিলাকে তেওঁক আমীৰুল মো'মেমিন ( বিশ্বাসকাৰীসকলৰ নেতা ) বুলি মাতিছিল। অথচ তেওঁ কোনো দিন ৰাজ্য শাসন কৰা নাছিল। তেওঁ জ্ঞান, বিদ্যা, উপাসনা, আদিৰ উচ্চ শিখৰত আৰোহণ কৰিছিল। বিনয় আৰু নম্ৰতাতো তেওঁৰ সমকক্ষ কোনো নাছিল। তেওঁ বহুতো

আওলীয়া দৰবেশৰ লগত থাকি জীৱনক এনেকুৱা ভাৱে গঢ় দিছিল যে জীৱনৰ আৰম্ভণিৰপৰা শেষলৈ তেওঁৰ জীৱনত কোনো পৰিবৰ্তন দেখা নগৈছিল।

তেওঁ মাতৃৰ গৰ্ভৰপৰাই সাধক আছিল। তেওঁ মাতৃৰ গৰ্ভত থাকোতে এদিনাখন তেওঁৰ মাকে এজন ওচৰ-চুবুৰীয়াৰ ঘৰলৈ গৈ গৰাকীৰ হুকুম নোলোৱাকৈ এটি আঙুলিৰে আচাৰৰ অলপ সোৱাদ লৈছিল। মাতৃ গৰ্ভত থাকিয়ে তৎক্ষণাত তেওঁ মাকৰ পেটত এটি আঘাত কৰে। মাকে ইয়াৰ কাৰণ বুজিব পাৰি তেতিয়াই ওচৰ চুবুৰীয়াজনৰ ওচৰলৈ গৈ ক্ষমা খোজে।

এদিনাখন হজৰত চুফিয়ান চাওৰীয়ে অসাৱধান হৈ মছজিদত প্ৰৱেশ কৰোতে আগেয়ে বাঁও ভৰিখন আগবঢ়াই দিছিল। তৎক্ষণাত অদৃশ্যৰপৰা এটি শব্দ শুনা গ'ল, "হে চুফিয়ান! তুমি কি কৰিছা ?" এই কথা শুনি তেওঁ অচেতন হৈ মাটিত পৰি গ'ল। যেতিয়া তেওঁ চেতন পালে তেওঁ নিজ হাতেৰে নিজৰ গালত নিজে চৰাই এই বুলি ক'লে, "হে মন! এতিয়াৰপৰা তই সাৱধান হবি। কাৰণ, মছজিদত আগেয়ে সোঁ ভৰি ৰাখি প্ৰৱেশ কৰিব লাগে আৰু বাঁও ভৰি ৰাখি ওলাই আহিব লাগে।"

তেওঁ ৰচুল কৰিম (ছঃ)-ৰ হাদিছবোৰ পূৰাপূৰিভাৱে কাৰ্য্যত পৰিণত কৰিছিল। তেওঁ মোহাদ্দিচ (হাদিছ শাস্ত্ৰবিদ)-সকলক মাতি আনি এইদৰে কৈছিল, "মালৰ যিদৰে শতকৰা আঢ়ৈ ভাগ জাকাত (নিৰ্দিষ্ট দান) দিয়া হয় আপোনালোকেও সেইদৰে ৰচুল কৰিম (ছঃ)-ৰ হদিছবোৰৰ জাকাত দিয়ে নেকি ? অৰ্থাৎ শতকৰা আঢ়ৈ ভাগ হদিছ কাৰ্য্যত পৰিণত কৰি দেখায় নেকি ?"

এবাৰ তেওঁৰ বেমাৰ হৈছিল। বোখাৰাৰ শাসনকৰ্তাই তেওঁৰ বেমাৰৰ কথা শুনি তেওঁৰ ওচৰলৈ এজন ডাক্তৰ পঠালে। ডাক্তৰজন অগ্নিপূজক আছিল। তেওঁ আহি হজৰত চুফিয়ান চাওৰীৰ পেচাব পৰীক্ষা কৰি দেখিলে যে আল্লাৰ ভয়তে তেওঁৰ বেমাৰ হৈছে। ইছলাম ধৰ্মত যে এনেকুৱা ধৰ্ম প্ৰাণ লোক আছে তেওঁ দেখি মুগ্ধ হ'ল আৰু তেতিয়াই ইছলাম গ্ৰহণ কৰি মুছলমান হ'ল। বোখাৰাৰ শাসনকৰ্তা-জনে এই কথা শুনি ক'লে, "মই ডাক্তৰক পঠাইছিলোঁ ৰোগীৰ ওচৰলৈ, পিছত দেখা প'ল যে মই ৰোগীকহে পঠাইছিলোঁ ডাক্তৰৰ ওচৰলৈ।"

এবাৰ তেওঁ এজন বন্ধুৰ লগত উটত উঠি মক্কা শ্বৰীফলৈ গৈ আছিল। বাটত তেওঁ কান্দিবলৈ ধৰিলে। বন্ধুজনে তেওঁক কন্দাৰ কাৰণ সোধাত তেওঁ ক'লে যে তেওঁ যি ঈমান (বিশ্বাস) আনিছে সেইটো প্ৰকৃত ঈমান হয়নে নহয় তাৰ ভয়তে তেওঁ কান্দিছে।

তেওঁ কৈছিল যে বৰ্তমান এনেকুৱা এটি সময় আহি উপস্থিত হৈছে যে প্ৰত্যেকে নিজৰ জিভাক শাসন কৰা কৰ্তব্য আৰু নিজৰ নিজৰ ঘৰৰ কোণত বহি মুক্তিৰ কাৰণে আশা কৰা উচিত। এইটো শুনি এজন মানুহে তেওঁক সুধিলে যে যদি মানুহবিলাকে ঘৰৰ কোণত বহি থাকে তেন্তে সংসাৰ চলাবলৈ টকা-পইচা কৰপৰা আহিব? তেওঁ ক'লে, "তোমালোকে খোদাক ভয় কৰা। মই কোনো খোদা ভীৰু লোকক নিজৰ জীৱিকাৰ কাৰণে আনৰ মুখাপেক্ষী হোৱা দেখা নাই।"

যেতিয়া তেওঁৰ কোনো শিষ্য দেশ ভ্ৰমণলৈ গৈছিল তেওঁ কৈছিল, "যদি কৰবাত মৃত্যুক লগ পোৱা মোৰ কাৰণে তাক কিনি অনিবা।" তাৰ পিছত যেতিয়া মৃত্যুৰ সময় আহি উপস্থিত হ'ল তেওঁ কান্দি কান্দি কবলৈ ধৰিলে, "মই মৃত্যুৰ কাৰণে বৰ আগ্ৰহ কৰিছিলোঁ। কিন্তু এতিয়া দেখিলোঁ যে মৃত্যু বৰ কঠিন বস্তু। আল্লাৰ ওচৰলৈ যাব পৰাটো সহজ নহয়।"

তেওঁ বাছুৰা নগৰত উদৰাময় ৰোগৰ দ্বাৰা আক্ৰান্ত হয়। তথাপি তেওঁ আল্লাৰ এবাদতৰ (উপাসনাৰ) পৰা বিৰত থকা নাছিল। তেওঁ বাৰে বাৰে ওজু (হাত, ভৰি, মুখ আদি ধুই পৱিত্ৰ হোৱা কাৰ্য্য) কৰি নামাজ পঢ়িছিল আৰু কৈছিল, "অপৱিত্ৰ অৱস্থাত আল্লাৰ দৰবাৰলৈ যোৱা উচিত নহয়।

নগৰৰ লোকসকলে ৰাতি সপোনত দেখিলে কোনোবাই যেন তেওঁ-লোকক চিয়ঁৰি কৈছে, "তোমালোক চুফিয়ান চাওৰীৰ জানাজালৈ ওলাই যোৱা।" ৰাতিপুৱা নগৰৰ মানুহেৰে তেওঁৰ ঘৰ ভৰি পৰিল। তেওঁ তেতিয়া গাৰুৰ তলৰপৰা এক হাজাৰ দীনাৰৰ মোনা এখন উলিয়াই আনি ক'লে, "এইবোৰ দুখীয়া নিছলা লোকসকলৰ মাজত বিতৰণ কৰি দিয়া।"

এই ধনবোৰ আছিল বোখাৰাৰ এজন লোকৰ। যেতিয়া সেই লোকজনৰ মৃত্যু হৈছিল বোখাৰাবাসীসকলে এইবোৰ ধন হজৰত চুফিয়ান চাওৰীৰ ওচৰত জমা থৈছিল। তেওঁ সেইবোৰ ধন বৰ যত্ন

কৰি থৈ দিছিল। মৃত্যুৰ সময়ত তেওঁ সেইবোৰ ধন দুখীয়া-নিছলাক দান কৰিলে আৰু সেই ৰাতিয়ে তেওঁৰ মৃত্যু হ'ল।

তেওঁ মানুহ আৰু পশু-পক্ষীৰ প্ৰতি বৰ দয়ালু আছিল। এদিনাখন তেওঁ বজাৰলৈ গৈ এজন মানুহৰ হাতত এটি চৰাই দেখিছিল। চৰাই-টিয়ে এটা সজাৰ ভিতৰত আবদ্ধ হৈ ধৰফৰাই আছিল। সজাটিৰপৰা ওলাবলৈ বহুতো চেষ্টা কৰি ওলাব পৰা নাই। তেওঁ তেতিয়াই চৰাইটো কিনি লৈ এৰি দিছিল। চৰাইটিয়েও তেওঁৰ এই দয়া পাহৰিব পৰা নাছিল ই তেওঁৰ ঘৰলৈ সদায় অহা যোৱা কৰি আছিল। তেওঁ নামাজত মগ্ন হৈ থাকিলে ই তেওঁৰ ওচৰতে বহি চাই আছিল আৰু মাজে সময়ে তেওঁৰ গাত আঁহি বহিছিল। তেওঁৰ মৃত্যুৰ পিছত তেওঁৰ লাচটি যেতিয়া কবৰস্থানলৈ নিয়া হৈছিল এই চৰাইটিয়ে বিলাপ কৰি কৰি লাচটিৰ ওপৰে ওপৰে উৰি কবৰস্থানলৈ গৈছিল। তাৰ পিছত তেওঁৰ কবৰৰ ভিতৰৰপৰা এটি শব্দ শুনা গৈছিল, "জীৱৰ প্ৰতি দয়া কৰাৰ কাৰণে চুফিয়ান চাওৰীৰ প্ৰতি আল্লাই দয়া কৰিছে।"

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ—

১। আত্মগোপন কৰি চলাটো মানুহৰ প্ৰধান কৰ্তব্য। অতীতৰ আওলীয়াসকলে বহুমূলীয়া পোছাক পিন্ধাটোক ঘৃণাৰ চকুৰে চাইছিল।

২। এতিয়া এনেকুৱা সময় আহিছে যে মুখ বন্ধ কৰি ঘৰৰ কোণত আশ্ৰয় লোৱাৰ বাহিৰে আন কতো শান্তি পোৱা নাযায়।

৩। যিজন বাদচাহে আলিমক [ জ্ঞানীলোকক ] বন্ধু হিচাবে লয় তেৱেঁই শ্ৰেষ্ঠ বাদচাহ।

৪। তোমালোকে ইহকালটোক শৰীৰৰ কাৰণে আৰু পৰকালটোক আত্মাৰ কাৰণে বুলি গ্ৰহণ কৰিবা আৰু বেহেস্তলৈ যাবৰ কাৰণে মনক ইয়াৰ প্ৰতি আসক্ত কৰিবা।

৫। যিয়ে আনৰ ওপৰত নিজৰ শ্ৰেষ্ঠত্ব স্থাপন কৰে, অৰ্থাৎ নিজকে সকলোতকৈ ডাঙৰ বুলি ভাবে, তেওঁ অহঙ্কাৰী।

৬। যাৰ নামাজত নম্ৰতা আৰু আল্লাৰ প্ৰেম নাই তেওঁৰ নামাজ প্ৰকৃত নামাজ নহয়।

৭। যিয়ে অন্যায়ভাৱে টকা পইচা উপাৰ্জন কৰি দান কৰে তেওঁ যেন অপৱিত্ৰ মূত কিছুমান জমা কৰি তাৰে নিজৰ কাপোৰ ধুলে।

৮। সৎ স্বভাৱে আত্মাৰ শান্তিৰ জুইক শীতল কৰে।

## ১৭। হজৰত আবু আলী চকীক বল্‌খী ( ৰঃ )

হজৰত আবু আলী চকীক ( ৰঃ ) বল্‌খৰ অধিবাসী আছিল। সেই সময়ত তেওঁৰ নিচিনা শ্ৰেষ্ঠ পীৰ আৰু আল্লাৰ এবাদতত ( উপাসনাত ) তেওঁৰ সমকক্ষ কোনো নাছিল। তেওঁ গোটেই জীৱন আল্লাৰ ওপৰত নিৰ্ভৰ কৰি চলিছিল। তেওঁ এজন বৰ জ্ঞানী আৰু ডাঙৰ শাস্ত্ৰবিদ লোক আছিল। তেওঁ বহুতো কিতাপ লিখি থৈ গৈছে। তেওঁ হজৰত ইব্ৰাহিম আদ্‌হাম ( ৰঃ )-ৰ শিষ্য আছিল। তেওঁ এক হাজাৰ শাত শ আওলীয়াৰ সংশ্ৰৱত থাকি শিক্ষা লাভ কৰিছিল আৰু বহুতো কিতাপ অধ্যয়ন কৰিছিল।

তেওঁৰ জীৱনৰ পৰিৱৰ্তন এই দৰে হয়ঃ এদিনাখন তেওঁ ব্যৱসায় কৰিবলৈ তুৰ্কিস্তানলৈ গৈছিল। তাত তেওঁ এজন মূৰ্তিপূজকক মূৰ্তিৰ কোনো ক্ষমতা নাই বুলি কোৱাত মূৰ্তিপূজকজনে তেওঁক কৈছিল, "যদি তোমাৰ খোদাৰ ক্ষমতা আছিল তেন্তে তেওঁ তোমাক নিজৰ দেশত জীৱিকা দান নকৰিলে কিয়? তেওঁ যদি তাত তোমাৰ জীৱিকা দানত সমৰ্থ হ'লহেঁতেন তুমি জীৱিকা বিচাৰি ইমান দূৰ দেশলৈ আহিব নালাগিলহেঁতেন।" এইটো শুনি তেওঁ সাৱধান হ'ল আৰু নিজৰ দেশৰ পিনে যাত্ৰা কৰিলে। ৰাস্তাত তেওঁৰ এজন অগ্নিপূজকৰ লগত দেখা হ'ল। সেই অগ্নিপূজকজনে তেওঁক ব্যৱসায় কৰা দেখি ক'লে, "তুমি কেলেই এইদৰে ব্যৱসায় কৰি ঘূৰি ফুৰিছা? তোমাৰ ভাগ্যত যি আছে তাক পাবাই। এইদৰে ব্যৱসায় কৰি ঘূৰি ফুৰিবলৈ কোনো প্ৰয়োজন নাই।" তেওঁ এইটো শুনি আৰু বেছি সাৱধান হ'ল।

তেতিয়াৰে পৰা সংসাৰৰ প্ৰতি তেওঁৰ বিতৃষ্ণা জন্মে। তেওঁ বহুতো চিন্তা কৰি বল্‌খলৈ উভতি আহি নিজৰ ঘৰ পালে। সেই সময়ত আলী ইব্‌নে ঈছা বল্‌খৰ আমীৰ আছিল। তেওঁৰ এটি কুকুৰ হেৰাইছিল। তেওঁৰ লগুৱাসকলে হজৰত আবু আলী চকীৰ ওচৰ-চুবুৰীয়া এজনক চোৰ বুলি ধৰি নি বহুতো মাৰ-ধৰ কৰিলে। হজৰত আবু আলী চকীকে এইটো দেখি আমীৰক অনুৰোধ কৰি ক'লে যে তেওঁ যি কোনো উপায়ে হ'লেও হেৰোৱা কুকুৰটোক আনি দিব। সেই মানুহজনক এৰি দিব লাগে। আমীৰে তেওঁৰ অনুৰোধত মানুহজনক এৰি দিলে। তিনিদিন পিছত সেই হেৰোৱা কুকুৰটো এজন মানুহে আনি তেওঁক

দিলে আৰু তেওঁ তেতিয়া কুকুৰটো নি আমীৰক দিলে। তাৰ পিছত তেওঁ সংসাৰ ত্যাগ কৰিলে।

এবাৰ বল্‌খ প্ৰদেশত ভীষণ দুভিক্ষ হয়। সেই দুভিক্ষত বহুত মানুহৰ মৃত্যু হয়। বহুতে সেই মৃত লোকসকলৰ মাংস খাই কোনো ৰকমে জীয়াই আছিল। এনেকুৱা অৱস্থাত তেওঁ এদিন বজাৰলৈ গৈ দেখিলে যে এটা ক্ৰীতদাসে হাঁহি হাঁহি বজাৰ কৰি আছে। তেওঁ ক্ৰীত-দাসটোক সুধিলে, "মানুহ অনাহাৰে মৰিব ধৰিছে আৰু তুমি হাঁহি হাঁহি বজাৰ কৰিছা।" ক্ৰীতদাসটোৱে ক'লে, "তাত মোৰ চিন্তা কৰাৰ কি প্ৰয়োজন? মোৰ মালিকৰ বহুত শস্য আছে। তেওঁ তাৰপৰা মোক খাবলৈ দিব।" এই কথা শুনি তেওঁৰ জ্ঞান চকু মুকলি হ'ল আৰু তেওঁ ক'বলৈ ধৰিলে, "হে আল্লাহ! তুমি জগতৰ মালিক আৰু জগতৰ সকলো প্ৰাণীৰে জীৱিকাদাতা। তুমি থাকোঁতে মই জীৱিকাৰ কাৰণে কিয় চিন্তা কৰিম?" তাৰ পিছতে তেওঁ নিজৰ ব্যৱসায়-বাণিজ্য ত্যাগ কৰে আৰু তৌবাহ ( অনুতাপ ) কৰি আল্লাৰ পিনে মুখ ঘূৰায়।

এবাৰ তেওঁ এখন ধৰ্ম যুদ্ধলৈ গৈছিল। তেওঁৰ আল্লাৰ প্ৰতি ইমান বিশ্বাস আছিল যে তেওঁ নিজৰ পোছাকটিক গাৰু বনাই দুয়োটা সৈন্য-দলৰ মাজত এনেকুৱা ভাৱে শুই পৰিল যে কোনেও তেওঁৰ একো ক্ষতি কৰিব নোৱাৰিলে।

এদিনাখন এজন মানুহে তেওঁক কিছু ধন দান কৰিবলৈ ওলাল। তেওঁ ক'লে, "যদি তোমাৰ এই পাঁচটা দোষ নাথাকিলেহেঁতেন তেন্তে মই তাক গ্ৰহণ কৰিলোঁহেঁতেন— [১] তোমাৰ ধন লোকচান হ'ব, [২] তোমাৰ ধন চোৰে নিব পাৰে, [৩] তুমি হয়তো দান কৰি মনত দুখ পাব পাৰা, [৪] মোৰ কিবা দোষ দেখিলে তুমি হয়তো ইয়াক পিছত তোমাক ঘূৰাই লাগে বুলিও ক'ব পাৰা, [৫] তুমি মৰি গ'লে হয়তো মই সম্বলহীন হৈ পৰিম। আল্লাৰ এইবোৰ দোষ নাই। তেওঁহে মোৰ জীৱিকাদাতা।"

এবাৰ তেওঁ বাগদাদলৈ গৈছিল। তেওঁ যোৱা খবৰ পাই সেই সময়ৰ বাদচাহ হাৰুণল ৰচিদে তেওঁৰ পৰা বহুতো উপদেশ ল'লে। তেওঁ বাদচাহক ক'লে, "আল্লাই আপোনাক ধন, তৰোৱাল আৰু বেত দান কৰিছে। এই তিনিটা বস্তুৰদ্বাৰা আপুনি প্ৰজাসকলক ৰক্ষা কৰিব। আপুনি অভাৱগ্ৰস্তক ধন দান কৰিব, হত্যাকাৰীক তৰোৱালেৰে শাস্তি দিব আৰু আল্লাৰ হুকুমৰ বিৰুদ্ধে চলা লোকসকলক বেতেৰে

কোবাই সং পথ দি ঘূৰাই আনিব।" বাদচাহে তেওঁৰ উপদেশবোৰ শুনি কান্দি পেলালে আৰু তেওঁক সসন্মানে বিদায় দিলে।

তাৰ পিছত তেওঁ মক্কা শ্বৰীফলৈ যায়। তেওঁ যোৱা খবৰ পাই বহু লোক তেওঁৰ ওচৰত উপস্থিত হ'ল; জনতাক তেওঁ ক'লে, "ইয়াত জীৱিকা অন্বেষণ কৰাতো মূৰ্খতা আৰু নিজৰ জীৱিকাৰ কাৰণে কাম কৰাতো হাৰাম ( নিষিদ্ধ )।" সেই সময়ত হজৰত ইব্ৰাহিম আদ্‌হামো তাত উপস্থিত আছিল। তেওঁ হজৰত ইব্ৰাহিম আদ্‌হামক সুধিলে, "আপুনি জীৱিকা সম্বন্ধে কি কৰে?" হজৰত ইব্ৰাহিম আদ্‌হামে ক'লে, "খোৱা বস্তু পালে কৃতজ্ঞতা প্ৰকাশ কৰোঁ আৰু নাপালে ধৈৰ্য্য ধৰি থাকোঁ।" তেওঁ ক'লে, "আমাৰ দেশৰ কুকুৰবোৰেও খোৱা বস্তু পালে নেজ লৰাই কৃতজ্ঞতা প্ৰকাশ কৰে আৰু নাপালে ধৈৰ্য্য ধৰি থাকে।" তেতিয়া হজৰত ইব্ৰাহিম আদ্‌হামে সুধিলে, "আপুনি কি কৰে?" তেওঁ ক'লে যে তেওঁ পালে আনক দান কৰে আৰু নাপালে ধৈৰ্য্য ধৰে।" এইটো শুনি হজৰত ইব্ৰাহিম আদ্‌হামে তেওঁৰ মূৰত এটি চুমা খালে আৰু ক'লে, "আপুনি আমাৰ গুৰু। আপোনাৰপৰা বহুত শিক্ষা পালোঁ।"

৫৩ হিজৰীত তেওঁৰ মৃত্যু হয়। তেওঁ জন্ম আৰু মৃত্যু ক'ত হৈছিল সেই বিষয়ে কোনো খবৰ পোৱা নাযায়।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ

১। যিয়ে নিজৰ জীৱিকা সম্বন্ধে আল্লাৰ ওপৰত নিৰ্ভৰ কৰে তেওঁৰ চৰিত্ৰ উন্নত হয় আৰু আল্লাৰ এবাদত ( উপাসনা ) কৰিবলৈ তেওঁৰ মনত প্ৰেৰণা জন্মে।

২। যিয়ে বিপদত পৰি আৰ্তনাদ কৰে তেওঁ যেন তীৰ লৈ আল্লাৰ লগত যুদ্ধহে কৰে।

৩। এবাদতৰ ( উপাসনাৰ ) মূল বস্তু হৈছে আল্লাক ভয় কৰা, তেওঁৰ দয়া আশা কৰা আৰু তেওঁৰ ওপৰত ঈমান ( বিশ্বাস ) পূৰ্ণভাৱে ৰখা।

৪। হাৰাম ( নিষিদ্ধ ) কাম আৰু হাৰাম কথা ত্যাগ কৰাটো ভয়ৰ লক্ষণ, সদায় আল্লাৰ এবাদতত ( উপাসনাত ) মগ্ন থকাটো আশাৰ লক্ষণ, আল্লাৰ ওপৰত অনুৰাগ আৰু অটল ভাব বজাই ৰখাটো বিশ্বাসৰ লক্ষণ।

৫। যাৰ এই তিনিটা বস্তু নাই তেওঁ দোজখৰ পৰা মুক্তি নাপাব— [১] মনৰ শান্তি, [২] আল্লাৰ প্ৰতি ভয়, [৩] আল্লাক পাবলৈ ব্যাকুলতা।

৬। মৃত্যুৰ কাৰণে সদায় সাজু হৈ থাকিবা। কাৰণ, ই আহিবই। ই আহিলে খালি হাতে উভতি নাযায়।

৭। কোনোবা দৰবেশক পৰীক্ষা কৰিবলৈ হ'লে চাব লাগিব যে তেওঁ আল্লাৰ ওপৰত বেছি নিৰ্ভৰ কৰে নে মানুহৰ ওপৰত বেছি নিৰ্ভৰ কৰে।

৮। ধৰ্মপ্ৰাণ লোকক তিনিটা উপায়ে পৰীক্ষা কৰা যায় ঃ—(১) ধৰ্মৰ আদেশ আৰু নিষেধ পালনৰদ্বাৰা (২) ধাৰ্মিক আৰু সাংসাৰিক কথা বাৰ্তাৰদ্বাৰা, (৩) ধৰ্মৰ লগত সম্বন্ধ বেছি নে সংসাৰৰ লগত সম্বন্ধ বেছি।

৯। যিয়ে পাৰ্থিৱ বস্তুবোৰৰ লোভ আৰু প্ৰেমত নপৰে তেওঁ জ্ঞানী। যিয়ে আল্লাৰ দানত তৃপ্তি লাভ কৰে তেওঁ প্ৰকৃত ধনী। যাৰ অন্তৰত ধন দৌলতৰ আকাংক্ষা নাই তেওঁ দৰবেশ। যিয়ে আল্লাই দিয়া মালৰ হক আদায় নকৰে তেওঁ কৃপণ।

## ১৮। হজৰত ইমাম আজম আবু হানিফা (ৰঃ)

হজৰত ইমাম আজম আবু হানিফা (ৰঃ) কুফা নগৰত জন্ম গ্ৰহণ কৰিছিল। তেওঁ ইছলামৰ উজ্জ্বল বন্তি আৰু জ্ঞান আৰু মা'ৰেফাতৰ (তত্ত্বজ্ঞানৰ) সুপণ্ডিত আছিল। তেওঁৰ নাম যশৰ কথা সকলোৱে জানে আৰু তেওঁ আছিল সকলোৰে প্ৰশংসাৰ পাত্ৰ। তেওঁ সকলো মজহাবৰ (দলৰ) প্ৰিয়। মা'ৰেফাতত (তত্ত্বজ্ঞানত) তেওঁৰ সমান জ্ঞানী লোক কোনো নাছিল। তেওঁ বহুতো আওলীয়াৰ লগত দৰ্শন লাভ কৰিছিল।

তেওঁ হজৰত জাফৰ চাদেকৰ পৰম বন্ধু আছিল আৰু হজৰত ফজিল, হজৰত ইব্ৰাহিম আদ্‌হাম, হজৰত বিছৰে হাফী আৰু হজৰত দাউদ তায়ীৰ শিক্ষক আছিল।

তেওঁ বাল্যকালৰপৰাই খোদাপ্ৰেমিক আছিল আৰু অতি সাধাৰণ পোছাক পৰিধান কৰিছিল।

এদিনাখন তেওঁ সপোনত দেখিলে যে হজৰত মোহাম্মদ ( ছঃ )-এ তেওঁক কৈছে, "হে আবু হানিফা। আল্লাই তোমাক কেৱল এই কাৰণেহে পঠাইছে যে তুমি যাতে মোৰ চুন্নতক ( ৰীতি–নীতিক ) জীৱিত ৰাখা। তুমি নিৰ্জনত বাস কৰিবলৈ আশা নকৰিবা।" গতিকে তেওঁ হজৰত মোহাম্মদ ( ছ )-ৰ জ্ঞান আৰু হাদিছত এনেকুৱা জ্ঞান লাভ কৰিছিল যে তেওঁ সকলোবোৰ শাস্ত্ৰৰ বিশদ ব্যাখ্যা কৰিব পাৰিছিল আৰু সত্যক অসত্যৰ পৰা পৃথক কৰি দেখুৱাবলৈ সক্ষম হৈছিল। সেইবাবে তেওঁ মুছলমান সমাজৰ ইমাম ( নেতা ) হ'ব পাৰিছিল।

সেই সময়ত আল্ মনছুৰ বাগদাদৰ খলিফা আছিল। তেওঁ বাগদাদৰ প্ৰধান কাজী ছায়াবীক এটা ভুলৰ কাৰণে কাজী পদৰ পৰা বৰ্খাস্ত কৰে। তেতিয়া সেই কাজী পদটি খালি হয়। খলিফাই হজৰত আবু হানিফাক সেই কাজী পদটি গ্ৰহণ কৰিবলৈ অনুৰোধ কৰে। হজৰত আবু হানিফাই ক'লে, "হুজুৰ। মই আৰবী নহওঁ। গতিকে আৰবৰ প্ৰধান লোকসকলে কোনো ৰকমেই মোৰ হুকুম মানিবলৈ বাধ্য নহ'ব। গতিকে মই এই পদৰ উপযুক্ত নহওঁ।" এইবুলি কৈ তেওঁ বিদায় ল'লে। কাৰণ, কাজী পদত থাকিলে প্ৰাণদণ্ড আদিৰ হুকুম আৰু গুৰুতৰ ঘটনাবোৰত হুকুম কাজীয়ে দিব লাগে। গতিকে খোদা-ভক্ত লোকসকলে সহজে এই পদ গ্ৰহণ নকৰে। তেওঁলোকে স্বাধীনভাৱে থাকিবলৈ ভাল পায়।

এদিনাখন এখন ধৰ্ম সভাৰ ওচৰত কিছুমান ল'ৰাই ব'ল খেলি আছিল। হঠাতে ব'লটি গৈ সভাৰ ভিতৰত পৰিল। কোনো ল'ৰাই সভাৰ ভিতৰৰপৰা ব'লটি আনিবলৈ সাহ নকৰিলে। এনেতে এটা ল'ৰাই অভদ্ৰৰ দৰে গৈ সভাৰ পৰা ব'লটি লৈ আহিল। ইমাম চাহাবে ল'ৰাটিৰ বেআদবী ( অভদ্ৰামী ) দেখি ক'লে, "এই ল'ৰাটি হালালজাদা ( যাৰ মাতৃ সতী ) নহয়।" মানুহবিলাকে পিছত অনুসন্ধান কৰি জানিব পাৰিলে যে সেই ল'ৰাটি প্ৰকৃততে হাৰামজাদা ( যাৰ মাতৃ সতী নহয়।) মানুহবিলাকে তেতিয়া তেওঁক সুধিলে যে তেওঁ ল'ৰাটিক কেনেকৈ হাৰাম জাদা বুলি জানিব পাৰিলে তেওঁ ক'লে, "যদি ল'ৰাটি হালালজাদা হ'লহেঁতেন তেন্তে লাজে তাক এনেকুৱা অভদ্ৰামী কৰিবলৈ বাধা দিলেহেঁতেন। সি কেতিয়াও ইমানবিলাক মাননীয়, বৃদ্ধ আৰু নেতৃস্থানীয় লোকৰ সন্মুখত অভদ্ৰামী কৰিবলৈ সাহ নকৰিলেহেঁতেন।"

এবাৰ এজন মানুহে তেওঁৰপৰা কিছু টকা ধাৰে নিছিল। যিখন গাঁওত সেই মানুহজন বাস কৰিছিল তাত ইমাম চাহাবৰ এজন শিষ্যৰ মৃত্যু হ'ল। তেওঁ জানাজা পঢ়িবলৈ তালৈ গ'ল। সেই দিনাখন প্ৰখৰ ৰ'দ আছিল। সেই ঋণ-গ্ৰস্ত মানুহজনৰ ঘৰটিৰ বাহিৰে তাঁত ছায়াৰ কোনো ব্যৱস্থা নাছিল। মানুহবিলাকে তেওঁক সেই ঘৰটিৰ ছায়াতে কিছু জিৰণি ল'বলৈ ক'লে। তেওঁ ক'লে, "এই ঘৰটিৰ মালিকজনে মোৰপৰা কিছু টকা ধাৰে আনিছে। গতিকে যদি মই তেওঁৰপৰা কিবা উপকাৰ গ্ৰহণ কৰোঁ তেন্তে সেইটো সুত গ্ৰহণৰ সমান হ'ব। গতিকে মই সেই ছায়াত জিৰণি ল'ব নোৱাৰিম।"

তেওঁ কেতিয়াও খালী মূৰে থকা নাছিল আৰু ভৰি মেলি বহা নাছিল। কাৰণ, তেওঁ জানিছিল যে আল্লাৰ সম্মুখত খালী মূৰে থকাটো আৰু ভৰি মেলি বহাটো বেআদবী (অভদ্ৰামী)।

এদিনাখন এটা ৰাস্তাইদি তেওঁ গৈ আছিল। এনেতে তেওঁ এটি ল'ৰাক বোকাময় ঠাইদি গৈ থকা দেখি ক'লে, "বোপা! সাৱধানে খোজ দিবা, যাতে ভৰি পিছলি নাযায়।" ল'ৰাটিয়ে ক'লে, "মোৰ ভৰি পিছলিলে মই অকলে পৰিম, কিন্তু আপোনাৰ ভৰি পিছলিলে অনুগামী সকলোবিলাক মুছলমানৰে ভৰি পিছলি যাব আৰু তেওঁ-লোকৰ উঠা বৰ কষ্ট হ'ব।" ল'ৰাটিৰ এনেকুৱা জ্ঞান পূৰ্ণ কথা শুনি তেওঁ বৰ আচৰিত হ'ল আৰু শিষ্যসকলক ক'লে, "সাৱধান, তোমালোকে ধৰ্মীয় নিয়ম-কানুনবোৰ পূৰা পূৰি ভাৱে মানি চলিবা।"

যেতিয়া হজৰত দাউদতায়ী (ৰঃ) কুফাত খলিফা হ'ল তেওঁ ইমাম চাহাবক সুধিলে, "এতিয়া মোৰ কি কৰা কৰ্তব্য?" তেওঁ ক'লে, "আপোনাৰ কৰ্তব্য হৈছে ইলম্ (বিদ্যা) অনুযায়ী আমল (কৰ্ম) কৰা। কাৰণ, আমলবিহীন ইলম্ হৈছে প্ৰাণবিহীন শৰীৰৰ দৰে।"

এদিনাখন ৰাতি খলিফাই হজৰত আজ্ৰাইল্ (আঃ) ক সপোনত দেখি সুধিলে যে তেওঁৰ আয়ুস আৰু কিমান দিন বাকী আছে। হজৰত আজ্ৰাইল্ (আঃ) এ পাঁচটি আঙুলি দেখুৱাই অদৃশ্য হৈ গ'ল। খলিফাই দেশৰ আলেম (পণ্ডিত)-সকলক মাতি আনি ইয়াৰ মানে কি সুধিলে। কিন্তু কোনেও ক'ব নোৱাৰিলে। তাৰ পিছত তেওঁ ইমাম চাহাবক মাতি নি ইয়াৰ মানে সোধাত তেওঁ ক'লে "পাঁচটা আঙুলিৰদ্বাৰা পাঁচটা বিষয়ৰ জ্ঞানক বুজায়। এই পাচটা বিষয়ৰ

জ্ঞান আল্লাৰ বাহিৰে আন কাৰো নাই ঃ—(১) কিয়ামত কেতিয়া হ'ব, (২) বৰষুণ কেতিয়া হ'ব, (৩) মাতৃ গৰ্ভত কি সন্তান থাকে, (৪) কালিলৈ কোনে কি কৰিব আৰু (৫) কাৰ ক'ত কেতিয়া মৃত্যু হ'ব। এইকেইটা কথা কোৰআন শ্বৰীফত আল্লাই নিজে কৈছে।"

তেওঁ প্ৰথম অৱস্থাত প্ৰত্যেক ৰাতি পাঁচ শ ৰাকাতকৈ নামাজ পঢ়িছিল। তাৰ পিছত তেওঁ প্ৰত্যেক ৰাতি এক হাজাৰ ৰাকাতকৈ নামাজ পঢ়িছিল। অৱশেষত তেওঁ ত্ৰিশ বছৰ কাল ইছাৰ নামাজৰ ওজুৰ দ্বাৰাই গোটেই ৰাতি নামাজ পঢ়ি ফজৰৰ ( ৰাতিপুৱাৰ ) নামাজো পঢ়িছিল।

তেওঁ ১৬ বছৰ বয়সতে প্ৰথম হজ্জ কৰিছিল। তাৰ পিছতো তেওঁ বহুবাৰ হজ্জ কৰিছিল। তেওঁ ৰমজান মাহত নিতৌ তাৰাবিহ নামাজত দুবাৰকৈ মুঠ ৬০ বাৰ কোৰআন শ্বৰীফ খতম কৰিছিল।

তেওঁ ১৫০ হিজৰীত ৭০ বছৰ বয়সত খলিফা মনছুৰৰ বন্দীশালত শেষ নিশ্বাস পেলায়। তেওঁৰ জানাজাত সাত লাখ মানুহ উপস্থিত আছিল। তেওঁৰ আন এটি নাম নো'মান আছিল। তেওঁৰ জীৱনীৰ বিশদ বিৱৰণ আৰু কঠোৰ এবাদতৰ ( উপাসনাৰ ) কাহিনীবোৰ 'চিৰাতে নো'মান' আদি কিতাপত বহলাই উল্লেখ আছে।

## ১৯। হজৰত ইমাম ছাফেয়ী ( ৰঃ )

হজৰত ইমাম ছাফেয়ী ( ৰঃ ) মক্কা শ্বৰীফৰ ওচৰৰ মতলবী নামেৰে এখন ঠাইৰ অধিবাসী আছিল। তেওঁ শ্বৰীয়ত আৰু মা'ৰেফাতৰ বাদচাহ আৰু খোদা প্ৰেমৰ প্ৰতীক আছিল। তেওঁ তেৰ বছৰ বয়সতে শ্বৰীয়তৰ সকলোবোৰ বিষয়ে শিকি লৈছিল আৰু পোন্ধৰ বছৰ বয়সত কঠিন বিষয়বোৰৰ ফতোৱা ( বিধান ) দিব পাৰিছিল। জগত বিখ্যাত আলেম হজৰত ইমাম আহমদ ইবনে হাম্বল, যাৰ তিনি লাখ হদিছ মুখস্থ আছিল, তেওঁ হজৰত ইমাম ছাফেয়ীৰ মুৰীদ ( শিষ্য ) আছিল। সেই সময়ত হজৰত ইমাম ছাফেয়ীৰ বয়স আছিল মাত্ৰ ২৫ বছৰ। যেতিয়া মানুহে হজৰত ইমাম আহমদ ইবনে হাম্বলক সুধিছিল যে তেওঁ কিয় ইমান কম বয়সৰ এজন যুৱকৰ ওচৰত মুৰীদ হ'ব ( দীক্ষা ল'ব ) লগীয়া হৈছিল তেওঁ কৈছিল, "মই হাদিছ শাস্ত্ৰৰ বাহিৰে একো নাজানো। কিন্তু হজৰত ইমাম ছাফেয়ী আটাইবোৰ

শাস্ত্ৰতে প্ৰচুৰ পৰিমাণে জ্ঞান লাভ কৰিছে। তেওঁৰ কোৰ্‌আন হাদিছৰ গোপন তত্ত্বোবোৰৰ বিষয়েও যথেষ্ট জ্ঞান আছে।" হজৰত চুফীয়ান চাওৰীয়ে কয় যে যদি হজৰত ইমাম ছাফেয়ীৰ জ্ঞান-বুদ্ধিৰ লগত পৃথিৱীৰ আধা লোকৰ জ্ঞান বুদ্ধি ওজন কৰা হয় তেন্তে তেওঁৰ জ্ঞান বুদ্ধি বেছি গধূৰ হ'ব।

তেওঁ জীৱনৰ আৰম্ভণিতে কাৰো নিমন্ত্ৰণত আৰু আনন্দ উৎসৱত যোগ দিয়া নাছিল। তেওঁ কেৱল তৌবাহ (অনুতাপ) কৰি কান্দিছিল। তেওঁ বাল্য কালতেই সকলোবোৰ শাস্ত্ৰ শিকি জ্ঞান বৃদ্ধ হৈছিল।

তেওঁ বাল্যকালত এদিনাখন ৰাতি হজৰত মোহাম্মদ (ছঃ)-ক সপোণত দেখিছিল। হজৰত মোহাম্মদ (ছঃ)-এ তেওঁক ওচৰলৈ মাতি নি তেওঁৰ পবিত্ৰ মুখৰ ৰস তেওঁৰ ভিতৰত পেলাই দি কৈছিল, "যোৱা, তোমাৰ প্ৰতি আল্লাৰ ৰহমত (দয়া) হওক।" তাৰ পিছত যেতিয়া আহি হজৰত আলী (ৰাঃ)-ৰ লগত দেখা কৰিলে হজৰত আলী (ৰাঃ)-ই তেওঁক নিজৰ আঙঠি এটা পিন্ধাই দি তেওঁৰ কাৰণে দোৱা (আশীৰ্বাদ) কৰিলে। এইটোৱে তেওঁক জ্ঞান আহৰণত বহুতো সহায় কৰিছিল।

তেওঁৰ মাক বৰ পুণ্যৱতী মহিলা আছিল আৰু মানুহৰ বস্তুবোৰ তেওঁ আমানত ৰাখিছিল। তেওঁৰ ৬ বছৰ বয়সত দুজন মানুহে তেওঁৰ মাকৰ ওচৰলৈ আহি এটা কাপোৰৰ বাকচ আমানত ৰাখিলে। কেইদিনমান পিছত তেওঁলোকৰ এজনে আহি বাকচটো লৈ গ'ল। বাকচটো লৈ যোৱাৰ কেইদিনমান পিছতে আনজন মানুহে আহি বাকচটো দাবী কৰিলে। তেওঁৰ মাক বৰ বিমোৰত পৰিল। এনেতে তেওঁ মাদ্ৰাছাৰপৰা আহি মাকৰ পৰা সকলোবোৰ কথা শুনিলে। তেওঁ সেই মানুহজনক ক'লে, "তোমাৰ বাকচটো ঘৰত আছে। যোৱা তোমাৰ লগৰীয়াজনক লৈ আহা আৰু তোমাৰ বাকচটো লৈ যোৱা।" মানুহজনে এই ৬ বছৰীয়া ইমাম চাহাবৰ বিচাৰ শক্তি দেখি আচৰিত হ'ল আৰু তাৰ পৰা গুচি গ'ল।

তেওঁ ইমাম মালেক চাহাবৰ ওচৰত মুৰীদ হয় (দীক্ষা লয়)। তেতিয়া হজৰত ইমাম মালেক চাহাবৰ বয়স ৭০ বছৰ। তেওঁ হজৰত ইমাম মালেক চাহাবৰ ঘৰৰ দুৱাৰৰ কাষতে থিয় হৈ থাকে। যেতিয়া মানুহবিলাকে হজৰত ইমাম মালেক চাহাবৰ পৰা ফতোৱা (বিধান) লিখাই ওলাই আহে তেওঁ সেইবোৰ পঢ়ি চায়। ফতোৱাত কিবা

ভুল ত্ৰুটি থাকিলে তেওঁ প্ৰাৰ্থীক কয়, "তুমি উভতি যোৱা আৰু ইমাম চাহাবক কোৱা তেওঁ যেন এইখন আকৌ এবাৰ চাই দিয়ে।" হজৰত ইমাম মালেক চাহাবে তেওঁৰ শিষ্যৰ এনেকুৱা বিচাৰ শক্তি দেখি বৰ আনন্দ পায়।

সেই সময়ত খলিফা হাৰুণল ৰচীদ বাগদাদৰ বাদচাহ আছিল। এদিনাখন ৰাতি খলিফাৰ বেগম জোবায়েদাৰ লগত কাজিয়া হয়। বেগমে ৰাগতে তেওঁক দোজখী (নৰকী) বুলি ক'লে। খলিফাই ক'লে, "যদি মই দোজখী হওঁ তেন্তে তুমি তালাক হৈ যোৱা।" তাৰ পিছত তেওঁলোক দুয়ো পৃথক হৈ যায়। খলিফাই বেগমক আগৰপৰাই বৰ ভাল পাইছিল। তেওঁ দেশৰ আলেম (পণ্ডিত)-সকলক মতাই আনি এই বিষয়ে মীমাংসা কৰিবলৈ ক'লে। এই বিষয়ে কোনেও একো মীমাংসা কৰিব নোৱাৰিলে। সেই সময়ত ইমাম চাহাব এজন বৰ কম বয়সীয়া ল'ৰা। তেওঁ খলিফাক সুধিলে, "আপুনি কেতিয়াবা কিবা পাপ কৰিবলৈ ইচ্ছা কৰি আল্লাৰ ভয়তে তাৰপৰা বিৰত আছিলনে?" খলিফাই ক'লে, "মই আল্লাৰ শপত খাই কৈছোঁ, এনেকুৱা বহুতবাৰ হৈছে।" তেওঁ ক'লে, "তেন্তে আপুনি দোজখী হ'ব নোৱাৰে, আপুনি বেহস্তী। কাৰণ, আল্লাই কোৰ্‌আনত কৈছে যে যিয়ে পাপ কৰিবলৈ ইচ্ছা কৰি আল্লাৰ ভয়তে নিজকে তাৰপৰা বিৰত ৰাখে নিশ্চয় বেহেস্ত হ'ব তেওঁৰ কাৰণে নিৰ্দিষ্ট আশ্ৰয়ৰ স্থান।" তেতিয়া আলেমসকলে আচৰিত হৈ ক'লে, বাল্য কালতে ল'ৰাটি ইমান, নাজানোঁ যে যৌবন কালত ল'ৰাটি কিমানখিনি হ'ব।"

তেওঁ জীৱনত কেতিয়াও হাৰাম (নিষিদ্ধ) বস্তু খোৱা নাই। এদিনাখন তেওঁ এজন চিপাহীৰ ঘৰত আলহী হৈছিল। পিছত যেতিয়া তেওঁ জানিব পাৰিলে যে সেই চিপাহীজনে ভেটী খায় তেওঁ তাৰ প্ৰায়চিত্ত (কাফ্‌ফাৰা) হিচাবে চল্লিশ ৰাতি উজাগৰে থাকি নামাজ পঢ়িছিল।

তেওঁৰ স্মৰণ শক্তি অতি প্ৰখৰ আছিল। এবাৰ কেইজনমান লোকে আহি খলিফা হাৰুণল ৰচিদক ক'লে যে ইমাম চাহাবৰ কোৰ্‌-আন শ্বৰীফ মুখস্থ নাই। মানুহ কেইজনে ঠিকেই কৈছিল। খলিফাই তেওঁক পৰীক্ষা কৰিবলৈ ৰমজান মাহত তাৰাবীৰ নামাজ পঢ়িবলৈ হাফিজ হিচাপে তেওঁক ইমাম নিযুক্তি কৰিলে। তেওঁ নিতৌ দিনত এবাৰকৈ কোৰ্‌আন মুখস্থ কৰে আৰু ৰাতি তাৰাবীৰ নামাজত পঢ়ি

শুনায়। এইদৰে তেওঁ গোটেইটো ৰমজান মাহৰ ভিতৰত কোৰ্‌আন শ্বৰীফখনি মুখস্থ কৰি পেলালে।

এবাৰ যেতিয়া ছানা প্ৰদেশৰ পৰা ঘৰলৈ উভতি আহে তেওঁৰ লগত দহ হাজাৰ দীনাৰ আছিল। কিছুমানে এই ধনেৰে ছাগলী কিনিবলৈ আৰু কিছুমানে খেতিৰ মাটি কিনিবলৈ তেওঁক উপদেশ দিলে। তেওঁ কাৰো কথা নুশুনি মক্কা শ্বৰীফৰ বাহিৰত ৰহিল আৰু ৰাতিপুৱাৰপৰা দুপৰীয়ালৈকে দুখীয়া অভাৱগ্ৰস্ত লোকসকলৰ মাজত সেইবোৰ বিতৰণ কৰি শেষ কৰি দিলে।

ৰোম দেশৰ ৰজাই বাগদাদৰ খলিফা হাৰুণল ৰচিদৰ ওচৰলৈ প্ৰত্যেক বছৰে কৰ পঠাইছিল। এবছৰ ৰোমৰ ৰজাই বাগদাদৰ খলিফাৰ ওচৰলৈ এইবুলি খবৰ পঠালে, "দজ্‌লা নদীৰ পাৰত এখন তৰ্ক সভা বহিব। তাত ৰোমৰ উচ্চ শিক্ষিত ধৰ্ম প্ৰচাৰক পাদ্ৰীসকলৰ লগত তৰ্ক কৰি যদি আপোনাৰ দেশৰ মুছলমান আলেমসকল ( পণ্ডিত সকল ) জয়ী হ'ব পাৰে তেতিয়াহে মই বছৰে বছৰে আপোনালৈ কৰ পঠাম। নহ'লে মোৰ পৰা আপুনি কৰ পাবলৈ আশা নকৰিব।"

সেই হিচাবে দেশত প্ৰচাৰ কৰি দিয়া হ'ল। এটা নিৰ্দিষ্ট দিনত ৰোমৰ চাৰিশ উচ্চ শিক্ষিত ধৰ্ম প্ৰচাৰক পাদ্ৰী আহি দজ্‌লা নদীৰ পাৰত উপস্থিত হ'ল। খলিফাই হজৰত ইমাম ছাফেয়ীক তৰ্ক সভালৈ পঠাই দিলে। ইমাম চাহেবে নদীৰ মাজলৈ খোজ কাঢ়ি গৈ পানীৰ ওপৰত জায়েনামাজ ( নামাজৰ আসন )-খন পাৰি লৈ ক'বলৈ ধৰিলে, "যিয়ে মোৰ লগত তৰ্ক কৰিবলৈ ইচ্ছা কৰে তেওঁ ইয়ালৈ আহক।" ৰোমৰ খ্ৰীষ্টান পাদ্ৰীসকলে দেখি আচৰিত হ'ল আৰু অৱশেষত ইছলামত দীক্ষিত হৈ মুছলমান হ'ল।

হজৰত ইমাম ছাফেয়ী যৌৱনৰ আৰম্ভতে মক্কা শ্বৰীফত বাস কৰিছিল। তেওঁ বহু বছৰ দৰবেশৰ বেশত কটাইছিল। এদিনাখন তেওঁক জোনৰ পোহৰত কিতাপ পঢ়ি থকা দেখি মানুহে তেওঁক সুধিলে, "কা'বা ঘৰৰ ওচৰত দেখোন বন্তিবোৰ জ্বলি আছে। আপুনি সেই পোহৰত কিতাপ নপঢ়ি জোনৰ পোহৰত কিতাপ পঢ়াৰ কাৰণ কি?" তেওঁ ক'লে, "সেইবোৰ বন্তি কা'বা ঘৰৰ কাৰণে জ্বলোৱা হৈছে, মোৰ কাৰণে নহয়। গতিকে মই তাত কিতাপ পঢ়িব নোৱাৰোঁ।"

তেওঁৰ ২০৪ হিজৰীত মৃত্যু হয়। মৃত্যুৰ সময়ত তেওঁৰ বয়স আছিল ৫৪ বছৰ। তেওঁ মৃত্যুৰ আগেয়ে কৈছিল, "মিছৰ দেশত অমুক

নামেৰে এজন মানুহ আছে। মোৰ মৃত্যুত তেওঁক কবা তেওঁ যেন মোক গোছল আৰু কাফন দিয়ে। সঁচাকৈয়ে মৃত্যুৰ সময়ত সেই মানুহজন আহি উপস্থিত হ'ল আৰু তেওঁক গোছল আৰু কাফন দিলে। ইমাম চাহাবৰ ৭০ হাজাৰ দিৰহাম ঋণ হৈছিল। সেই মানুহজনে সেইবোৰ ঋণ পৰিশোধ কৰি মিছৰলৈ উভতি গ'ল।

তেওঁৰ কেইটামান সদুপদেশ তলত দিয়া হ'ল ঃ

১। তুমি কেতিয়াও এই বুলি আক্ষেপ নকৰিবা যে অমুক মানুহজনৰ নিচিনা মই ধন সাঁচিব নোৱাৰিলোঁ। কাৰণ, যিয়ে ধন সাঁচিছে তেওঁ সেই ধন এৰি কবৰলৈ গৈছে। ইয়াৰদ্বাৰা তেওঁৰ একো লাভ হোৱা নাই।

২। তুমি এইদৰে আকাংক্ষা কৰিবা যে তুমি অমুক আওলীয়াৰ নিচিনা এবাদত (আল্লাৰ উপাসনা) কৰিবা। কাৰণ, মৃত্যুৰ পিছত সেইখিনি তোমাৰ লগত যাব।

৩। পৃথিৱীৰ কোনেও মৃত লোকৰ প্ৰতি হিংসা নকৰে। গতিকে জীৱিত লোকৰ প্ৰতিও হিংসা কৰা উচিত নহয়। কাৰণ, জীৱিত সকলো এদিন মৰিব।

## ২০। হজৰত ইমাম আহমদ ইব্‌নে হাম্বল (ৰঃ)

হজৰত ইমাম আহমদ ইবনে হাম্বল (ৰঃ) ১৬৪ হিজৰীত বাগদাদ চহৰত জন্ম গ্ৰহণ কৰিছিল ; কিন্তু তেওঁ বাগদাদৰ ৰুটী খোৱা নাছিল। তেওঁ কৈছিল যে সেই ঠাইডোখৰ হজৰত ওমৰ ফাৰুক (ৰাঃ)-ই গাজী (ধৰ্ম যুঁজাৰু)-সকলৰ কাৰণে দান কৰি গৈছে।" গতিকে তেওঁ মুচলৰ পৰা আটা আনি তাৰে ৰুটী বনাই খাইছিল।

তেওঁ ইছলাম ধৰ্মৰ এজন বিশিষ্ট নেতা আৰু আদৰ্শ লোক আছিল। তেওঁ হাম্বলী মজহাব (দল) প্ৰতিষ্ঠা কৰিছিল। সেই সময়ত তেওঁৰ নিচিনা হাদিছ শাস্ত্ৰবিদ কোনো নাছিল। তেওঁ এবাদতত (উপাসনাত) অতিশয় সুবিচাৰক আৰু পথ প্ৰদৰ্শক আছিল।

তেওঁ হজৰত জুন্‌নুন মিছৰী, হজৰত বিছ্‌ৰে হাফী, আদি আওলীয়াসকলৰ সংশ্ৰৱত থাকি মা'ৰেফাতৰ বহুতো কথা শিকি

লৈছিল। হজৰত বিছ্ৰে হাফীয়ে কয়, "ইমাম চাহাবৰ ভিতৰত যিবোৰ ভাল ভাল গুণ আছে মোৰ ভিতৰতসেইবোৰ গুণ নাই। মই কেৱল নিজৰ কাৰণেহে হালাল (বিধেয়) আহাৰ বিচাৰোঁ, তেওঁ নিজৰ কাৰণে আৰু পৰিয়ালটিৰ কাৰণে হালাল আহাৰ বিচাৰে।"

এদিনাখন এজন যুৱকৰ মাকৰ বৰ টান বেমাৰ হয়। মাকে ল'ৰাটিক ক'লে, "বোপা! তুমি ইমাম চাহাবৰ ওচৰলৈ যোৱা আৰু মোৰ কাৰণে আল্লাৰ ওচৰত দোৱা (প্ৰাৰ্থনা) কৰিবলৈ কোৱা।" ল'ৰাটিয়ে ইমাম চাহাবৰ ওচৰলৈ আহি মাকৰ কাৰণে দোৱা কৰিবলৈ ক'লে। তেওঁ ল'ৰাটিক বিদায় দি গা ধুলে আৰু আল্লাৰ জিকিৰত (ধ্যানত) মগ্ন হ'ল। ল'ৰাটিয়ে ঘৰলৈ আহি দেখিলে যে আল্লাৰ কৃপাত মাকে বেমাৰৰ পৰা সম্পূৰ্ণ আৰোগ্য লাভ কৰি ঘৰৰ দুৱাৰ মেলিছে।

তেওঁৰ পুতেক চালেহ এবছৰ ইস্পাহানৰ কাজী (বিচাৰক) আছিল। তেৱোঁ বেছি সময় নামাজত কটাইছিল আৰু ৰাতি মাত্ৰ দুঘণ্টাহে শুইছিল। তেওঁ যেতিয়া, "আদমৰ দেহৰ মাটি আল্লাই নিজ হাতেৰে খচিছিল" এই হাদিছটো ব্যাখ্যা কৰিছিল। ইমাম চাহেবে এইটো দেখি পুতেকক ক'লে, "আল্লাহ নিৰাকাৰ। গতিকে যেতিয়া তুমি আল্লাৰ হাতৰ কথা কোৱা তেতিয়া তুমি নিজৰ হাতৰ পিনে ইচাৰা নকৰিবা।"

ইমাম চাহাবে কাজী কামটো বৰ ঘৃণাৰ চকুৰে চাইছিল। এদিনাখন তেওঁৰ পুতেক ছালেহে তেওঁৰ ওচৰলৈ কেইখনমান ৰুটী পঠাইছিল। তেওঁ ক'লে, "ছালেহে এবছৰ ইস্পাহানত কাজী আছিল। তেওঁৰ ৰুটী খোৱা মোৰ পক্ষে উচিত নহ'ব।" তেওঁ এনেকুৱা মোত্তাকী (ধৰ্মভীৰু) লোক আছিল যে যদি তেওঁ কাৰোবাৰ ওচৰত ৰূপৰ চুৰমাদানী দেখিছিল তেওঁ তাৰ ওচৰতে বহা নাছিল।

তেওঁ কৈছিল, "মই আল্লাৰ ওচৰত দোৱা (প্ৰাৰ্থনা) কৰিছিলোঁ—হে আল্লাহ! তোমাৰ লগত কি উপায়ে মোৰ সাক্ষাৎ হ'ব?—উত্তৰ আহিল—মোৰ বাণী কোৰ্‌আন শ্বৰীফৰ জৰিয়তে।"

এদিনাখন তেওঁ দেখিলে যে তেওঁৰ এজন ছাত্ৰই ৰাজপথৰ পৰা অলপ মাটি আনি ঘৰত থলে। এইটো অপৰাধত ইমাম চাহাবে সেই ল'ৰাটিক খেদি পেলালে আৰু ক'লে, "তোমাৰ বিদ্যা-শিক্ষা কৰি একো লাভ হোৱা নাই।"

এদিনাখন ইমাম চাহাবে এখন বাচন এজন মানুহৰ ওচৰত বন্ধক থ'লে। কেইদিনমান পিছত তেওঁ যেতিয়া বাচনখন আনিবলৈ গ'ল সেই মানুহজনে তেওঁৰ সন্মুখত দুখন বাচন থৈ ক'লে, "ইয়াৰ পৰা আপোনাৰ বাচনখন লৈ যাওক।" ইমাম চাহাবে ক'লে, "মোৰ বাচনখন মই চিনি নাপালোঁ। গতিকে কোনখন মই লৈ যাম?" এই বুলি কৈ তেওঁ নিজৰ বাচনখন দান কৰি দি গুচি আহিল।

তেওঁ হাদিছ শিকাৰ কাৰণে কুফা, বাছৰা, মক্কা, মদিনা, ইয়্যামান, চিৰিয়া আদি নানা দেশ ভ্ৰমণ কৰিছিল।

২৪১ হিজৰীত যেতিয়া তেওঁৰ বয়স ৭৭ বছৰ হ'ল তেতিয়া মোতাজিল্লা নামেৰে এটা সম্প্ৰদায় বাগদাদত বৰ প্ৰবল হৈ উঠে। এই সম্প্ৰদায়টোৰ লোকসকলে কোৰ্‌আন শ্বৰীফ খনি "সৃষ্ট বস্তু" বুলি স্বীকাৰ কৰিবলৈ ইমাম চাহাবক জোৰ কৰিলে। তেওঁ স্বীকাৰ নকৰিলে। অৱশেষত সিহঁতে ইমাম চাহাবক খলিফাৰ দৰবাৰত নি হাজিৰ কৰিলে। খলিফাই তেওঁক জেলত বন্ধ কৰিলে আৰু কোৰ্‌-আন শ্বৰীফখনি "সৃষ্ট বস্তু" বুলি স্বীকাৰ নকৰিলে তেওঁৰ ওপৰত এক হাজৰ বেতৰ কোব মাৰিবলৈ হুকুম দিলে। ইমাম চাহাবে এই কঠোৰ শাস্তি নীৰৱে গ্ৰহণ কৰিলে; তথাপি কোৰ্‌আন শ্বৰীফখনি "সৃষ্ট বস্তু" বুলি তেওঁ স্বীকাৰ নকৰিলে।

বেত্ৰাঘাতৰ সময়ত তেওঁৰ দুয়োখন হাত পিছফালে বন্ধা অৱস্থাত আছিল। বেত্ৰাঘাতত তেওঁৰ পিন্ধা কাপোৰখন খহি যায়। তেতিয়া অদৃশ্যৰ পৰা দুখন হাত আহি তেওঁৰ খহি যোৱা কাপোৰখন তেওঁক পিন্ধাই দিয়ে। খলিফাই আৰু সেই মোতাজিলা সম্প্ৰদায়টোৰ লোকসকলে তেওঁৰ এই অলৌকিক বিষয়টো দেখি ভয় পাই এৰি দিলে। কিন্তু তেওঁৰ এই বেত্ৰাঘাতৰ ফলত মৃত্যু হ'ল। মৃত্যুৰ সময়ত মানুহ-বিলাকে তেওঁক সুধিলে, "যিসকলে আপোনাক মিছাতে ইমান কষ্ট দিলে সিহঁতৰ বিষয়ে আপুনি কি কয়?" তেওঁ ক'লে, "সিহঁতে মোক অসত্য বুলি ধাৰণা কৰিহে এইখিনি কষ্ট দিলে। গতিকে কিয়ামতৰ (শেষ বিচাৰৰ) দিনা মই সিহঁতৰ বিৰুদ্ধে কোনো অভিযোগ নানিম।"

মৃত্যুৰ পিছত তেওঁৰ লাচটি কবৰস্থানলৈ লৈ যোৱাৰ সময়ত চৰাইবোৰে ওপৰেদি উৰি উৰি বিলাপ কৰি কবৰস্থানলৈ গৈছিল। এই অলৌকিক ঘটনাটো দেখি প্ৰায় দুহাজাৰ ইহুদী, খ্ৰীষ্টান আৰু অগ্নি-পূজক ইছলাম গ্ৰহণ কৰি মুছলমান হয়।

# ২১। হজৰত দাউদ তায়ী (ৰঃ)

হজৰত দাউদ তায়ী (ৰঃ) মা'ৰেফাত (তত্বজ্ঞান) আৰু সূক্ষ্ম-দৰ্শনৰ প্ৰতীক, আধ্যাত্মিক বিদ্যাত মহা জ্ঞানী আৰু চুফীসকলৰ নেতৃস্থানীয় লোক আছিল। তেওঁ তপ, জপ সাধনা, আদিত বহুত উচ্চ স্থান লাভ কৰিছিল। তেওঁ হজৰত ইমাম আবু হানিফাৰ মুৰীদ (শিষ্য) আছিল আৰু হজৰত ফোজায়েল বিন আয়াজ, হজৰত ইব্ৰাহিম আদ্‌হাম, বিখ্যাত আওলীয়া হাবিব ৰায়ী, আদি লোকসকলৰ সংশ্ৰৱত থাকি আধ্যাত্মিক বিষয়ত বহুতো উধাব পাৰিছিল।

এদিনাখন তেওঁৰ গুৰু হজৰত ইমাম আবু হানিফাই তেওঁৰ বিষণ্ণ অৱস্থা দেখি তেওঁৰ কি হৈছে বুলি সুধিলে। তেওঁ ক'লে যে সংসাৰৰ সম্বন্ধে তেওঁৰ মনত বিতৃষ্ণা ভাব জন্মিছে। তেতিয়া ইমাম চাহাবে তেওঁক মানুহৰ সংশ্ৰৱৰ পৰা আঁতৰি থাকিবলৈ উপদেশ দিলে। গুৰুৰ উপদেশ অনুযায়ী তেওঁ মানুহৰ সংশ্ৰৱ ত্যাগ কৰিলে আৰু নিজৰ ঘৰতে নিৰ্জনে আল্লাৰ এবাদতত (উপাসনাত) মগ্ন হ'ল।

তেওঁ পৈতৃক সম্পত্তিৰ পৰা মাত্ৰ ২০ টা দীনাৰ পাইছিল। তেওঁ যাতে এবাদতত জীৱিকা সম্বন্ধে নিশ্চিন্ত হৈ থাকিব পাৰে তাৰ বাবে তেওঁ এই ২০ টা দীনাৰ মৃত্যুলৈকে লগত ৰাখিছিল।

তেওঁ অবাবতে সময় নষ্ট কৰা নাছিল। তেওঁ আনকি ৰুটী চবাই আহাৰ কৰা নাছিল। তেওঁ ৰুটী পানীত ভিজাই চৰবতৰ দৰে পি খাইছিল। তেওঁ কৈছিল, "ৰুটী চবাই খাওঁতে যিখিনি সময় নষ্ট হয় সেইখিনি সময়ৰ ভিতৰত মই কোৰ্‌আন শ্বৰীফৰ পঞ্চশটি আয়াত (বাক্য) পঢ়িব পাৰিম। অবাবত সময় নষ্ট কৰা উচিত নহয়।"

তেওঁৰ পিতাকৰ দিনৰ এটি পুৰণি ঘৰ আছিল। তেওঁ তাতে থাকি আল্লাৰ এবাদতত (উপাসনাত) মগ্ন আছিল। এদিনাখন এই ঘৰটিৰ এটি অংশ ভাগি পৰি যোৱাত তেওঁ গৈ আনটি অংশৰ তলত আশ্ৰয় লয়। দ্বিতীয় দিনা ঘৰটিৰ আনটি অংশও ভাগি পৰি গ'ল। মাত্ৰ ঘৰৰ বাৰাণ্ডাখনি থিয় হৈ থাকিল। তাতে তেওঁ আশ্ৰয় লৈ আল্লাৰ এবাদতত (উপাসনাত) মগ্ন হ'ল। মানুহবিলাকে তেওঁক সুধিলে, "আপুনি ঘৰটি মেৰামত কৰি নলয় কিয়?" তেওঁ ক'লে, "মই আল্লাৰ ওচৰত প্ৰতিজ্ঞা কৰিছোঁ যে মই পৃথিৱীত কেতিয়াও মাটি আৰু ঘৰ নকৰিম। কাৰণ সেইবোৰ অস্থায়ী বস্তু।"

তেওঁ জীৱনত বিয়া নকৰিলে। মানুহবিলাকে যেতিয়া তেওঁক বিয়া নকৰাৰ কাৰণ সোধে। তেওঁ কয়, "মই অকলে থাকি ভাল পাওঁ। আনৰ এজনী ছোৱালী আনি খোৱাক–পোছাকৰ দায়িত্ব লোৱাটো মোৰ দ্বাৰাই নহ'ব।" যেতিয়া মানুহবিলাকে তেওঁক সুধিছিল যে তেওঁ দাড়ি আৰু চুলিৰ যত্ন নলয় কিয়, তেওঁ কৈছিল যে সেইবোৰৰ যত্ন ল'বলৈ তেওঁৰ সময় নাই।

প্ৰসিদ্ধ সাধক হজৰত ফোজায়েল বিন্ আয়াজে তেওঁৰ লগত এবাৰ দেখা কৰি তেওঁক ক'লে, "আনুনি যিটো ঘৰত আছে ই পৰি যোৱাৰ ভয় আছে।" তেওঁ ক'লে, "মই যেতিয়াৰ পৰা ইয়াত বাস কৰি আছোঁ তেতিয়াৰপৰা আজিলৈ ইয়াৰ প্ৰতি মই নজৰ পেলোৱা নাই। অতিৰিক্ত কথা কোৱা যিদৰে দোষনীয় অতিৰিক্ত নজৰ পেলোৱাটোও সেইদৰে দোষনীয় বুলি মই ভাবোঁ।"

তেওঁ এনেকুৱা সংসাৰ ত্যাগী লোক আছিল যে তেওঁ পৃথিবীৰ লোভনীয় বস্তুবোৰক বৰ ঘৃণাৰ চকুৰে চাইছিল আৰু সাংসাৰিক লোকসকলৰ অৱস্থা দেখি নিজে দুখ প্ৰকাশ কৰিছিল। যেতিয়া তেওঁ কাপোৰ ধুইছিল তেওঁ মনে মনে ভাবিছিল, "হায়, যদি মই আন্তঃকৰণ খনি ধুই এইদৰে পৰিষ্কাৰ কৰিব পাৰিলোঁহেঁতেন তেন্তে মোৰ কাৰণে কিমান মঙ্গলজনক হ'লহেঁতেন।"

ইমাম মোহাম্মদ ইব্‌নে হাছান আৰু ইমাম আবু ইউচুফ দুয়ো সমান বিদ্যাৰ লোক আছিল। যেতিয়া তেওঁলোক দুয়োজনে কোনো এটা বিষয়ে তৰ্ক কৰি অৱশেষত মীমাংসাৰ কাৰণে তেওঁৰ ওচৰলৈ আহিছিল তেওঁ ইমাম মোহাম্মদ ইব্‌নে হাছানৰ লগত কথা কৈছিল। কিন্তু ইমাম আবু ইউচুফৰ লগত কথা কোৱা নাছিল। মানুহবিলাকে ইয়াৰ কাৰণ সোধাত তেওঁ কৈছিল, "ইমাম মোহাম্মদ ইব্‌নে হাছান নিজৰ প্ৰচুৰ ধন-সম্পত্তি তুচ্ছজ্ঞান কৰি মা'ৰেফাতৰ ( তত্ত্বজ্ঞানৰ ) উচ্চ স্তৰত উঠিছে, কিন্তু ইমাম আবু ইউচুফে নিজৰ ওস্তাদৰ ( শিক্ষা গুৰুৰ ) কথা অমান্য কৰি কাজী পদ গ্ৰহণ কৰিছে। গতিকে মই তেওঁৰ লগত কেনেকৈ কথা কব পাৰোঁ?"

এদিনাখন খলিফা হাৰুণল ৰছিদে ইমাম আবু ইউচুফক লগত লৈ তেওঁৰ লগত দেখা কৰিবলৈ গৈছিল। প্ৰথমে তেওঁ তেওঁলোক দুয়ো-জনকে ভিতৰত প্ৰৱেশ কৰিবলৈ অনুমতি দিয়া নাছিল। তেওঁ কৈছিল, "সাংসাৰিক লোকৰ লগত মোৰ কোনো সম্বন্ধ নাই।" তাৰ পিছত

মাকে যেতিয়া খলিফাৰ কাৰণে তেওঁক অনুৰোধ কৰিলে তেওঁ খলিফাক ভিতৰত প্ৰৱেশ কৰিবলৈ অনুমতি দিলে। খলিফাই তেওঁৰ লগত ধৰ্ম কিছু আলোচনা কৰি বিদায়ৰ সময়ত তেওঁক এটি আচৰাফী ( সোণৰ মুদ্ৰা ) দান কৰিলে। তেওঁ সেই দান গ্ৰহণ নকৰি ক'লে, "মোৰ লগত পৈত্ৰিক সম্পত্তিৰ পৰা পোৱা ২০ টা দীনাৰ আছে। মোৰ এই ধন শেষ নোহোৱালৈকে মই ইয়াক গ্ৰহণ কৰিব নোৱাৰিম। মই আল্লাৰ ওচৰত দোৱা ( প্ৰাৰ্থনা ) কৰিছোঁ মোৰ এই ধন যিদিনা শেষ হয় সেইদিনা যেন মোৰ মৃত্যু হয়।" খলিফাই আচৰাফীটো লৈ ইমাম আবু ইউচুফৰ লগত ঘৰলৈ উভতি গ'ল।

ইমাম আবু ইউচুফে হজৰত দাউদ তায়ীৰ এজন শিষ্যক এদিনাখন সুধিলে যে হজৰত দাউদ তায়ীৰ খোৰাকীৰ বাবদ ৰখা কিমান ধন আৰু তেওঁৰ হাতত বাকী আছে। শিষ্যজনে ক'লে, "দহ দিৰহাম ৰূপৰ মুদ্ৰা বাকী আছে। তেওঁ নিতৌ এক দিৰহামকৈ খৰচ কৰে।" দহ দিনৰ পিছত ইমাম আবু ইউচুফে মছজিদত ক'লে, "আজিৰ পৰা হজৰত দাউদ তায়ী আৰু পৃথিৱীত নাই।" অনুসন্ধান কৰি জানিব পৰা গ'ল যে সেই দিনাই তেওঁৰ মৃত্যু হৈছে। মানুহবিলাকে ইমাম আবু ইউচুফক সুধিলে, "আপুনি এইটো কেনেকৈ জানিলে?" তেওঁ ক'লে, "তেওঁৰ খোৰাক হিচাপ কৰি দেখিলোঁ যে তেওঁৰ হাতত থকা ধন শেষ হ'ল। তেওঁ আল্লাৰ ওচৰত এইবুলি দোৱা ( প্ৰাৰ্থনা ) কৰিছিল যে তেওঁৰ যিদিনাখন ধন শেষ হয় সেই দিনাখন যেন তেওঁৰ মৃত্যু হয়। আল্লাই তেওঁৰ দোৱা কবুল ( মঞ্জুৰ ) কৰিলে।"

তাৰ পিছত ইমাম আবু ইউচুফে হজৰত দাউদ তায়ীৰ মাকৰ ওচৰলৈ গৈ তেওঁৰ কেনেকৈ মৃত্যু হ'ল সুধিলে। মাকে ক'লে, "দাউদ গোটেই ৰাতি নামাজ পঢ়ি আছিল। শেষ ৰাতি তেওঁ ছিজ্‌দাহ ( সাষ্টাঙ্গে প্ৰণাম ) কৰিলে আৰু মূৰ নুতুলি সেইভাৱে থাকিল। ৰাতিপুৱা নামাজৰ সময়ত যেতিয়া মই তেওঁক উঠিবলৈ ক'লোঁ তেওঁক দেখিলোঁ যে তেওঁ আৰু পৃথিৱীত নাই। আমাক এৰি থৈ গুচি গ'ল।"

মৃত্যুৰ পিছত আকাশৰ পৰা এটি শব্দ আহিল, "দাউদ লক্ষ্যস্থান পাইছে, তেওঁৰ মনোবাঞ্চা পূৰ্ণ হৈছে। আল্লাহ তেওঁৰ ওপৰত সন্তুষ্ট।"

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ

১। পাৰ্থিৱ বস্তুবোৰৰ পৰা ৰোজা ৰাখিবা আৰু পৰকালৰ বস্তুৰ দ্বাৰাই ইফতাৰ কৰিবা ( ৰোজা ভঙ্গ কৰিবা )।

২। মৃত্যুক ঈদ উৎসৱ বুলি ভাবিবা।

৩। বাঘৰ পৰা মানুহে যিদৰে পলাই থাকে সাংসাৰিক লোক-সকলৰ পৰাও সেইদৰে পলাই থাকিবা।

৪। নিজৰ জিভা আৰু লিঙ্গক শাসনত ৰাখিবা।

৫। মানুহৰ সংশ্ৰৱ এৰি অকলে বাস কৰিবা।

৬। পৃথিৱীৰ মানুহে যিদৰে পাৰ্থিৱ সুখ-শান্তিৰ কাৰণে পৃথিৱীক পছন্দ কৰে,তুমি ধৰ্মৰ কাৰণে পৃথিৱীক সেইদৰে পন্দন্দ কৰিবা।

৭। তুমি পৃথিৱীত নিজৰ সন্মান বঢ়াবলৈ যিদৰে চেষ্টা কৰা পৰকালত সন্মান বঢ়াবলৈও সেইদৰে চেষ্টা কৰিবা।

৮। যিয়ে তৌবাহ ( অনুতাপ ) আৰু ধৰ্ম কামৰ কাৰণে আনক উপদেশ দিয়ে, অথচ নিজে নকৰে তেওঁ সেইজন চিকাৰীৰ নিচিনা যিয়ে চিকাৰ কৰে ; অথচ চিকাৰৰ মাংস আনে খায়।

৯। যাৰ ভিতৰত মানৱতা নাই তাৰ এবাদত ( উপাসদা ) আল্লাই কবুল ( মঞ্জুৰ ) নকৰে।

## ২২। হজৰত হাৰেছ মোহাছেবী (ৰঃ)

হজৰত হাৰেছ মোহাছেবী ( ৰঃ ) হজৰত হাছান বাছৰীৰ সময়ত বাগদাতত জন্ম গ্ৰহণ কৰিছিল। তেওঁ এজন সংসাৰ ত্যাগী শ্ৰেষ্ঠ দৰবেশ আছিল। তেওঁ জাহেৰী আৰু বাতেনী ( বাহ্যিক আৰু আধ্যা-ত্মিক বিষয়ত অতিশয় জ্ঞানী আছিল। সেই কাৰণে সাধক আৰু তপস্বীসকলে তেওঁক বিশেষ সন্মান কৰিছিল। তেওঁ অতিশয় সাহসী, দাতা, বুদ্ধিমান আৰু বিচক্ষণ লোক আছিল। তেওঁ বহুতো কিতাপ লিখিছিল আৰু সাধনাত নিজকে বিলাই দিছিল।

তেওঁ এজন সুক্ষ্ম গণনা কাৰী আছিল। সেই কাৰণে মানুহে তেওঁক মোহাছেবী ( সুক্ষ্ম গণনাকাৰী ) বুলি মাতিছিল। শ্বেইখ আবু আবদুল্লা খফীফে কয় যে এই পাঁচজন পীৰৰ নিৰ্দ্দেশ মতে চলা আৰু তেওঁলোকক অনুসৰণ কৰা কৰ্তব্য—(১) হজৰত হাৰেছ মোহাছেবী,

(২) হজৰত জুনায়েদ বাগদাদী, (৩) বায়াজিদ বোস্তামী, (৪) হজৰত ইব্‌নে আত্তাৰ আৰু (৫) হজৰত ওমৰ ইব্‌নে ওছমান।

হজৰত হাৰেছ মোহাছেবীয়ে পৈতৃক সম্পত্তিৰ পৰা আশী হাজাৰ দীনাৰ পাইছিল। তেওঁ সেই আটাইবোৰ ধন নিজে ভোগ নকৰি ৰাজ ভৰালত জমা দিছিল। যেতিয়া মানুহবিলাকে ইয়াৰ কাৰণ সুধিছিল তেওঁ কৈছিল, মোৰ পিতা অগ্নি পূজক আছিল। হজৰত মোহাম্মদ (ছঃ) এ কৈছে যে কোনো মুছলমানে অগ্নি পূজকৰ সম্পত্তি গ্ৰহণ কৰা উচিত নহয়। মই মুছলমান। গতিকে মই এই ধন গ্ৰহণ কৰিব নোৱাৰোঁ।"

তেওঁৰ ওপৰত আল্লাৰ ইমান দয়া আছিল যে তেওঁ কিবা খাবলৈ বহিলে যদি খাদ্য সন্দেহজনক আছিল তেওঁৰ হা‿ৰ আঙুলিবোৰ আপোনা আপুনি কোঁচ খাই গৈছিল। এদিনাখন তেওঁ হজৰত জুনায়েদ বাগদাদীৰ ঘৰলৈ গৈছিল। তেওঁলোকৰ ওচৰৰ এখন বিয়া ঘৰৰ পৰা তেওঁলোকৰ কাৰণে কিছু খাদ্য আহিছিল। হজৰত জুনায়েদ বাগদাদীয়ে তাৰে কিছু খাদ্য তেওঁক খাবলৈ দিলে। খাদ্যত হাত দিয়াৰ লগে লগে তেওঁৰ আঙুলি কোচ খাই গ'ল। তেওঁ সেই খাদ্য খাব নোৱাৰিলে। হজৰত জুনায়েদ বাগদাদীয়ে তেওঁৰ খাব নোৱাৰাৰ কাৰণ সোধাত তেওঁ ক'লে যে যদি খাদ্য সন্দেহ জনক হয় তেওঁৰ আঙুলি কোঁচ খাই যায়। তেওঁৰ প্ৰকৃততে ভোক লাগিছিল, কিন্তু খাব নোৱাৰিলে।

তেওঁ আল্লাৰ এবাদতত (উপাসনাত) এনেদৰে মগ্ন আছিল যে তেওঁৰ ত্ৰিশ বছৰলৈ তেওঁৰ অন্তৰৰ কথাৰ বাহিৰে আন একোকে শুনিব পৰা নাছিল। তাৰ পিছত শেষৰ ত্ৰিশটা বছৰ আল্লাৰ বাহিৰে তেওঁৰৰ কথা আন কোনেও জানিব পৰা নাছিল।

তেওঁ সংসাৰ ত্যাগী হিচাবে জীৱন যাপন কৰিছিল। যিদিনাখন তেওঁৰ মৃত্যু হয় তেওঁৰ হাতত এটি দিৰহামো নাছিল।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল:—

১। যাৰ সঙ্কল্প দৃঢ়, ৰিপুৰ বিৰুদ্ধাচৰণ কৰাটো তেওঁৰ কাৰণে অতি সহজ।

২। সচাঁই হ'ক বা মিছাই হ'ক, ইচ্ছাকৃত ভাবে হ'ক বা অনিচ্ছাকৃত ভাবে হ'ক, কেতিয়াও আল্লাৰ নামত শপত নাখাবা।

৩। কেতিয়াও মিছা কথা নকৰা।

৪। কাৰো ওচৰত প্ৰতিজ্ঞা নকৰাটোৱে ভাল। যদি প্ৰতিজ্ঞা কৰা তাক পূৰ্ণ কৰিবা।

৫। কোনোবাই অত্যাচাৰ উৎপীড়ন কৰিলেও তাক অভিশাপ নিদিবা।

৬। ধৈৰ্য্য ধৰিবা আৰু কাৰো ওপৰত প্ৰতিশোধ নলবা।

৭। কোনো পাপৰে চিন্তা নকৰিবা আৰু নিজৰ ৰিপুক পাপৰ-পৰা বিৰত ৰাখিবা।

৮। নিজৰ কণ্টৰ বোজা আনৰ ওপৰত জাপি নিদিবা আৰু সেই বোজা তুমি নিজে বহন কৰিবা।

৯। আল্লাৰ বাহিৰে আন কাৰোপৰা কোনো বস্তু আশা নকৰিবা।

১০। উচ্চ আসন নিবিচাৰিবা আৰু কাকো তোমাতকৈ হেয় বুলি নাভাবিবা।

১১। আল্লাহ আৰু ৰচুলৰ হুকুম পালন কৰিবা।

১২। যি কামৰ কাৰণে কিয়ামত ( শেষ বিচাৰৰ ) দিনা শাস্তি পোৱাৰ সন্দেহ থাকে তেনেকুৱা কাম তুমি কেতিয়াও নকৰিবা।

১৩। নিৰ্জনে আল্লাৰ জিকিৰত ( ধ্যান বা স্মৰণত ) মগ্ন থাকিবা।

১৪। যাৰ অন্তঃকৰণে নিৰ্জনে জিকিৰ বা ধ্যান কৰি সুখ অনুভৱ কৰে মানুহৰ প্ৰেম সেই অন্তঃকৰণৰ পৰা সম্পূৰ্ণ ৰূপে আতৰি যায়।

## ২৩। হজৰত আবু ছোলাইমান দাৰায়ী (ৰঃ)

হজৰত আবু ছোলাইমান দাৰায়ী (ৰঃ) শ্যাম দেশৰ দাৰা নামেৰে এখন গাঁৱত জন্ম গ্ৰহণ কৰিছিল। তেওঁৰ বাহিৰ আৰু ভিতৰ একে আছিল। তেওঁ এবাদতত ( উপাসনাত ) আৰু মা'ৰেফাতত ( খোদা-তত্ত্ব জ্ঞানত ) এজন আদৰ্শ লোক আছিল। সেই সময়ত তেওঁৰ নিচিনা ভোকত ধৈৰ্য্য ধাৰণ কৰিব পৰা লোক কোনো নাছিল।

এদিনাখন শীতৰ ৰাতি তেওঁ মছজিদত আছিল। শীত বৰ প্ৰবল আছিল। তেওঁ আল্লাৰ ওচৰত দোৱা ( প্ৰৰ্থনা ) কৰাৰ সময়ত শীতৰ কাৰণে এখন হাত কাপোৰৰ তলত ৰাখি আৰু এখন হাত বাহিৰলৈ উলিয়াই দোৱা কৰিলে। ৰাতি যেতিয়া তেওঁ শুলে অদৃশ্যৰপৰা তেওঁ

এটি শব্দ শুনিবলৈ পালে, "হে আবু ছোলেইমান! তুমি যিখন হাত বাহিৰলৈ উলিয়াই দোৱা কৰিছিলা সেইখন হাতৰ পাবলগীয়া খিনি মই দিছোঁ। যদি তুমি আন খন হাতো বাহিৰলৈ উলিয়াই দোৱা কৰিলাহেতেন তেন্তে তাৰ পাবলগীয়া খিনিও মই দিলোঁহেতেন।" তেতিয়াই তেওঁ প্ৰতিজ্ঞা কৰিলে যে শীত বা গ্ৰীষ্ম সকলো সময়তে তেওঁ দুয়োখন হাত উঠাইহে দোৱা ( প্ৰাৰ্থনা ) কৰিব।

তেওঁৰ এজন বন্ধু আছিল। সেই বন্ধুজনৰ ওচৰত তেওঁ যিহকে খুঁজিছিল তাকে পাইছিল। এদিনাখন তেওঁ সেই বন্ধুজনৰ ওচৰত এটি বস্তু খুজিলে। বন্ধুজনে ক'লে, "এইদৰে তুমি আৰু কিমান দিন খুজি থাকিবা ?" বন্ধুজনৰ এই কথাত তেওঁ বৰ লাজ পালে আৰু তেতিয়াৰ পৰা তেওঁ আন কাকো বন্ধু হিচাবে গ্ৰহণ নকৰিলে।

এদিনাখন তেওঁ এটি পৰিষ্কাৰ বগা চোলা পিন্ধি কৈছিল যে যদি তেওঁৰ হৃদয় খনি সেই চোলাটোৰ নিচিনা পৰিষ্কাৰ হলহেতেন তেন্তে কিমান যে ভাল হ'লহেতেন।

তেওঁ কোৰ্‌আন আৰু হাদিছ ব্যাখ্যা কৰা বিষয়ত বৰ সাৱধান আছিল। তেওঁ কৈছিল, "এবাদত (উপাসনা) বুলিলে অনেক বস্তুক বুজায়। কিন্তু কোৰ্‌আন আৰু হাদিছে সেই বিষয়ে সাক্ষ্য নিদিলে মই প্ৰকাশ কৰিব নোৱাৰিম।"

তেওঁ হজৰত ইব্‌নে জাবালৰ ওচৰত বিদ্যাশিক্ষা কৰিছিল। অৱশেষত তেওঁ শিষ্য সকলক বহুতো সদুপদেশ দি চিৰকালৰ বাবে পৃথিৱীৰ পৰা বিদায় ললে।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল।

১। যি আহাৰে মানুহক পৰকালৰ কামত ব্যস্ত ৰাখে সেই আহাৰে মো'মিনৰ ( বিশ্বাসকাৰীৰ ) অন্তৰত শান্তি আৰু আনন্দ দিয়ে।

২। মানুহে যিটো বিষয় ভাল পায় যেতিয়া তেওঁ সেই বিষয়ে ধৈৰ্য্য ধৰিব নোৱাৰে, যিটো বিষয় তেওঁ ভাল নাপায় সেই বিষয়ে তেওঁ কেনেকৈ ধৈৰ্য্য ধৰিব ?

৩। জীৱনত যিয়ে সাত্ত্বিক ভাবে চলিব পাৰিছে তেওঁ ভাগ্যবান।

৪। সত্যক নিজৰ বাহন কৰি আৰু হক কথাক তৰোৱাল হিচাবে গ্ৰহণ কৰি আল্লাক বিচৰাটোহে মানুহৰ কৰ্তব্য।

৫। নিজৰ কাম-কাজত অহঙ্কাৰ প্ৰকাশ নকৰাৰ নামেই বিনয়।

৬। যেতিয়ালৈকে মানুহে নিজৰ ৰিপু কেইটাক চিনি নাপায় তেতিয়ালৈকে তেওঁ বিনয়ী হব নোৱাৰে।

৭। সংসাৰৰ প্ৰেমত মজাটো হৈছে সকলো পাপৰ মূল।

৮। মানহুৰ জীৱনত যিবোৰ ঘটনা ঘটে সেইবোৰ আল্লাৰ পৰা অহা বুলি বিশ্বাস কৰা আৰু আল্লাৰ বাহিৰে আন কাকো নজনাকে দৰবেশী বোলে।

৯। ধৈৰ্য্যত জ্ঞান আৰু চিন্তা শক্তি আৰু জিকিৰত (ধ্যানত) আল্লাৰ প্ৰতি ভয় বাঢ়ে।

১০। চকুৰে কান্দিবলৈ আৰু হৃদয়ৰ দ্বাৰা চিন্তা কৰিবলৈ অভ্যাস কৰিবা।

১১ যিয়ে আল্লাক চিনিবলৈ অভ্যাস কৰে তেওঁ যেন নিজৰ মন-টোক আনৰ চিন্তাৰ পৰা মুক্ত কৰি আল্লাৰ পিনে মুখ ঘুৰায় আৰু নিজৰ পাপৰ কাৰণে অতিশয় কান্দে।

১২। তুমি দিন ৰাতিৰ পৰিবৰ্ত্তনৰ পিনে লক্ষ্য কৰিবা। তেতিয়া বহুতো উপদেশ পাবা।

১৩। যিয়ে দিনত ভাল কাম কৰে ৰাতি তাৰ পুৰস্কাৰ পায় আৰু যিয়ে ৰাতি ভাল কাম কৰে দিনত তাৰ পুৰ স্কাৰ পায়।

১৪। যিয়ে কুপ্ৰবৃত্তিৰ বাসনাৰ পৰা আতৰি থাকে আল্লাই তেওঁক শান্তি নিদি তেওঁৰ মনটোক পোণ বাটটি (মুক্তিৰ পথ) দেখুৱাই দিয়ে।

১৫। যি ধন আৰু জনে মানুহক আল্লাৰ জিকিৰৰ (স্মৰণৰ) আতৰাই ৰাখে সেই ধন আৰু জন ঘৃণাৰ যোগ্য।

১৬। যেতিয়া এবাদতত (উপাসনাত) তোমাৰ মনে শান্তি পাব তেতিয়া বুজিবা যে তোমাৰ এবাদত আল্লাৰ দৰবাৰত কবুল (মঞ্জুৰ) হৈছে।

১৭। পৃথিবীৰ উত্তম বস্তু হৈছে ধৈৰ্য্য।

১৮। প্ৰত্যেকটো বস্তু লাভ কৰিবলৈ কিবা নহয় কিবা এটা উপ-কৰণ থাকে। পৰকালৰ সুখ-শান্তি লাভৰ উপকৰণ হৈছে পাৰ্থিৱ বস্তুৰ প্ৰতি লোভ নকৰাটো।

১৯। যিটো মনৰ ভিতৰত পাৰ্থিৱ বস্তুবোৰৰ লোভ থাকে সেইটো মন পৰকালৰ প্ৰেমৰ পৰা আতৰি যায়।

২০। আল্লাৰ ওচৰত পাৰ্থিৱ বস্তুবোৰ মহৰ এখনি ডউকাতকৈও মূল্যহীন। গতিকে এই মূল্যহীন পাৰ্থিৱ বস্তুবোৰৰ প্ৰতি লোভী সকলৰ একো মূল্য নাই।

২১। যিয়ে নিজৰ ওপৰত বিশ্বাস ৰাখি আল্লাক পাবলৈ বিচাৰে আল্লাই তেওঁক ৰক্ষা কৰে আৰু বেহেস্তত ( স্বৰ্গৰ বাগানৰ ) স্থান দিয়ে।

## ২৪। হজৰত মোহাম্মদ ছাম্মাক (ৰঃ)

খলিফা হাৰুণ ৰচিদৰ সময়ত হজৰত মোহাম্মদ ছাম্মাক (ৰঃ) নামেৰে এজন বৰ ডাঙৰ সাধক আছিল। তেওঁ কোৰ্‌আন শ্বৰীফৰ ব্যাখ্যা এনে বিশদ ভাবে কৰিছিল যে খলিফাই আৰু সেই সময়ৰ ইমাম আৰু দেশৰ লোকসকলে তেওঁৰ লগত অতি বিনীত ভাবে ব্যৱহাৰ কৰিছিল। তেওঁ নিজকে কেতিয়াও আনতকৈ উত্তম বুলি ভবা নাছিল। সেইসময়ত উপদেশটা বৰ কম আছিল। গতিকে তেওঁৰ প্ৰাণ স্পৰ্শী উপদেশে জনতাৰ মন আকৰ্ষণ কৰিছিল।

এবাৰ তেওঁৰ বেমাৰ হল। তেওঁৰ হজৰত আহমদ হাওৱাৰী নামেৰে এজন বন্ধুই তেওঁৰ পেচাব পৰীক্ষা কৰিবলৈ এজন ডাক্তৰৰ ওচৰলৈ তেওঁক নিব ওলাল। এনেতে কৰবাৰ পৰা এজন জ্যোতির্ময় বৃদ্ধ লোক আহি তেওঁক ক'লে, "তুমি আল্লাৰ দোস্ত ( বন্ধু ) হৈ কিয় আনৰ সহায় বিচাৰিবা ? তোমাৰ যি ঠাইত বিষাইছে তাত হাত থৈ এই দোৱাটি পঢ়িবা—'আউজুবিল্লাহি মিনাচ্‌ শ্বাইতানিৰ ৰাজিম্ ৱা বিল্ হাক্কে আন্‌জালনাহু ৱা বিল্ হাক্কে নাজালা'।" তেওঁ সেইটো কৰাত বেমাৰ আৰোগ্য হল। তেওঁ দেখিয়ে চিনি পালে যে সেই জ্যোতির্ময় বৃদ্ধ লোকজন আছিল হজৰত খিজিৰ ( আঃ )।

তেওঁ জীৱনত বিয়া নকৰিলে। মানুহবিলাকে যেতিয়া তেওঁক বিয়া নকৰাৰ কাৰণ সুধিছিল তেওঁ কৈছিল, "প্ৰত্যেকজন মানুহৰ লগত এটাকৈ চয়তান থাকে। মোৰ লগত এটা চয়তান আছে, মোৰ পত্নীৰ লগতো এটা চয়তান থাকিব। দুটা চয়তানৰ সন্মুখীন হবলৈ মোৰ ক্ষমতা নাই।"

তেওঁৰ মৃত্যুৰ পিছত তেওঁৰ এজন বন্ধুৱে তেওঁক সপোনত দেখি সুধিলে, "আল্লাই আপোনাৰ লগত কেনেকুৱা ব্যৱহাৰ কৰিছে ?"

তেওঁ ক'লে, "আল্লাই মোৰ প্ৰতি অশেষ কৃপা কৰিছে আৰু মোক ৰাজ পোছাক দান কৰিছে।"

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল :—

১। যি সকলে পৃথিৱীত দুখ সহ্য কৰে আৰু পাৰিবাৰিক দুখৰ বোজা বহন কৰি ঈমানেৰে (বিশ্বাসেৰে) সৈতে মৃত্যু বৰণ কৰে তেওঁলোকৰ সন্মান অতি উচ্চ।

২। আল্লাৰ লগত বন্ধুতা স্থাপন কৰিবা আৰু তেওঁৰ কিতাপ কোৰ্‌আন শ্বৰীফ খনিক জীজনৰ সঙ্গী কৰি লবা।

৩। লোভ হৈছে ডিঙিৰ শিকলি আৰু ভৰিৰ বান্ধ স্বৰূপ। ইয়াক পেলাই দিলেই মুক্তি পোৱা যায়।

## ২৫। হজৰত মোহাম্মদ ইব্‌নে আছ্‌লাম্ তূচী (ৰঃ)

হজৰত মোহাম্মদ ইব্‌নে আছ্‌লাম তূচী (ৰঃ) খোৰাচানৰ তূচ নগৰৰ অধিবাসী আছিল। তেওঁ হজৰত মোহাম্মদ (ছঃ)-ৰ চুন্নতত (ৰীতি নীতিত) এনেকুৱা আদৰ্শ আছিল যে তেওঁ সেই আদৰ্শেৰে খোৰাচানৰ পঞ্চাশ হাজাৰ লোকক কু-কাম ত্যাগ কৰাই সুপথলৈ আনিব পাৰিছিল।

সেই সময়ৰ শাসনকৰ্তা জনে এদিন তেওঁক মতাই নি ক'লে, "আপুনি কোৰ্‌আন খনিক 'সৃষ্ট বস্তু' বুলি স্বীকাৰ কৰক।" তেওঁ ক'লে, "এনেকুৱা ধৰ্ম বিৰোধী কথা মই কেতিয়াও কব নোৱাৰিম।" এই কথাত শাসন কৰ্তাজনৰ খং উঠিল আৰু তেওঁ হজৰত মোহাম্মদ ইব্‌নে আছ্‌লাম তূচীক দুবছৰ জেলত বন্ধ কৰি থলে। তেওঁ জেলত থকা সময় ছোৱাত প্ৰত্যেক শুক্ৰবাৰে জুম্‌আৰ নামাজৰ আগেয়ে গা ধুইছিল আৰু জায় নামাজ (নামাজৰ আসন) কান্ধত লৈ জেল-খানাৰ দুৱাৰ মুখত আহি হাজিৰ হৈছিল। দাৰোৱাণে নিষেধ কৰাত তেওঁ উভতি গৈছিল আৰু কৈছিল, "হে খোদা! মোৰ শক্তিৰ ভিতৰত যিখিনি আছিল সেইটো কৰিলোঁ। বাকীবোৰ তুমি জানা।"

তেওঁ জেলৰপৰা মুক্ত হোৱাৰ পিছত নিছাপুৰৰ নতুন শাসনকৰ্তা আব্দুল্লাহ ইব্‌নে তাহেৰে চহৰত প্ৰথম প্ৰৱেশ কৰিলে। চহৰৰ গণ্য মান্য লোকসকলে দলে দলে আহি নতুন শাসনকৰ্তাক সন্মান জনালে। মাত্ৰ হজৰত আহমদ ইব্‌নে হাৰ্ব আৰু হজৰত মোহাম্মদ ইব্‌নে

আছলাম তুচী নাছিল। খলিফা আবদুল্লা ইবনে তাহেৰে নিজে গৈ তেওঁলোক দুজনৰ লগত দেখা কৰিলে আৰু তেওঁলোকক খলিফাৰ কাৰণে দোৱা ( আল্লাৰ ওচৰত প্ৰাৰ্থনা ) কৰিবলৈ ক'লে।

তাৰপিছত হজৰত মোহাম্মদ ইবনে আছলাম তুচী নিজৰ তুচ নগৰলৈ উভতি গ'ল আৰু তাতে স্থায়ী ভাবে বসতি কৰিলে। তেওঁৰ ঘৰৰ সন্মুখেদি এটি নিজৰা বৈ গৈ আছিল। তেওঁৰ পানীৰ অতি আৱশ্যক হ'লেও সেই নিজৰাটিৰ পানী তেওঁ ব্যৱহাৰ কৰা নাছিল। তেওঁ কৈছিল, "ই জনসাধাৰণৰ সম্পত্তি। গতিকে মই ইয়াক ব্যৱহাৰ কৰিব নোৱাৰো।" এবাৰ যেতিয়া সেই নিজৰাটিৰ পানী শুকাই গৈছিল, তেওঁ কুঁৱাৰ পৰা পানী উঠাই নিজৰাটিত দিছিল। তেতিয়াহে তেওঁ তাৰ পৰা এক কলহ পানী আনি নিজে ব্যৱহাৰ কৰিছিল। তেওঁ জীৱনৰ শেষ ভাগত আকৌ নিছাপুৰলৈ যায়।

তেওঁ অনেক সময়ত আনৰপৰা টকা ধাৰ কৰি ফকিৰ দৰবেশ-সকলক বিলাই দিছিল। এবাৰ এজন ইহুদী মহাজনে আহি ক'লে, "হুজুৰ! আপুনি মোৰ পৰা যিখিনি টকা ধাৰলৈ আনিছিল আজি পৰিশোধ কৰক। মোৰ টকাৰ বৰ আশ্যক।" তেওঁ ক'লে, "বৰ্ত্ত-মান মোৰ হাতত টকা নাই। মই কলম কাটোতে এই কাঠৰ টুকুৰা কেইটা ইয়াতে পৰি আছে। আপুনি এই কেইটাকে উঠাই লওক।" ইহুদী মহাজনে স্পৰ্শ কৰাৰ লগে লগে সেই টুকুৰা কেইটা সোণৰ টুকুৰাত পৰিণত হ'ল। তেওঁ আচৰিত হৈ ক'লে, "যি ধৰ্মৰ এজন ধৰ্ম প্ৰাণ লোকৰ দোৱাত ( প্ৰাৰ্থনাত ) কাঠৰ টুকুৰা সোণত পৰিণত হ'ল সেই ধৰ্মহে আচল ধৰ্ম।" এই বুলি কৈ তেওঁ ইছলাম ধৰ্মত দীক্ষিত হৈ মুছলমান হ'ল।

তেওঁ নিছাপুৰতে বেমাৰত পৰিল। তেওঁৰ এজন ওচৰ চুবুৰীয়া লোকে ৰাতি সপোনত দেখিলে যে হজৰত তুচীয়ে আহি তেওঁক যেন কৈছে, "মই কষ্টৰ পৰা পৰিত্ৰাণ পালোঁ।" তেওঁ ৰাতিপুৱা হজৰত তুচীৰ ঘৰলৈ আহি দেখিলে যে হজৰত তুচীৰ মৃত্যু হৈছে।

তেওঁৰ পুৰণি পিন্ধা কাপোৰেৰে তেওঁৰ কাফণ দিয়া হ'ল। মানুহ বিলাকে কলে যে পাৰ্থিব বস্তুবোৰে তেওঁক ঠগিব নোৱাৰিলে।

## ২৬। হজৰত আহ্‌মদ ইব্‌নে হাৰ্ব (ৰঃ)

হজৰত আহ্‌মদ ইবনে হাৰ্ব (ৰঃ) নিছাপুৰৰ অধিবাসী আছিল। তেওঁ এজন ভাওৰ সাধক আৰু সংসাৰ ত্যাগী লোক আৰু খোৰাচানৰ পীৰ (ধৰ্ম গুৰু) আছিল। সেই সময়ত তেওঁৰ সমান খোদা–ভক্ত লোক আন কোনো নাছিল। তেওঁ এনেকুৱা ধৰ্ম-ভীৰু লোক আছিল যে এদিনাখন তেওঁৰ মাকে তেওঁৰ ওচৰলৈ এটি কুকুৰাৰ মংস ভাজি আনি তেওঁক কৈছিল, "বোপা! মাংসখিনি খোৱা। ইয়াত সন্দেহৰ কাৰণ নাই। ই মই নিজে পোহা কুকুৰাৰ মাংস" তেওঁ ক'লে, "মা! মই এদিন নিজে দেখিছোঁ যে ই ওচৰত থকা মানুহজনৰ ঘৰলৈ গৈ শস্য খাইছিল আৰু মই এইটোৱো জানোঁ যে সেই মানুহজনে অন্যায় ভাবে টকা পইচা উপাৰ্জন কৰে। গতিকে মই এই মাংস খাব নোৱাৰিম"।

তেওঁ সদায় আল্লাৰ জিকিৰত (স্মৰণত) এনেকুৱা ভাবে ব্যস্ত আছিল যে নাপিতে যেতিয়া গোফ খুৰাইছিল তেতিয়াও তেওঁৰ ওঠ দুটি 'আল্লাহ লাল্লাহু' কৈ লৰি আছিল। কেতিয়াবা কেতিয়াবা খুৰৰ আগত ওঠ কটাও গৈছিল। তথাপি তেওঁ আল্লাৰ জিকিৰৰ পৰা ক্ষান্ত হোৱা নাছিল।

এবাৰ তেওঁৰ এজন বন্ধুই তেওঁলৈ এখন চিঠি লিখিছিল। তেওঁ চিঠিখনিৰ উত্তৰ দিবলৈ বহুত বাৰ চেষ্টা কৰিলে, কিন্তু সময় নাপালে। তেওঁ উপায় নাপাই তেওঁৰ শিষ্য এজনক চিঠি খনিৰ উত্তৰ এইদৰে লিখিবলৈ ক'লে, "তুমি মোলৈ কোনো চিঠি নিলিখিবা। কাৰণ চিঠিৰ উত্তৰ দিবলৈ মোৰ সময় নাই। তুমিও আল্লাৰ এবাদতত (উপাসনাত) সদায় মগ্ন থাকিবা। শেষত মোৰ ছালাম লবা।"

তেওঁ তেওঁৰ লৰা বিলাকক এনেদৰে আল্লাৰ ওপৰত নিৰ্ভৰ কৰিবলৈ শিক্ষা দিছিল যে প্ৰত্যেক দিনে নিৰ্দিষ্ট সময়ত এটি নিৰ্দিষ্ট ছিদ্ৰৰ কাষলৈ গৈ যেন এই বুলি কয়, হে আল্লাহ! মোক অমুকটো বস্তু দিয়া." ইপিনে তেওঁ নিজৰ পত্নীক কৈছিল, "লৰাবিলাকে যিটোকে পাবলৈ ইচ্ছা কৰিব তুমি সেই ছিদ্ৰটোৰে সেইটোকে পেলাই দিবা"। এইদৰে বহুত দিন গ'ল। এদিনাখন তেওঁৰ পত্নী ঘৰত নাছিল। ল'ৰাবিলাকে আগৰ ৰীতি অনুযায়ী খাবলৈ আহাৰ বিচাৰিলে। আল্লাই অদৃশ্যৰ পৰা সেই ছিদ্ৰটোৰে আহাৰ পেলাই দিলে। ল'ৰা-

বিলাকে সেই স্বৰ্গীয় আহাৰ খাই বৰ তৃপ্তি পালে। মাকে ঘৰলৈ উভতি আহি দেখিলে যে ল'ৰা কেইটাই খাদ্য খাই আছে। তেওঁ আচৰিত হৈ সুধিলে, "বোপাহত! তোমালোকে এই খাদ্য ক'ত পালা? ল'ৰাবিলাকে ক'লে, "সেই ছিদ্ৰটোৰে আল্লাই আমাক এই খাদ্য দিছে।" এনেকুৱা ভাৱে ল'ৰাবিলাকে আল্লাৰ ওপৰত নিৰ্ভৰ কৰিবলৈ শিকিলে।

তেওঁ ধৰ্ম সভাবোৰত এনেকুৱা প্ৰাণ স্পৰ্শী ভাষণ দিছিল যে সেই ভাষণে শ্ৰোতা সকলৰ অন্তৰত আল্লাৰ প্ৰেমৰ উদ্দীপনা জগাই দিছিল। এজন শ্ৰোতাই কৈছিল, "চল্লিশ বছৰ আগেয়ে এখন ধৰ্ম সভাত মই হজৰত হৰ্বৰ এনেকুৱা এটি প্ৰাণ স্পৰ্শী ভাষাণ শুনিছিলোঁ যে এতিয়াও তেওঁৰ সেই ভাষণৰ কথাবোৰ মোৰ অন্তৰত আল্লাৰ প্ৰেমৰ ঢৌ তুলি আছে।"

এদিনাখন ৰাতি তেওঁ নামাজত মগ্ন আছিল। তেতিয়া বাহিৰত ধাৰাসাৰে বৰষুণ পৰি আছিল। এনেতে তেওঁ আন এটা ঘৰত থৈ অহা কিতাপবোৰ হয়তো পানীত ভিজি যাব পাৰে এই ভাবটি তেওঁৰ মনলৈ আহিল। তৎক্ষণাত অদৃশ্যৰ পৰা তেওঁ এটি শব্দ শুনিবলৈ পালে, "হাৰ্ব উঠা আৰু তোমাৰ মনটো য'লৈ গৈছে তালৈ তুমি গুচি যোৱা।" এই শব্দটি শুনাৰ লগে লগে তেওঁ আৰু নামাজত তেনেকুৱা ভাব নানিব বুলি তৌবাহ ( অনুতাপ ) কৰিলে।

এদিনাখন নিছাপুৰৰ কেইজনমান ধৰ্মপ্ৰাণ লোক তেওঁৰ লগত দেখা কৰিবলৈ আহিছিল। সেই সময়ত তেওঁৰ এটি দুষ্ট ল'ৰাই সুৰাপাণ কৰি বেহুঁচ অৱস্থাত এটি বেহালা বজাই সেই ধৰ্মপ্ৰাণ লোক কেইজনৰ সন্মুখেদি ওলাই গ'ল। ল'ৰাটিৰ এনেকুৱা অৱস্থা দেখি তেওঁলোকে মনত বৰ দুখ পালে। হজৰত হাৰ্বে তেওঁলোকৰ মনৰ ভাব বুজিব পাৰি মনৰ দুখেৰে ক'লে, "এদিনাখন মোৰ ওচৰলৈ কিছু খাদ্য উপহাৰ হিচাবে অহাত মই তাক খাইছিলোঁ। পিছত জানিব পাৰিলোঁ যে সেইবোৰ ৰাজ ভড়ালৰ হাৰাম ( নিষিদ্ধ ) খাদ্য আছিল। সেই ৰাতিয়েই এই লৰাটি তাৰ মাতৃ গৰ্ভত স্থিতি হয়। গতিকে ই এনেকুৱা হৈ গ'ল।

তেওঁৰ বাহৰাম নামেৰে এজন ওচৰ চুবুৰিয়া আছিল। তেওঁ এজন ধনী সদাগৰ আছিল কিন্তু অগ্নি পূজক আছিল। এদিনাখন ডকাইতে তেওঁৰ মাল বস্তুবোৰ লুটি নিলে। হজৰত হাৰ্বে এইটো

শুনি তেওঁৰ শিষ্য সকলক লগত লৈ তেওঁক খবৰ লব'লৈ গ'ল। বাহ্-ৰামৰ বিপদত সমবেদনা জনাই ডকাইতে দিনে ডকাইতি কৰিলে সেই বিষয়ে তেওঁ সুধিলে। বাহ্‌ৰামে ক'লে "এইটো এটা সুখৰ বিষয় যে (১) যদিও ডকাইতে মোৰ ধন সম্পত্তি লুটি নিলে মই কাৰো একো লুট কৰা নাই।(২) মোৰ আধা ধন সম্পত্তি ৰক্ষা পাইছে যে মোৰ ভাগাখন সিহঁতে নিব পৰা নাই (৩) মোৰ পাৰ্থিব ধন সিহঁতে লুটি নিলে; কিন্তু মোৰ লগত থকা পৰকালৰ ধন এতিয়াও মোৰ লগত আছে।"

হজৰত হাৰ্বে বাহ্‌ৰামৰ কথা শুনি বৰ সন্তোষ পালে আৰু শিষ্য-সকলক ক'লে, "বাহ্‌ৰামৰ ওচৰত মই বন্ধুত্বৰ গন্ধ পাইছোঁ।" তাৰ পিছত হজৰত হাৰ্বে বাহ্‌ৰামক সুধিলে, "আপুনি কওকচোন আপুনি কিয় অগ্নি পূজা কৰে?" বাহ্‌ৰামে ক'লে "মই অগ্নিক পূজোঁ এই কাৰণে যাতে ই পৰকালত মোৰ প্ৰতি কৃতজ্ঞ হৈ মোক নুপুৰে।" হজৰত হাৰ্বে ক'লে, "আপুনি ডাঙৰ ভুল কৰিছে। আজি সত্তৰ বছৰ আপুনি অগ্নি পূজা কৰিছে। মই কেতিয়াও ইয়াক পূজা কৰা নাই। আহক আমি দুয়োজনে এই জুইত হাত সোমাই দি দেখোঁ যে ই কাৰ হাত পুৰে।"

হজৰত হাৰ্বৰ এই কেইটা কথাই বাহ্‌ৰামৰ অন্তৰত চিন্তাৰ ঢৌ তুলিলে। তেতিয়া তেওঁ হজৰত হাৰ্বক আল্লাৰ সৃষ্টি, তেওঁ দিয়া জীৱিকা, মৃত্যু আৰু মৃত্যুৰ পিছত পুনৰুত্থানৰ বিষয়ে কেইটামান প্ৰশ্ন সুধিলে। হজৰত হাৰ্বে সেইবোৰ উত্তৰ এনেকুৱা সুন্দৰ ভাবে দিলে যে বাহ্‌ৰামৰ অন্তৰ ইছলামৰ পিনে ঢাল খাই গ'ল। তথাপি তেওঁ ক'লে, "এই জুইকো এবাৰ পৰীক্ষা কৰি চাম।" এই বুলি কৈ তেওঁ হজৰত হাৰ্বৰ সন্মুখলৈ এহাড়ী দাউ-দাউকৈ জ্বলি থকা কয়লা আনিলে। হজৰত হাৰ্বে তেতিয়াই সেই জুইত হাতখন থৈ অলপ সময়ৰ পিছত হাতখন ঘূৰাই আনিলে। বাহ্‌ৰামে এইটো দেখি আচৰিত হ'ল আৰু তেতিয়াই কলিমা পঢ়ি মুছলমান হ'ল।

হজৰত হাৰ্বে জীৱনত এটি ৰাতিও শুৱা নাছিল। এদিনাখন তেওঁৰ এজন বন্ধুই ক'লে, "আপুনি এটি ৰাতি শুলে কি লোকচান হ'ব?" তেওঁ উত্তৰ দি ক'লে, "যাৰ মূৰৰ ওপৰত সুসজ্জিত বেহেস্ত (স্বৰ্গৰ বাগান) আৰু তলত জলন্ত দোজখ (নৰক) বিদ্যমান আৰু যিয়ে নাজানে যে তেওঁৰ স্থান বেহেস্তত হব নে দোজখত হ'ব, কেনেকৈ তেওঁৰ টোপনি আহিব পাৰে?"

তেওঁৰ কেইটামান সদুপদেশ তলত দিয়া হ'ল :—

১। যিজন তোমাৰ শত্ৰু আৰু যিয়ে তোমাৰ দুৰ্নাম কৰে তুমি তেওঁক বিপদত সহায় কৰিবা আৰু তেওঁৰ উপকাৰ কৰিবা। পিছত দেখিবা যে তেওঁ অন্তৰঙ্গ বন্ধু হৈ গৈছে।

২। আল্লাক ভয় কৰিবা আৰু তেওঁৰ এবাদত (উপসনা) কৰিবা।

৩। পৃথিবীয়ে অতীতৰ লোকসকলক যি দৰে ঠগিছে তোমাকো যাতে সেইদৰে ঠগি বিপদত পেলাব নোৱাৰে তাৰ বাবে সদায় সাৱধান থাকিবা।

## ২৭। হজৰত হাতেমে আছম (ৰঃ)

হজৰত হাতেমে আছম (ৰঃ) খোৰাচানৰ অধিবাসী আছিল। তেওঁ সেই সময়ত এজন ডাঙৰ আওলীয়া আছিল আৰু আল্লাৰ এবাদতত (উপাসনাত) তেওঁৰ সমকক্ষ কোনো নাছিল। তেওঁ হজৰত চকীক বল্‌খী (ৰঃ) ৰ শিষ্য আছিল। তেওঁ যৌবনত উপনীত হোৱাৰ পৰাই এটি মুহূৰ্তও আল্লাৰ জিকিৰৰ (স্মৰণৰ) বাহিৰে কটোৱা নাছিল। তেওঁ সদায় আল্লাৰ এবাদত আৰু জিকিৰত ব্যস্ত আছিল আৰু কেতিয়াও সত্যৰ বিপৰীতে চলা নাছিল। তেওঁ বহুতো কিতাপ লিখি থৈ গৈছে আৰু সেইবোৰত ৰিপু কিদৰে দমন কৰিব লাগে সেইবোৰ কথা উল্লেখ আছে।

এদিনাখন বল্‌খ নগৰৰ এখনি ধৰ্ম সভাত তেওঁ ভাষণ দিয়াৰ পিছত তেওঁ আল্লাৰ ওচৰত মোনাজাত (প্ৰাৰ্থনা) কৰি ক'লে, "হে আল্লাহ! এই সভাত যিসকল লোক আটাইতকৈ পাপী তেওঁলোকক তুমি ক্ষমা কৰা।" সেই সভাত এজন কাফন (মৃতদেহ ঢাকি ৰখা কাপোৰ) চোৰেও তেওঁৰ ভাষণ আৰু মোনাজাত শুনি আছিল। সভা ভঙ্গ হোৱাৰ পিছত সেই ৰাতিয়ে চোৰটোৱে কবৰস্থানলৈ কাফন চুৰি কৰিবলৈ গ'ল। সি কবৰৰ ওপৰৰ মাটি গুচোৱাৰ পিছতে এটি শব্দ আহিল, "হায়, আজি হজৰত হাতেমে আছমৰ দোৱাত আল্লাই তোমাৰ পাপ ক্ষমা কৰিছিল, তুমি আকৌ সেই কুকামত নামিলা।" এই কথা শুনি সেই কাফন চোৰটোৱে তৌবাহ কৰি (অনুতপ্ত হৈ) সুপথ ললে।

এদিনাখন তেওঁ বজাৰলৈ গৈ দেখিলে যে এজন মহাজনে তেওঁৰ শিষ্য এজনক কৈছে, "তুমি মোৰপৰা যিবোৰ বস্তু নি খাইছিলা তাৰ দাম আজি তুমি দিব লাগিব। নিদিলে আজি তুমি ইয়াৰপৰা যাব নোৱাৰিবা।" হজৰত হাতেমে আছমে শিষ্যজনৰ এই অৱস্থা দেখি তেওঁৰ কান্ধৰপৰা চাদৰখন মাটিত পেলাই দিলে। তৎক্ষণাত চাদৰখনি টকাৰে ভৰি গ'ল। তেওঁ মহাজন জনক ক'লে, "তোমাৰ পাব লগীয়া টকা খিনি ইয়াৰ পৰা উঠাই লোৱা। কিন্তু সাৱধান, বেছিকৈ উঠালে তোমাৰ হাত শুকাই যাব।" মানুহজন লোভী আছিল। তেওঁ নিজৰ পাবলগীয়া খিনি উঠাই বেছিকৈ উঠাবলৈ হাত মেলি দিয়াৰ লগে লগে তাৰ হাত শুকাই গ'ল।

এবাৰ এজন মানুহে আহি তেওঁক ক'লে, "হুজুৰ! মোৰ বহুতো ধন দৌলত আছে। মই সেইবোৰ আপোনাক আৰু আপোনাৰ শিষ্যসকলক দান কৰিব খোজোঁ।" তেওঁ ক'লে, "আকাশৰ জীৱিকা দাতা থাকোঁতে পৃথিৱৰী জীৱিকা দাতাৰ সহায় আমাক নালাগে।

এজন মানুহে তেওঁক এদিন সুধিলে, "আপুনি ক'ৰপৰা খাবলৈ পায়?" তেওঁ ক'লে, "আল্লাৰ এনেকুৱা এটি ভৰালৰ পৰা যিটো নকমেও আৰু নাবাঢ়েও।" সেই মানুহজনে সুধিলে, "আপুনি শুই থাকিলে আপোনাৰ মুখলৈ আপোনা আপুনি খাদ্য আহিবনে?" তেওঁ ক'লে, "কেঁচুৱা অৱস্থাত দুটি বছৰ মই যেতিয়া শুই আছিলোঁ মোৰ মুখলৈ আপোনা আপুনি খাদ্য আহিছিল।" মানুহজনে সুধিলে, "ৰোপন নকৰাকৈ পৃথিৱীত কাৰোবাক আপুনি কৰ্তন কৰা দেখিছেনে? তেওঁ ক'লে, হয় দেখিছোঁ।" তুমি তোমাৰ মুৰৰ চুলি ৰোপন কৰা নাই, কিন্তু তুমি সেইবোৰ কৰ্তন কৰা।" এইদৰে মানুহজনে তেওঁক জীৱিকা বিষয়ে বহুতো প্ৰশ্ন সোধাত তেওঁ ক'লে যে জগতৰ সকলোৰে জীৱিকা দাতা একমাত্ৰ আল্লাহ। তেতিয়া সেই মানুজনে তেওঁৰ পৰা উত্তৰবোৰ শুনি তৌবাহ (অনুতাপ) কৰিলে।

তেওঁ কয়, "চয়তানে সদায় ৰাতিপুৱা ভয় দেখুৱাই মোক সোধে যে মই কি খাম, কি পিন্ধিম আৰু ক'ত থাকিম?" তেতিয়া তেওঁ এই বুলি উত্তৰ দিয়ে, "মই মৃত্যুক খাম, কাফন পিন্ধিম আৰু কবৰত থাকিম।" এইটো উত্তৰ শুনি চয়তান অসন্তুষ্ট হৈ গুচি যায়।

এজন মানুহে তেওঁক ক'লে, "অমুক মানুহজনে বহুত ধন দৌলত সংগ্ৰহ কৰিছে।" তেওঁ ক'লে, "মৃতলোকৰ সেই ধন দৌলত কি কামত লাগিব ?"

এদিনাখন এজন মানুহে তেওঁক ক'লে, "আপোনাক কিবা লাগিলে মোক কব।" তেওঁ ক'লে, "মোৰ অনুৰোধ এইটোৱে যে আপুনি মোৰ ওচৰলৈ নাহিব আৰু ময়ো আপোনাৰ ওচৰলৈ নাযাম।"

এদিনাখন এজন মানুহে তেওঁক সুধিলে, "আপুনি কেনেকুৱা ভাবে নামাজ আদায় কৰে ?" তেওঁ ক'লে, "নামাজৰ সময় হ'লে মই পানীৰ দ্বাৰা অজু কৰি হৃদয় পৰিষ্কাৰ কৰোঁ। তাৰ পিছত মই মছজিদলৈ যাওঁ। চকুৰ আগত ভাহি উঠে কা'বা ঘৰৰ ছবিটি আৰু অনুমান হয় মোৰ সোঁফালে বেহেস্ত, বাওঁফালে দোজখ, ভৰিৰ তলত পুলচিৰাত আৰু পিছ ফালে মৃত্যুৰ ফিৰিস্তা যেন উপস্থিত আছে। মন প্ৰাণ মই আল্লাৰ ওচৰত এৰি দি আৰু অতি বিনীত ভাবে ৰুকু ছিজ্‌দাহ কৰি গভীৰ ভাবলৈ বহোঁ। অৱশেষত আল্লাৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰি ছালাম ফিৰাই নামাজ শেষ কৰোঁ।"

তেওঁ কেতিয়াও কাৰো বস্তু গ্ৰহণ কৰা নাছিল। মানুহে ইয়াৰ কাৰণ সুধিলে, তেওঁ কৈছিল যে আনৰ বস্তু গ্ৰহণ কৰিলে নিজৰ পক্ষে হেয়তা আৰু দাতাৰ পক্ষে সন্মান দেখুৱা বুলি তেওঁ ভাবে।

এবাৰ তেওঁ চাৰি মাহৰ কাৰণে বিদেশ ভ্ৰমণত যাবলৈ ওলাল। তেওঁ পত্নীক সুধিলে, 'মই চাৰি মাহৰ কাৰণে বিদেশ ভ্ৰমণত যাবলৈ ওলালোঁ। তোমাৰ কাৰণে মই কি পৰিমাণে আহাৰ থৈ যাম ?" তেওঁৰ পত্নীয়ে ক'লে, "মোৰ জীৱিকাৰ মালিক আল্লাহ। গতিকে আপুনি সেই বিষয়ে একো নাভাবিব।" এই বুলি কৈ তেওঁৰ পত্নীয়ে হাঁহি মুখে তেওঁক বিদায় দিলে।

এদিনাখন তেওঁৰ গুৰু হজৰত চকীক বলখীয়ে তেওঁক সুধিলে, "হাতেম তুমি মোৰ লগত ৩৩ বছৰ থাকিলা। তুমি ইয়াৰ ভিতৰত কি পৰিমাণে জ্ঞান লাভ কৰিলা ?" তেওঁ ক'লে, "হুজুৰ মই আঠটি জ্ঞান লাভ কৰিলোঁঃ—

১। পৃথিৱীৰ প্ৰত্যেক মানুহেই ধন, জন আদিৰ প্ৰেমত আসক্ত হৈ থাকে ; কিন্তু মৃত্যুৰ পিছত তেওঁৰ লগত সেই ধন, জন আদি একোৱেই কবৰলৈ নাযায়। গতিকে তেনেকুৱা অস্থায়ী ধন, জন, আদিৰ লগত বন্ধুতা নকৰি মই এনেকুৱা বস্তুৰ লগত বন্ধুতা কৰিব

লাগিব যিটো বস্তু মোৰ লগত যাব। বহুতো চিন্তা কৰি মই বুজিব পাৰিলোঁ যে ভাল কামৰ বাহিৰে আন কোনো স্থায়ী আৰু লগত যোৱা বন্ধু আৰু নাই।

২। সৃষ্টিৰ প্ৰতি মই নজৰ কৰি চাই দেখিলোঁ যে সকলোৱে ৰিপুৰ দাসত্ব কৰি আছে। তাৰ পিছত কোৰ্‌আন শ্বৰীফৰ এই আয়াতটিৰ (বাক্যটিৰ) কথা মোৰ মনত পৰিল, "যিয়ে আল্লাৰ দৰবাৰত হাজিৰ হোৱাৰ ভয় ৰাখে আৰু নিজৰ ৰিপুক কাম ভাবৰূপৰা বিৰত ৰাখে তাৰ স্থান হ'ব বেহেস্ত।" তেতিয়া মই ৰিপুৰ বিৰুদ্ধাচৰণ কৰিবলৈ প্ৰতিজ্ঞা কৰিলোঁ আৰু কঠোৰ এবাদতৰ (উপাসনাৰ)-দ্বাৰা ৰিপুক সংযত কৰি আল্লাৰ হুকুম পালন কৰিবলৈ তাক বাধ্য কৰিলোঁ।

৩। পৃথিৱীৰ প্ৰতি মই লক্ষ্য কৰি দেখিলোঁ যে সকলোৱে পৃথিৱীত লাভ কৰিবলৈ চেষ্টা কৰে। অতি সামান্য ধন লাভ কৰিব পাৰিলেই তেওঁলোক অতি আনন্দিত হয়। অথচ আল্লাই কোৰ্‌আনত কৈছে "তোমালোকৰ লগত যি আছে সি অস্থায়ী আৰু আল্লাৰ লগত যি আছে সি স্থায়ী।" গতিকে মোৰ যিবোৰ ধন-দৌলত আছিল সেইবোৰ মই আল্লাৰ পথত খৰচ কৰি দিছোঁ আৰু আশা কৰিছোঁ আল্লাই মোক সেইবোৰৰ পৰিৱৰ্তে পৰকালত স্থায়ী সম্পদ দান কৰিব।

৪। পৃথিৱীৰ মানুহবিলাকৰ প্ৰতি মই লক্ষ্য কৰি দেখিলোঁ যে কোনোবাই ধন-সম্পত্তিৰ, কোনোবাই বংশৰ, কোনোবাই বিদ্যাৰ, কোনোবাই শক্তিৰ, ইত্যাদি বস্তুবোৰৰ গৌৰৱ কৰে। অথচ আল্লাই কোৰ্‌আনত কৈছে, "তোমালোকৰ যিজন লোক বেছি খোদাভীৰু তেওঁহে খোদাৰ ওচৰত বেছি সন্মানী।" গতিকে ধন, বংশ, বিদ্যা, বুদ্ধি, শক্তি, আদিৰ গৌৰৱ ত্যাগ কৰি মই প্ৰকৃত সন্মানৰ বস্তু খোদা-ভীৰুতাক খামোচ মাৰি ধৰিছোঁ।

৫। পৃথিৱীৰ লোকসকলক মই দেখিলোঁ যে এটা দলে আনটো দলৰ অনিষ্ট কৰিবলৈ চেষ্টা কৰে, এজনে আনজনৰ ধন-সম্পত্তি দেখি মনত হিংসা ভাব পোষণ কৰে আৰু এজনে আনজনৰ প্ৰতি শত্ৰুত কৰে। অথচ আল্লাই কোৰ্‌আনত কৈছে, "ধন-দৌলত, মান-সন্মান, আদি সকলোবোৰ বস্তু আল্লাই নিৰ্ধাৰণ কৰি দিছে। হাজাৰ চেষ্টা কৰিও কোনেও কাৰো জীৱিকা আৰু মান-সন্মান কাঢ়ি লব নোৱাৰে।" গতিকে মই আনৰ প্ৰতি শত্ৰুতা আৰু হিংসা ত্যাগ কৰিলোঁ।

৬। পৃথিৱীৰ লোকসকলৰ পিনে লক্ষ্য কৰি মই দেখিলোঁ যে তেওঁলোকৰ বেছি ভাগেই চয়তানৰ পথ অনুসৰণ কৰি বিপথে যায়। অথচ আল্লাই কোৰ্‌আনত কৈছে, 'হে আদমৰ বংশধৰসকল! মই জানো তোমালোকক কোৱা নাই যে তোমালোকে চয়তানৰ দাসত্ব নকৰিবা। নিশ্চয় চয়তান তোমালোকৰ শত্ৰু। এতেকে তোমালোকে মোৰহে দাসত্ব কৰিবা। এইটোৱেই পোন বাট।'' গতিকে মই চয়তান আৰু তাৰ দলৰ প্ৰতি শত্ৰুতা কৰিবলৈ আৰু আল্লাৰ হুকুম মতে চলিবলৈ দৃঢ় প্ৰতিজ্ঞ হ'লোঁ। মই বুজিলোঁ যে এইটোৱেই পোন বাট।

৭। মানুহবিলাকক মই দেখিলোঁ যে তেওঁলোকে জীৱিকাৰ বাবে প্ৰাণ-পণে চেষ্টা কৰে। অনেকে অতিৰিক্ত চেষ্টা কৰিবলৈ গৈ হাৰাম (নিষিদ্ধ) আৰু সন্দেহযুক্ত জীৱিকাও উপাৰ্জন কৰে। অথচ আল্লাই কোৰ্‌আনত কৈছে, "পৃথিৱীত যিমানবোৰ জীৱ আছে সকলোৰে জীৱিকা আল্লাৰ হাতত।'' গতিকে মই ভাবিলোঁ যে ময়ো আল্লাৰ সৃষ্ট এটি জীৱ। মোৰো জীৱিকা আল্লাৰ হাতত। মই যদি তেওঁৰ হুকুম পালন কৰোঁ নিশ্চয় তেওঁৰ প্ৰতিশ্ৰুতি অনুযায়ী তেওঁ মোক জীৱিকা দান কৰিব।

৮। পৃথিৱীৰ মানুহবিলাকক মই দেখিলোঁ যে কোনোবাই ধনৰ, কোনোবাই ৰাজত্বৰ, কোনোবাই বেপাৰ-বাণিজ্যৰ, কোনোবাই মাটি-বাৰীৰ, কোনোবাই চাকৰী-বাকৰীৰ আৰু কোনোবাই পুত্ৰ-কন্যাৰ ওপৰত নিৰ্ভৰ কৰি চলে। অথচ আল্লাই কোৰ্‌আনত কৈছে, "আৰু যিসকলে আল্লাৰ ওপৰত নিৰ্ভৰ কৰে আল্লাই তেওঁলোকৰ ওপৰত যথেষ্ট।'' গতিকে মই বুজিলোঁ যে আল্লাৰ বাহিৰে আন কাৰোবাৰ ওপৰত নিৰ্ভৰ কৰাটো কেতিয়াও উচিত নহ'ব। এতেকে নিজৰ কৰ্তব্য সম্পাদনৰ দ্বাৰা আল্লাৰ ওপৰত নিৰ্ভৰ কৰাটোকে যুক্তি সঙ্গত বুলি মই স্থিৰ কৰিলোঁ।

হজৰত চকীফ বল্‌খীয়ে এইটো শুনি বৰ সুখ পালে আৰু ক'লে, "বোপা! মই তৌৰাত, ইঞ্জিল, জবুৰ আৰু কোৰ্‌আন এই চাৰিখন স্বৰ্গীয় কিতাপ অধ্যয়ন কৰি এই আঠটি মৌলিক কথাকে পাইছোঁ। এই আঠটি মৌলিক কথা পালন কৰিলে চাৰিওখন কিতাপৰে সাৰ উপদেশবোৰ পালন কৰা হয়। মই তোমাক দোৱা (আশীৰ্বাদ) কৰিছোঁ আল্লাই যেন তোমাক এইবোৰ শিক্ষাৰ ওপৰত চলিবলৈ শক্তি দান কৰে।"

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ

১। বৰ্তমান সময়ৰ আলেম ( শিক্ষিত লোক )-সকলৰ অহঙ্কাৰ বাদচাহসকলৰ অহঙ্কাৰতকৈ অনেক বেছি।

২। তোমালোকে সুসজ্জিত আৰু উচ্চ দালানৰ অহঙ্কাৰ নকৰিবা। কাৰণ বেহেস্তত ( স্বৰ্গৰ বাগানত )-কৈ উচ্চ স্থান ক'তো নাই।

৩। তোমালোকে অতিৰিক্ত এবাদতৰ ( উপাসনাৰ ) অহঙ্কাৰ নকৰিবা। কাৰণ আজাজিল অতিৰিক্ত এবাদতৰ অহঙ্কাৰৰ বাবে চয়তান হৈ গৈছে।

৪। তোমালোকে অতিৰিক্ত কাৰামতৰ ( অলৌকিক শক্তিৰ ) গৌৰৱত গৰ্বিত নহ'বা। কাৰণ অতিৰিক্ত কাৰামতৰ গৌৰৱত বালাম বাউৰৰ পতন হৈছিল।

৫। যিয়ে নিতৌ এক মঞ্জিল কোৰ্আন শ্বৰীফ আৰু আওলীয়া-দৰবেশসকলৰ জীৱনৰ কিছু অংশ পাঠ কৰাটোক কৰ্তব্য বুলি গ্ৰহণ কৰে তেওঁ নিজৰ অন্তৰক শান্তিত ৰাখিবলৈ সক্ষম হয়।

৬। মানুহৰ অন্তঃকৰণ পাচ প্ৰকাৰ ঃ [১] মৃত [২] বেমাৰী [৩] এলেহুৱা, [৪] বিপৰীত মুখী, [৫] সুস্থ। কাফেৰৰ ( নাস্তিকৰ ) অন্তৰ মৃত ; পাপী মুছলমানৰ অন্তৰ বেমাৰী ; লোভীৰ অন্তৰ এলেহুৱা। ইহুদীৰ অন্তৰ বিপৰীতমুখী ; সাধক আৰু ধৰ্মপ্ৰাণ লোকৰ অন্তৰ সুস্থ।

৭। তোমালোকে তিনিটা সময়ত নিজৰ ৰিপুৰ ওপৰত চোকা দৃষ্টি ৰাখিবা ঃ [১] যেতিয়া কোনো এটা কাম কৰা তেতিয়া ভাবিবা যে আল্লাই দেখি আছে। [২] যেতিয়া কিবা কথা কোৱা তেতিয়া ভাবিবা যে আল্লাই শুনি আছে। [৩] যেতিয়া মনে মনে থাকা তেতিয়া ভাবিবা যে তোমালোকে কি চিন্তা কৰিছা আল্লাই জানিছে।

৮। মানুহৰ আকাংক্ষা তিনি প্ৰকাৰৰ ঃ [১] খোৱাৰ, [২] কথা কোৱাৰ, [৩] চোৱাৰ। খোৱাৰ সময়ত ভাবিবা যে আল্লাই তোমাক দিছে। কথা কোৱাৰ সময়ত ভাবিবা যে সত্য ৰক্ষা কৰাটো তোমাৰ কৰ্তব্য। চোৱাৰ সময়ত প্ৰত্যেকটো বস্তুৰ মাজেদি শিক্ষা লাভ কৰিবা।

৯। এবাদতৰ ( আল্লাৰ উপাসনাৰ ) সৌন্দৰ্য্য হৈছে আল্লাৰ প্ৰতি ভয়। এইটোৱে পাৰ্থিৱ আকাংক্ষাবোৰক সংযত ৰাখে।

১০। যদি তোমালোকে আল্লাৰ প্ৰিয়-পাত্ৰ হ'বলৈ ইচ্ছা কৰা তেন্তে আল্লাই যিটো কৰে তাতে সন্তুষ্ট থাকিবা।

১১। যদি তোমালোকে আকাশত বিখ্যাত হ'বলৈ বিচাৰা তেন্তে প্ৰতিজ্ঞা-পূৰ্ণ কৰিবা।

১২। কোনো কাম বেগতে কৰাটো চয়তানৰ কাম সঁচা; কিন্তু পাঁচটি কাম বেগতে কৰাটো উচিত : [১] আলহীৰ কাৰণে বেগতে খাদ্য সংগ্ৰহ কৰা, [২] মৃত লোকৰ দফন-কাফন বেগতে কৰা [৩] কন্যাৰ বিবাহৰ বেগতে বন্দবস্ত কৰা, [৪] ধাৰ ঋণ বেগতে পৰিশোধ কৰা, ৫] পাপ কৰিলে বেগতে তৌবাহ ( অনুতাপ ) কৰা।

## ২৮। হজৰত চহল ইব্‌নে আবদুল্লাহ তচ্‌তৰী (ৰঃ)

হজৰত চহল তচ্‌তৰী ( ৰঃ ) মিছৰৰ তচ্‌তৰ নামেৰে এখন ঠাইৰ অধিবাসী আছিল। তেওঁৰ পিতাকৰ নাম আবদুল্লাহ আছিল। তেওঁ নিচেই বাল্য কালৰেপৰা ধৰ্ম ভাবাপন্ন আছিল আৰু তেওঁৰ স্মৰণ শক্তিও বৰ প্ৰখৰ আছিল। তেওঁ কৈছিল, "যেতিয়া আল্লাই আত্মাবোৰক সৃজন কৰি সুধিছিল—'মই জানো তোমালোকৰ প্ৰভু নহওঁ ?'— মই যে কৈছিলোঁ 'হয়' সেই কথা মোৰ এতিয়াও মনত আছে। মই মাতৃগৰ্ভত থাকোঁতে যিবোৰ ঘটিছিল সেইবোৰ ঘটনাও মোৰ মনত আছে।"

তেওঁ এজন বিখ্যাত চুফী আৰু সেই সময়ত তেওঁ এজন অদ্বিতীয় ইমাম আছিল। তেওঁ শ্বৰীয়ত, তৰীকত, হকীকত আৰু মা'ৰেফাতত উচ্চ স্থান লাভ কৰিছিল। তেওঁ হজ্জ কৰিবলৈ মক্কা শ্বৰীফলৈ আহোঁতে তাত হজৰত জুন্‌নুন মিছৰীৰ লগত তেওঁৰ দেখা হয় আৰু তেওঁৰ ওচৰত তেওঁ মুৰীদ হয় ( দীক্ষা লয় )।

তেওঁ তিনি বছৰ বয়সতে তেওঁৰ মোমায়েক মোহাম্মদ ইব্‌নে ছাওবাৰে যেতিয়া ৰাতি তাহাজ্জোদৰ নামাজ পঢ়িছিল তেওঁ মোমায়েকৰ কাষত থিয় হৈ নামাজ পঢ়া চাই আছিল। তেওঁ অলপ ডাঙৰ হোৱাত এদিনাখন মোমায়েকক ক'লে, "মোমাই! মই সপোণত দেখিলোঁ যে মোৰ প্ৰাণটি মূৰ দোৱাই ছিজ্‌দাহত মগ্ন আছে।" মোমায়েকে ক'লে, "বোপা! তুমি এই কথাটি কাৰো আগত নকবা আৰু প্ৰত্যেক ৰাতি এই দোৱাটি পঢ়িবা—আল্লাহু মায়ী, আল্লাহু নাজৰী, আল্লাহু চাহদী ( অৰ্থাৎ আল্লাহ মোৰ লগত আছে, আল্লাই মোক দেখি আছে, আল্লাহ

মোৰ সাক্ষী)।” মোমায়েকৰ নিৰ্দেশ অনুযায়ী তেওঁ এই দোৱাটি প্ৰত্যেক ৰাতি পোহৰৰ বাবেকৈ এবছৰ পঢ়িলে।

তেওঁ নিৰ্জনে থাকিবলৈ সৰুৰেপৰা ভাল পাইছিল আৰু মক্তবত নাম ভৰ্তি কৰি সাত বছৰ বয়সতে কোৰ্‌আন শ্বৰীফখনি পঢ়ি শেষ কৰিছিল। তেওঁ যৱৰ ৰুটী খাইছিল আৰু সাত বছৰ বয়সৰ পৰাই ৰোজা ৰাখিছিল।

তেওঁৰ ১২ বছৰ বয়সত তেওঁৰ মনত এটি কঠিন সমস্যা উদয় হ'ল। ইয়াৰ মীমাংসা কোনেও কৰিব নোৱাৰাৰ বাবে তেওঁ বাছৰা নগৰলৈ গ'ল আৰু তাত বিখ্যাত সাধক হজৰত হবীব হামজাক লগ ধৰিলে। অৱশেষত তেওঁৰপৰা সন্তোষজনক উত্তৰ পাই তেওঁ বৰ আনন্দ পালে আৰু তেওঁৰ সংশ্ৰৱত বহুতদিন থাকি মা'ৰেফাতৰ (খোদাতত্ত্বজ্ঞানৰ) বহুতো কথা শিকি ল'লে। তাৰ পিছত তেওঁ তচ্‌তৰলৈ উভতি আহিল।

তেওঁ কেইবছৰমান ভোকত থাকি আৰু কেইবছৰমান তৃপ্ত আহাৰ কৰি নিজকে পৰীক্ষা কৰি দেখিলে যে তৃপ্ত আহাৰত দুৰ্বল হয় আৰু অনাহাৰত শক্তি পায়। গতিকে তেওঁ গোটেই চাবোন মাহটো ৰোজা ৰাখিছিল আৰু ৰমজান মাহত তেওঁ ৰাতি মাত্ৰ এবাৰহে কিছু আহাৰ কৰিছিল। তেওঁ দিনে-ৰাতি একমাত্ৰ আল্লাৰ এবাদতত্হে (উপাসনাতহে) মগ্ন আছিল।

অৱশেষত তেওঁৰ অন্তৰত এনেকুৱা ভাবে খোদাৰ প্ৰেমৰ ঢৌ খেলিবলৈ ধৰিলে যে তেওঁৰ মাটি-বাৰী, ঘৰ-বস্তি, সোণ-ৰূপ আৰু স্থাৱৰ-অস্থাৱৰ যিমানবোৰ সম্পত্তি আছিল জনসাধাৰণৰ মাজত বিলাই দিলে আৰু নিজে আল্লাৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰি মক্কা শ্বৰীফলৈ গুচি গ'ল।

এবাৰ বাদচাহ আমৰ লাইছৰ এটা বৰ ডাঙৰ বেমাৰ হৈছিল। দেশৰ চিকিৎসকসকলে বহুতো চিকিৎসা কৰিলে; কিন্তু বেমাৰ আৰোগ্য নহ'ল। তেতিয়া বাদচাই হজৰত চহল তচ্‌তৰীৰ ওচৰলৈ মানুহ পঠাই তেওঁৰ দৰবাৰলৈ মতাই নিলে আৰু তেওঁৰ দোৱা (আশীৰ্বাদ) বিচাৰিলে। তেওঁ বাদচাহৰ ওচৰত বহি ক'লে, “আপুনি নিজৰ পাপৰ কাৰণে তৌবাহ (অনুতাপ) কৰি আল্লাৰ পিনে আগেয়ে প্ৰত্যাৱৰ্তন কৰক আৰু জেলখানাৰ নিৰ্দোষী লোকসকলক মুক্তি দিয়ক তেতিয়াহে দোৱা আল্লাৰ ওচৰত কবুল (মঞ্জুৰ) হ'ব। তেওঁৰ নিৰ্দেশ

অনুযায়ী বাদচাই তাকে কৰিলে। তাৰ পিছত তেওঁ আল্লাৰ ওচৰত দোৱা কৰিলে। বাদচাহৰ বেমাৰ আৰোগ্য হ'ল। বাদচাই বৰ আনন্দ মনে তেওঁক বহুতো ধন আৰু মাল যাচিলে। তেওঁ সেইবোৰ গ্ৰহণ নকৰি তাৰপৰা গুচি গ'ল। বাটত তেওঁৰ এজন শিষ্যই ক'লে, "হুজুৰ! আপুনি বাদচাহৰ ধন আৰু মালখিনি গ্ৰহণ কৰা হ'লে তাৰদ্বাৰা অন্ততঃ মোৰ ঋণখিনি পৰিশোধ হ'লহেঁতেন।" তেতিয়া তেওঁ ক'লে, "যদি তোমাৰ ধনৰ প্ৰয়োজন আছে তেন্তে চোৱা।" এইবুলি কোৱাৰ লগে লগে সেই ঠাইডোখৰ সোণ আৰু মণি-মুকুটাৰে ভৰি পৰিল। তেতিয়া তেওঁ ক'লে, "যাক আল্লাই ইমানবোৰ ধন দান কৰিছে সি আনৰ ধনক কিয় আশা কৰিব?

বাঘ আৰু আন আন হিংসুক জন্তু তেওঁৰ ওচৰলৈ আহিছিল আৰু তেওঁ সইবোৰক আদৰ কৰি খাবলৈ দিছিল। সেই কাৰণে তেওঁৰ ঘৰটিক "বয়তুলছেবা" অৰ্থাৎ হিংসুক জন্তুৰ বাস ভৱন বুলি কোৱা হৈছিল।

এদিনাখন তেওঁ অকলে এখন পথাৰৰ মাজেদি গৈ আছিল। এনেতে তেওঁ দেখিলে যে এজনী বুঢ়ীয়ে মূৰত ওৰণী লৈ আৰু লাঠি এডালৰ ওপৰত ভৰ দি গৈ আছে। তেওঁ ভাবিলে যে বুঢ়ীজনীৰ হয়তো পথ খৰচ আৱশ্যক হ'ব পাৰে। এই বুলি ভাবি তেওঁ বুঢ়ীজনীক কিছু দিবলৈ নিজৰ জেপত হাত দিলে। বুঢ়ীজনীয়ে ক'লে, "চহল! তুমি জেপৰপৰা উলিওৱা, মই শূণ্যৰ পৰা পাওঁ।" এইবুলি কৈয়ে বুঢ়ীজনী অদৃশ্য হৈ গ'ল।

এবাৰ তেওঁ এজন আওলীয়াৰ সংশ্ৰৱত থাকি মা'ৰেফাতৰ (খোদাওত্ত্ব জ্ঞানৰ) বহুতো বিষয় তেওঁৰ পৰা বুজি ল'লে। তেওঁ কয় যে সেই আওলীয়াজন ৰাতিপুৱা জামাতত ফৰজৰ নামাজ পঢ়ি পানীৰ ভিতৰত গৈ বহি থাকে, দুপৰীয়া পানীৰপৰা উঠি আহি জামাতত জোহৰৰ নামাজ পঢ়ে আৰু পানীলৈ নামি যায়। অথচ তেওঁৰ শৰীৰৰ এডাল নোমো নিতিজে। গধূলিৰ মগৰিবৰ নামাজলৈ তেওঁ এইদৰে প্ৰত্যেক ওৱাক্ত নামাজ জামাততে পঢ়ে। তেওঁ কাৰো ওচৰত নবহেও আৰু একো নাখায়ো। অৱশেষত সেই আওলীয়াজন আন পিনে গুচি গ'ল।

তেওঁৰ মৃত্যুৰ আগমুহূৰ্তত তেওঁৰ চাৰিশজন শিষ্য তেওঁৰ ওচৰত আছিল। তেওঁলোকে সুধিলে, "হুজুৰ! আপোনাৰ মৃত্যুৰ পিছত কোনে আপোনাৰ ঠাইত বহিব আৰু আপোনাৰ মিম্বাৰত থিয় হৈ আমাক

উপদেশ দিব?" তেওঁ ক'লে, "ছাদে দেলে।" শিষ্যসকলে শুনি আচৰিত হ'ল। কাৰণ, ছাদে দেল এজন অগ্নিপূজক আছিল। হজৰত চহল তচ্‌তৰীয়ে ছাদে দেলক মতাই আনি লাহে লাহে ক'লে, "ছাদে দেল! মোৰ মৃত্যুৰ তিনিদিন পিছত জোহৰৰ নামাজৰ শেষত তুমি মোৰ মিম্বাৰৰ ওপৰত বহি লোকসকলক উপদেশ দিবা।" এই বুলি কৈ তেওঁ পৃথিৱীৰপৰা চিৰ বিদায় ল'লে।

তেওঁৰ মৃত্যুৰ তিনিদিন পিছত জোহৰৰ নামজৰ শেষত সঁচাকৈয়ে ছাদে দেলে মিম্বাৰৰ ওপৰত বহি কলিমা পঢ়ি মুছলমান হ'ল। তাৰ পিছত তেওঁ ক'লে, "মই হজৰত চহল তচ্‌তৰী (ৰঃ)-ৰ হুকুম অনুযায়ী আজিৰপৰা মুছলমান হ'লোঁ। তেমালোকেও প্ৰকৃত মুছলমান হৈ যোৱা। কাৰণ, আল্লাই ভণ্ডামী পছন্দ নকৰে।"

হজৰত চহৰ তচ্‌তৰী জানাজাত বহুতো লোক লপস্থিত আছিল। এজন ৭০ বছৰীয়া ইহুদীয়ে ঘৰৰ পৰা ওলাই দেখিলে যে আকাশৰ পৰ ফেৰেস্তা সকল নামি আহি সেই জানাজাত যোগা দিছে। ইহুদীজনে এইটো দেখি তেতিয়াই কলিমা পঢ়ি মুছলমান হ'ল।

হজৰত চহল তচ্‌তৰীৰ জীৱিত কালত এদিনাখন তেওঁ শিষ্যসকলৰ লগত বহি মা'ৰেফাতৰ বিষয়ে আলোচনা কৰি থাকোঁতে এজন লোক আহি তাত উপস্থিত হ'ল। তেওঁ ক'লে, "এইজন এজন আওলীয়া। তেওঁৰ লগতো কিছু মা'ৰেফাত (খোদাতত্ত্ব জ্ঞান) আছে।" শিষ্যসকল তেওঁৰ কাষ চপাৰ লগে লগে তেওঁ অদৃশ্য হৈ গ'ল। হজৰত তচ্‌তৰীৰ মৃত্যুৰ পিছত সেই আওলীয়াজন এদিনাখন তেওঁৰ কবৰৰ ওচৰেদি গৈ আছিল। এজন শিষ্যই তেওঁক চিনি পাই অনুৰোধ কৰি ক'লে, "আপুনি মা'ৰেফাতৰ (খোদতত্ত্ব জ্ঞানৰ) অধিকাৰী বুলি আমাৰ গুৰুৱে এদিন কৈছিল। দয়া কৰি আপুনি এটি কাৰামত (অলৌকিক ঘটনা) আমাক দেখুৱাওকচোন।" আওলীয়াজনে এই কথা শুনি কবৰটিলৈ ইঙ্গিত দি ক'লে, "হে চহল! তুমি কথা কোৱা।" কবৰৰ পৰা এই বুলি শব্দ এটি ওলাই আহিল, "লা ইলাহা ইল্লাল্লাহু ৱাহ্‌দাহু লা শ্বাৰিকাল্লাহু অৰ্থাৎ আল্লাৰ বাহিৰে আন কোনো উপাসনাৰযোগ্য নাই, তেওঁ এজন, তেওঁৰ কোনো অংশীদাৰ নাই।" আওলীয়াজনে আকৌ সুধিলে, "হে চহল! এইটো কথা সঁচানে যে যিয়ে এই কলিমাটি পঢ়ে তেওঁৰ কবৰ হেনো আন্ধাৰ নহয়?" কবৰৰ পৰা উত্তৰ আহিল, "হয়, সঁচা।"

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ

১। হালাল ( বিধেয় ) খাদ্যৰ বাহিৰে নির্জন সাধনা সিদ্ধ নহয়। আল্লাৰ দয়া নহ'লে হালাল উপার্জন সম্ভৱ নহয়।

২। দিন ৰাতিৰ ভিতৰত এবাৰ আহাৰ কৰাটো ধর্মপ্রাণ লোকৰ ৰীতি।

৩। আমল আৰু এবাদত ৰোজাৰ দ্বাৰাইহে বিশুদ্ধ হয়।

৪। চাৰিটা বস্তু গ্ৰহণ কৰিলে এবাদত ( উপাসনা ) খাঁটি হয় ঃ [১] বেছি পৰিমাণে ৰোজা, '২] দুখীয়া অৱস্থা, [৩] বিনয় আৰু নম্রতা, [৪] অলপত তুষ্ট।

৫। ৰোজা ৰাখিলে চয়তান পলায়। তৃপ্তিকৰ আহাৰ সকলো আপদৰ মূল।

৬। হালাল ( বিধেয় ) উপাৰ্জনৰ দ্বাৰা ভাল কাম কৰিবলৈ সৌভাগ্য হয় আৰু হাৰাম ( নিষিদ্ধ ) উপাৰ্জনাৰ দ্বাৰা শৰীৰৰ অঙ্গবোৰ পাপী হয়।

৭। আমল নকৰিলে মানুহৰ ঈমান ( বিশ্বাস )-পূর্ণ নহয়।

৮। যিয়ে আল্লাৰ এবাদত ( উপাসনা ) নকৰে বাধ্য হৈ তেওঁ মানুহৰ এবাদত ( সেৱা ) কাৰবলগীয়া হয়।

৯। আল্লাৰ বাহিৰে আন বস্তুত শান্তি লাভ কৰাটো হাৰাম ( নিগিদ্ধ )। কাৰণ, তেনেকুৱা লোকৰ অন্তৰত ঈমানৰ ( বিশ্বাসৰ ) গন্ধো নাথাকে।

১০। আলেম ( জ্ঞানী লোক ) তিনিটা শ্ৰেণীত বিভক্ত ঃ [১] এওঁলোকৰ জ্ঞান লোকসমাজত প্রকাশ পায়, [২] এওঁলোকৰ জ্ঞান কেৱল তত্ত্বজ্ঞানীসকলৰ ওচৰতহে প্রকাশ পায়, [৩] এওঁলোকৰ জ্ঞান আল্লাহ আৰু এওঁলোকৰ ভিতৰত সীমাবদ্ধ। এই প্ৰকাৰ জ্ঞানৰ খবৰ আনে নাজানে।

১১। মূৰ্খতা হৈছে ডাঙৰ পাপ। ইয়াতকৈ ডাঙৰ পাপ নাই।

১২। ফকীৰসকলক ঘৃণাৰ চকুৰে নাচাবা। কাৰণ এওঁলোক নবীসকলৰ উত্তৰাধিকাৰী।

১৩। মানুহৰ মূল নীতি ছয়টি হোৱা উচিত ঃ [১] আল্লাৰ পবিত্র বাণী কোৰআন শ্বৰীফক মানি চলা, [২] ৰচুল কৰিম ( দঃ )-ৰ

নীতি ( চুন্নত ) অনুসৰণ কৰা, [৩] হালাল ( বিধেয় ) আহাৰ খোৱা, [৪] কোনোবাই কষ্ট দিলেও তাক কষ্ট নিদিয়া, [৫] হাৰাম (নিষিদ্ধ) বস্তুৰপৰা দূৰত থকা, [৬] আনৰ প্ৰাপ্য অতি সোনকালে পৰিশোধ কৰা।

১৪। নতুন সাধকৰ প্ৰধান কৰ্তব্য ৩টা ঃ [১] নিজৰ পাপৰ কাৰণে লজ্জিত হোৱা, [২] অন্তৰৰ পৰা বেয়া কামনা আৰু বাসনা-বোৰ সমূলে মচি পেলোৱা, [৩] বেয়া কামবোৰক ভাল কামত পৰিণত কৰা।

১৫। ইন্দ্ৰিয় সংযত নহ'লে আল্লাৰ হক আদায় নহয় আৰু আল্লাৰ হক আদায় নহ'লে হালল জীৱিকা উপাৰ্জ্জন কৰাটো সম্ভৱ নহয়।

১৬। মানুহৰ বিনাশৰ কাৰণ দুটা ঃ [১] সম্মানৰ লালচ, [২] দুখীয়া হোৱাৰ ভয়।

১৭। যাৰ অন্তৰ আল্লাৰ ভয়তে কঁপি থাকে চয়তান তেওঁৰ ওচৰলৈ আহিব নোৱাৰে।

১৮। আত্মাক পাঁচটি বস্তুই উজ্জল কৰি ৰাখে ঃ [১] দুখীয়া হৈও মনক ধনী কৰি ৰখা, [২] ভোকত থাকিও অন্তৰত তৃপ্তি লাভ কৰা, [৩] চিন্তাৰ জৰ্জৰিত হৈও আনন্দ প্ৰকাশ কৰা, [৪] কাৰোবাৰ লগত শত্ৰুতা থকা স্বত্ত্বেওবন্ধুতা প্ৰকাশ কৰা, [৫] গোটেই ৰাতি নামাজ পঢ়ি আৰু গোটেই দিন ৰোজা ৰাখিও নিজকে সুস্থ-সবল বুলি প্ৰকাশ কৰা।

১৯। অহঙ্কাৰে আল্লাহ আৰু তেওঁৰ বান্দাৰ ( ভক্তৰ ) মাজত পৰ্দা দিয়ে। বিনয় আৰু নম্ৰতাৰ দ্বাৰাইহে আল্লাৰ সাক্ষাৎ লাভ হয়।

২০। অহঙ্কাৰী লোকে আল্লাক ভয় নকৰে। আল্লাক ভয় নকৰা লোকে ঈমানদাৰ ( বিশ্বাসকাৰী ) হ'ব নোৱাৰে। যিসকল লোক ঈমানদাৰ নহয় তেওঁলোকে আল্লাৰ গুপ্ত ধনৰ কোনো খবৰ নাপায়।

২১। যিয়ে বেদাতীৰ লগত উঠা বহা কৰে তেওঁ ৰচুলৰ চুন্নতৰ ( ৰীতি-নীতিৰ ) পৰা বঞ্চিত হয় আৰু যিয়ে বেদাতীৰ কাম-কাজত আনন্দিত হয় আল্লাই তেওঁৰ ঈমানৰ নূৰ ( জেউতি ) কাঢ়ি লয়।

২২। যিয়ে বেহেস্তত প্ৰবেশ কৰে তেওঁ সকলোবোৰ বিপদৰপৰা ৰক্ষা পায়। সেইদৰে যিয়ে ৰচুলৰ চুন্নতক ( ৰীতি-নীতিক ) সাৱটি ধৰে তেওঁ ৰিপুৰ তাড়না আৰু কুকামৰপৰা নিৰাপদে থাকে।

২৩। আল্লাক পাহৰি যোৱাতকৈ আৰু ডাঙৰ পাপ নাই।

২৪। যিয়ে নিজৰ চকু দুটিক হাৰাম ( নিষিদ্ধ ) বস্তু দৰ্শনৰ পৰা বন্ধ ৰাখে তেওঁ জীৱনত যন্ত্ৰণাসমূহৰপৰা ৰক্ষা পায়।

২৫। মা'ৰেফাতত ( তত্ত্বজ্ঞানত )-কৈ উত্তম বস্তু জগতত নাই। এই মা'ৰেফাতৰ প্ৰকাশৰ ঠাই হৈছে মানৱ অন্তৰ।

২৬। আল্লাৰ বাহিৰে আন কোনো সহায়কাৰী নাই। হজৰত মোহাম্মদ ( ছঃ )-ৰ বাহিৰে আন কোনো সৎ পথ প্ৰদৰ্শক বা উকিল নাই। খোদাভীৰুতাৰ বাহিৰে আন কোনো পথৰ সম্বল নাই। ধৈৰ্য্যৰ বাহিৰে আন কোনো ভাল কাম নাই।

২৭। ৰিপুৰ মৃত্যুতহে আত্মা সজীৱ হৈ থাকে।

২৮। ৰিপুৰ বাসনাৰ বিৰুদ্ধাচৰণতকৈ আল্লাৰ দৰবাৰত আন কোনো উত্তম এবাদত ( উপাসনা ) নাই।

২৯। যিয়ে নিজৰ ৰিপুক চিনিব পাৰিছে তেওঁ আল্লাক চিনিব পাৰিছে। যিয়ে আল্লাক চিনিব পাৰিছে তেওঁ ভাগ্যবান।

৩০। প্ৰকৃত সাধকৰ প্ৰতি আল্লাই এজনকৈ ফেৰেস্তা ( দেৱদূত ) নিযুক্ত কৰে, যিয়ে সেই সাধকজনক নামাজত আসক্ত কৰে আৰু শুই থাকিলে তেওঁক এবাদত ( আল্লাৰ উপাসনাত ) লগাই দিয়ে।

৩১। যাৰ অন্তৰ কলুষিত নহয়, মন চিন্তাত বিভোল থাকে, যিয়ে আল্লাৰ সাক্ষাৎ লাভৰ কাৰণে নিজৰ মনক পাৰ্থিৱ মায়া, মোহ, মৰীচিকা আদিৰপৰা পৃথক ৰাখে আৰু যাৰ দৃষ্টিত সোণ আৰু মাটি সমান সেইজনহে প্ৰকৃত চুফী।

৩২। অলপ আহাৰ কৰা, আল্লাৰ এবাদতত অন্তৰে শান্তি লাভ কৰা আৰু মানুহৰ সংস্ৰৱৰ পৰা আঁতৰি থকাটোকে সাধনা বোলে।

৩৩। আল্লাত আত্মসমৰ্পণ কৰিব লাগিলে ৩টা বস্তুৰ আৱশ্যক ঃ [১] কাৰো ওচৰত একো নিবিচাৰা, [২] কোনোবাই কিবা দিলেও তাক গ্ৰহণ নকৰা, [৩] যদি গ্ৰহণ কৰা হয় তাক খৰচ বা দান কৰা।

৩৪। দুখ-কষ্টত ধৈৰ্য্য ধৰিলে আল্লাৰ প্ৰতি আত্ম সমৰ্পণ কৰা হয়।

৩৫। আন কাৰো ওপৰত নিৰ্ভৰ নকৰি একমাত্ৰ আল্লাৰ ওপৰত নিৰ্ভৰ কৰাটোহে মানৱৰ কৰ্তব্য।

৩৬। আল্লাৰ বিৰুদ্ধাচৰণ নকৰাটোকে আল্লাৰ লগত বন্ধুতা কৰা বুজায়।

৩৭। যিয়ে আল্লাক ভাল পায় তেওঁ সদায় আল্লাক সন্তুষ্ট কৰিবলৈ চেষ্টা কৰে।

৩৮। এবাদতৰ মূল বস্তু হৈছে সংসাৰ ত্যাগ। পাৰ্থিব বস্তুবোৰ হৈছে ৰিপুৰদৰে। যিয়ে ৰিপুৰ লগত প্ৰেম কৰে তেওঁ আল্লাৰ শক্ৰৰ লগত যেন বন্ধুতা কৰে।

৩৯। ৰিপুক নাজানি আল্লাৰ পিনে আগ বাঢ়িব পৰাটো সম্ভৱপৰ নহয়।

৪০। যিয়ে ভাল কাম কৰে আল্লাই তেওঁৰ ঈমান (বিশ্বাস) মজবুত কৰে।

৪১। ৰিপুক শাসনত ৰখাটো হৈছে সংসাৰ ত্যাগৰ প্ৰথম স্তৰ। সংসাৰ ত্যাগে আল্লাৰ ওপৰত নিৰ্ভৰ কৰিবলৈ শিকায়।

৪২। আল্লাৰ কাৰণে যেতিয়া সকলোবোৰ কাম কৰা হয় ৰিপুয়ে তাত কোনো স্থান নাপায়।

৪৩। দিন আৰু ৰাতিৰ ভিতৰত এবাৰ আহাৰ খোৱাটো ধাৰ্মিক-সকলৰ কাম, দুবাৰ আহাৰ খোৱাটো পশুৰ কাম।

৪৪। কুমাম এৰি আল্লাৰ পিনে আগ বঢ়াটো হৈছে সৌভাগ্যৰ কথা।

৪৫। যেতিয়া আল্লাৰ এজন ভক্তই ভোকত, বেমাৰত আৰু বিপদত ধৈৰ্য্য ধৰে তেতিয়া তেওঁ আল্লাৰ কৰুণা লাভৰ উপযুক্ত হয়।

৪৬। যিয়ে বহুত দিনলৈ অনাহাৰে থাকে আল্লাই তেওঁৰ ভোক নাইকিয়া কৰি দিয়ে।

৪৭। মানুহৰ মুক্তি চাৰিটা বস্তুত নিহিত থাকে ঃ [১] অনিদ্ৰাত কাল কটোৱা, [২] অকলে বাস্ কৰা, [৩] কমকৈ খোৱা, [৪] নীৰৱে থকা।

৪৮। আল্লাৰ প্ৰেমত বিভোল হৈ থাকিলে মনত সন্তুষ্টি লাভ হয়।

৪৯। তোমালোকে সংসাৰত্যাগী লোকৰ লগত সংশ্ৰৱ ৰাখিবা। কাৰণ, তেওঁলোকে সকলো সময়তে আনক ক্ষমাৰ চকুৰে চায়।

## ২৯। হজৰত মা'ৰূফ কাৰ্খী (ৰঃ)

হজৰত মা'ৰূফ কাৰ্খী (ৰঃ) বাগদাদৰ কাৰখ্ নামেৰে এখন গাঁওত জন্মগ্ৰহণ কৰিছিল। তেওঁৰ পিতৃ-মাতৃ খ্ৰীষ্টান আছিল।

তেওঁৰ বাল্য কালত লিখা–পঢ়া শিকিবলৈ এজন পাদ্ৰী শিক্ষকৰ ওচৰলৈ তেওঁক পঠোৱা হ'লত শিক্ষকে ক'লে, "কোৱা, আল্লাহ তিনিজনৰ এজন।" তেওঁ প্ৰত্যেকবাৰেই ক'লে, "নহয় হুজুৰ! আল্লাহ এজন।" অৱশেষত সেই পাদ্ৰী শিক্ষকজনৰ বৰ খং উঠিল আৰু তেওঁক ভীষণ ভাবে বেত্ৰাঘাত কৰিলে। তেওঁ মনৰ দুখতে পলাই গুচি গ'ল। তেওঁৰ মাক দেউতাকে তেওঁক বহুতো বিচাৰিলে কিন্তু কতো নাপালে। অৱশেষত তেওঁলোক দুয়োজনে নিৰাশ হৈ ক'লে, "হায় যদি আমি তাক পাওঁ তেন্তে আমিও তাৰ ধৰ্মকে গ্ৰহণ কৰিম।"

তাৰ পিছত হজৰত মা'ৰূফ কাৰ্‌খী গৈ সেই সময়ৰ ডাঙৰ সাধক হজৰত আলী ইব্‌নে মুছা ৰেজাৰ ওচৰত ইছলাম গ্ৰহণ কৰি মুছলমান হ'ল। বহুত দিন হজৰত আলী ইব্‌নে মুছা ৰেজাৰ লগত থাকি আৰু ইছলামৰ ৰীতি-নীতিবোৰ শিকি এদিনাখন তেওঁ ৰাতি ঘৰলৈ গ'ল। মাক দেউতাকে বহুত দিনৰ মূৰত তেওঁক দেখি বৰ আনন্দ পালে। যেতিয়া তেওঁলোক দুয়োজনে শুনিলে যে ল'ৰাটিয়ে ইছলাম ধৰ্ম গ্ৰহণ কৰি মুছলমান হৈছে তেওঁলোকেও মুছলমান হ'ল।

তাৰ পিছত তেওঁ হজৰত দাউদ তায়ীৰ ওচৰলৈ গৈ কঠোৰ জিকিৰত ( ধ্যানত ) মগ্ন হ'ল। তেওঁ হজৰত দাউদ তায়ীৰ পৰা শ্বৰীয়ত, তৰিকত, হকীকত আৰু মা'ৰেফাতৰ সকলোবোৰ জ্ঞান লাভ কৰিলে। তেওঁৰ অলৌকিক শক্তিৰ দ্বাৰা সেই সময়ত তেওঁ এজন শ্ৰেষ্ঠ আওলীয়া হ'ব পাৰিছিল। তেওঁ ফতোৱা, এবাদত, খোদাপ্ৰেম আদি বিষয়বোৰত অদ্বিতীয় আছিল।

এদিনাখন তেওঁ নিজৰ কোৰ্‌আন শ্বৰীফখন আৰু জায়ে নামাজ-খন মছজিদত থৈ দিজলা নদীত ওজু কৰিবলৈ নামি গ'ল। এনেতে কৰবাৰ পৰা এজনী বুঢ়ী আহি দুয়োটি বস্তু লৈ বেগাই যাবলৈ ধৰিলে। তেওঁ এইটো দেখি বুঢ়ীৰ পিছে পিছে দৌৰি গৈ বুঢ়ীক লাহেকৈ মাত লগাই ক'লে, "আইতা! তোমাৰ কোনোবা ল'ৰা-ছোৱালীয়ে কোৰ্‌আন শ্বৰীফ পঢ়িব পাৰে নেকি?" বুঢ়ীয়ে ক'লে, "নোৱাৰে।" তেওঁ ক'লে, "তেনেহ'লে কোৰ্‌আন শ্বৰীফখন মোকে দি যোৱা। মই পঢ়িম আৰু জায়ে নামাজখন লৈ যোৱা।" বুঢ়ীয়ে তেওঁৰ ধৈৰ্য্য আৰু ক্ষমা গুণ দেখি বৰ লাজ পালে আৰু দুয়োটি বস্তু তেওঁক ঘূৰাই দি বেগাই গুচি গ'ল।

এদিনাখন তেওঁ শিষ্যসকলৰ লগত এঠাইলৈ গৈ আছিল। ৰাস্তাত কেইজনমান দুশ্চৰিত্ৰৰ যুৱকক তেওঁ মদ খাই কাজিয়া কৰি থকা দেখা পালে। তেওঁ সেই দুশ্চৰিত্ৰৰ যুৱক কেইজনৰ মঙ্গলৰ কাৰণে আল্লাৰ ওচৰত দোৱা কৰিলে। যুৱক কেইজনে এইটো দেখি মদৰ বটলবোৰ দলিয়াই পেলাই দিলে আৰু কান্দি কান্দি আহি তেওঁৰ ভৰিত দীঘল দি পৰিল। তাৰ পিছতে সিহঁত আটাই কেইটাই নিজৰ নিজৰ কু-কামৰ কাৰণে আল্লাৰ ওচৰত তৌবাহ (অনুতাপ) কৰিলে।

এবাৰ ঈদৰ দিনাখন তেওঁ এটি ল'ৰাক ৰাস্তাত কান্দি থকা দেখি সুধিলে' "তোমাৰ কি হৈছে, কিয় কান্দিছা?" ল'ৰাটিয়ে ক'লে যে তাৰ মাক বাপেক নাই। ঈদৰ দিনা তাৰ লগৰ সকলোবোৰ ল'ৰা-ছোৱালীয়ে নতুন কাপোৰ পিন্ধিব আৰু আমোদ প্ৰমোদ কৰিব; কিন্তু তাৰ একোৱেই নাই। তেওঁ আল্লাৰ ওচৰত দোৱা কৰিলে। এনেতে অদৃশ্যৰ পৰা সেই ল'ৰাটিৰ কাৰণে পিন্ধিবলৈ নতুন কাপোৰ আৰু খাবলৈ আখৰোট কিছুমান আহিল। তেওঁ সেইবোৰ ল'ৰাটিক দিয়াত ল'ৰাটিয়ে বৰ আনন্দ পালে।

তেওঁৰ মোমায়েক চহৰৰ কাজী (বিচাৰক) আছিল। এদিনাখন মোমায়েকে এখন হাবিৰ মাজেদি গৈ থাকোতে দেখিলে যে হজৰত মা'ৰূফ কাৰ্‌খীয়ে এটা কুকুৰৰ লগত বহি একেলগে ৰুটী খাই আছে। এবাৰ তেওঁ নিজে খায় আৰু এবাৰ তেওঁ কুকুৰটোৰ মুখত দিয়ে। এইটো দেখি তেওঁৰ মোমায়েকৰ খং উঠিল আৰু ক'লে, "তোমাৰ লাজ নাইনে যে তুমি কুকুৰটোৰ লগত একে লগে বহি আহাৰ কৰিছা।" তেওঁ ক'লে, "লাজ আছে বুলিহে কুকুৰটোক আহাৰ খুৱাইছোঁ।" তাৰ পিছত তেওঁ ওপৰলৈ মুখ কৰি এটা চৰাইক মাতিলে। চৰাইটোৱে নামি আহি তেওঁৰ হাতত বহিল। মোমায়েকে এইটো দেখি নিজে লাজ পাই গুচি গ'ল।

ছীয়া সম্প্ৰদায়ৰ এদল লোকে তেওঁৰ ওপৰত শত্ৰুতা কৰি হজৰত ইমাম মুছা ৰেজাৰ ঘৰত তেওঁক ২১ দিন বন্ধ কৰি থয়। তাত তেওঁক ইমান মাৰপিত কৰিলে যে সেই আঘাতত তেওঁ মৃত্যু শয্যাত পৰে। মৃত্যুৰ আগ মুহূৰ্তত তেওঁ শিষ্যসকলক কৈ গ'ল যে তেওঁৰ চোলাটো যেন তেওঁলোকে কোনোবা দুখীয়া লোকক দান কৰি দিয়ে। কাৰণ তেওঁৰ এইটো ইচ্ছা যে তেওঁ মাতৃগৰ্ভৰ পৰা আহোঁতে উলঙ্গ হৈ আহিছিল আৰু পৃথিৱীৰপৰা যাওঁতেও যেন তেওঁ উলঙ্গ হৈ যায়।

তেওঁৰ মৃত্যুৰ পিছত প্ৰত্যেকটো ধৰ্মৰ লোকেই তেওঁক গুৰু বুলি দাবি কৰিলে আৰু তেওঁৰ মৃত দেহটো নি নিজৰ নিজৰ ধৰ্মৰ নিয়ম অনুযায়ী সমাধি ক্ৰিয়া সমাপন কৰিবলৈ বিচাৰিলে। ইহুদী, খ্ৰীষ্টান আৰু মুছলমানসকলৰ ভিতৰত এই বিষয়ে প্ৰতিযোগিতা আৰু তৰ্ক বিতৰ্ক চলিল। তেওঁৰ এজন শিষ্যই ক'লে, "তেওঁৰ মৃত্যুৰ আগেয়ে তেওঁ মোক কৈ গৈছে যে যিটো সম্প্ৰদায়ৰ লোকে তেওঁৰ মৃত দেহ মাটিৰপৰা উঠাব পাৰিব সেইটোহে তেওঁৰ সম্প্ৰদায় আৰু সেইটো সম্প্ৰদায়ৰ লোকেহে তেওঁৰ মৃত দেহৰ সমাধি ক্ৰিয়া সমাপন কৰিব।" সেই হিচাবে পোন প্ৰথমে ইহুদী সম্প্ৰদায়ৰ লোকসকলে আহি তেওঁৰ মৃত দেহ উঠাবলৈ চেষ্টা কৰিলে, কিন্তু নোৱাৰিলে। তাৰ পিছত খ্ৰীষ্টান সম্প্ৰদায়ৰ লোকসকলেও চেষ্টা কৰি ব্যৰ্থ হ'ল। অৱশেষত মুছলমান সম্প্ৰদায়ৰ লোকসকলে আগবাঢ়ি আহি ধৰাৰ লগে লগে এইটো উঠিগ'ল। অৱশেষত তেওঁলোকে জানাজা পঢ়ি লাচটিৰ দফন কৰিলে। তেওঁৰ মৃত্যুৰ পিছতো মানুহে যি উদ্দেশ্য লৈ তেওঁৰ কবৰৰ কাষ চাপি আল্লাৰ ওচৰত দোৱা কৰে আল্লাই তেওঁৰ মনৰ ইচ্ছা পূৰ্ণ কৰে।

তেওঁৰ কেইটামান সদুপদেশ তলত দিয়া হ'ল :—

১। মানুহৰ বীৰত্ব তিনিটা কামৰ দ্বাৰা প্ৰকাশ পায় : [১] প্ৰতিজ্ঞা আৰু প্ৰতিশ্ৰুতি পূৰ্ণ কৰা, [২] দান নোপোৱাকৈ প্ৰশংসা কৰা, [৩] নুখুজাকৈ অভাৱগ্ৰস্তক দান কৰা।

২। আল্লাৰ ওপৰত নিৰ্ভৰ কৰিবা। তেতিয়া হ'লে আল্লাহ তোমাৰ লগত থাকিব।

৩। সকলো কামতে আল্লাৰ পিনে মুখ ঘূৰাবা আৰু সকলোবোৰ আবেদন নিবেদন তেওঁৰ ওচৰতহে কৰিবা; কাৰণ কোনেও তোমাৰ উপকাৰ কৰিব বা তোমাক লোকচানৰ পৰা বচাব নোৱাৰে।

৪। যদি তোমাক কিবা লাগে তেন্তে আল্লাৰ ওচৰত বিচাৰিবা কাৰণ, তেওঁৰ ওচৰত সকলোবোৰ বিহিত ব্যৱস্থা আছে।

৫। দুখ কষ্টত মনক প্ৰফুল্ল ৰাখিবা। তেতিয়াহ'লে অন্তৰত শান্তি পাবা।

## ৩০। হজৰত ছৰ্ৰী ছক্তী (ৰঃ)

হজৰত ছৰ্ৰী ছক্তী ( ৰ ) বাগদাদৰ অধিবাসী আছিল। তেওঁ জীৱনৰ আৰম্ভণিতে মাটিৰপৰা ফল সংগ্ৰহ কৰি বজাৰত বিকিছিল। সেই কাৰণে মানহে তেওঁক ছক্তী (অৰ্থাৎ মাটিত পৰা ফলৰ মালিক ) বুলি মাতিছিল। কিছুদিন পিছত তেওঁ বাগদাদ চহৰতে এখন দোকান খুলি বেপাৰ বাণিজ্য কৰিছিল। তেওঁ দোকানৰ সম্মুখত এখন পৰ্দা টানি লৈ ইয়াৰ আঁৰত নিতৌ হাজাৰ ৰাকাতকৈ নামাজ পঢ়িছিল।

এদিনাখন লাগাম নামেৰে এখন পাহাৰৰ পৰা এজন মানুহে আহি তেওঁক ছালাম দি ক'লে, "লাগাম পাহাৰত থকা অমুক পীৰ জাদাই আপোনাক ছালাম জনাইছে।" তেতিয়া তেওঁ ক'লে, "তেওঁ যে পাহাৰৰ বাসিন্দা হৈছে এইটো কোনো বীৰত্বৰ কাম নহয়। বৰং বীৰত্ব হৈছে এইটো যে তেওঁ যেন জন সমাজত থাকি আল্লাৰ লগত যোগাযোগ ৰাখে আৰু এটি মুহূৰ্তও যেন অন্তৰৰ পৰা তেওঁক পাহৰি নাযায়।

তেওঁ দোকানৰ পৰা মাল বি[illegible]ৰ সময়ত দহ দীনাৰত মাত্ৰ আধা দীনাৰহে লাভ লৈছিল। ইয়াতকৈ বেছি তেওঁ লোৱা নাছিল। এবাৰ তেওঁ ৬০ দীনাৰৰ বাদাম কিনিলে। কেইদিনমান পিছত বাদামৰ দাম বজাৰত বহুত বাঢ়ি গ'ল। এজন দালাল আহি আটাই-খিনি বাদাম ৯০ দীনাৰত কিনিবলৈ ইচ্ছা কৰিলে। তেওঁ ক'লে, "মই দহ দীনাৰত আধা দীনাৰ হে লাভ লওঁ। সেই হিচাবে ৬০ দীনাৰত মই মাত্ৰ ৩ দীনাৰ লাভ লৈ মুঠ ৬৩ দীনাৰতহে ইয়াক বিকিব পাৰিম। মোৰ ৰীতি অনুযায়ী ইয়াতকৈ বেছি মই লব নোৱাৰিম।" দালালজনে ক'লে, "মইও বজাৰ দামতকৈ মোৰ ৰীতি অনুযায়ী কম দামত কিনিব নোৱাৰোঁ। কাৰণ, সেইটো কৰিবলৈ হ'লে আপোনাক ঠগোৱা হ'ব।" তাৰ পিছত সেই মাল দালালেও কম দামত নিকিনিলে আৰু তেৱোঁ বেছি দামত নিবিকিলে। গতিকে বাদামখিনি তেনেকুৱা ভাবেই ৰৈ গ'ল।

এদিনাখন ৰাতি বজাৰত জুই লাগি গোটেইখন বজাৰ পুৰি ছাই হৈ গ'ল। তেওঁ ভাবিলে যে তেওঁৰ দোকানখনো হয়তো পুৰি গ'ল। পিছত মানুহবিলাকে তেওঁক খবৰ দিলে যে তেওঁৰ দোকানত জুই লগা নাই। মাল বস্তুবোৰ ঠিকেই আছে। তেওঁ আল্লাৰ ওচৰত কৃতজ্ঞতা

প্ৰকাশ কৰিলে আৰু দোকানলৈ গৈ দোকানৰ আটাইবোৰ মাল বস্তু দুখীয়া লোকসকলৰ মাজত বিলাই দিলে। তাৰ পিছত তেওঁ আওলীয়াৰ পথ অৱলম্বন কৰিলে।

যেতিয়া মানুহে তেওঁক সুধিছিল যে তেওঁ কেনেকৈ আওলীয়াসকলৰ এই পথটি পালে। তেওঁ কৈছিল, "এদিনাখন দৰবেশ হজৰত হাবীব ৰাঈ মোৰ দোকানলৈ গৈছিল। মই তেওঁৰ লগৰ দৰবেশসকলৰ কাৰণে কিছু ফল তেওঁক দিছিলোঁ। তেওঁ মোৰ কাৰণে দোৱা কৰিছিল। সেইদিনাৰপৰাই মোৰ অন্তৰত এটি আলোড়ন উঠিল আৰু সংসাৰৰ লোভ, মোৰ মনৰ পৰা আঁতৰি গ'ল। আন এদিনাখন হজৰত মা'ৰুফ কাৰ্‌খী মোৰ দোকানলৈ গৈছিল। তেওঁৰ লগত এটি মাউৰা ল'ৰাও গৈছিল। তেওঁ সেই মাউৰা ল'ৰাটোক এখন কাপোৰ দিবলৈ কৈছিল। মই তেতিয়াই সেই মাউৰা ল'ৰাটোক এখন কাপোৰ দিছিলোঁ। তেতিয়া হজৰত মা'ৰুফ কাৰ্‌খীয়ে মোৰ কাৰণে দোৱা কৰিছিল। সেই দিনাৰপৰাই মই সংসাৰৰ লগত মোৰ অন্তৰৰ যোগাযোগ সম্পূৰ্ণৰূপে বিচ্ছিন্ন হৈ যায়।"

সেই সময়ত তেওঁৰ নিচিনা ডাঙৰ সাধক আৰু সাধনা কৰিব পৰা লোক আন কোনো নাছিল। তেওঁ সুদীৰ্ঘ ৯৮ বছৰৰ ভিতৰত এদিনো মাটিৰ ওপৰত শুৱা নাছিল। তেওঁ দেৱালত আউজি টোপনি মাৰিছিল। তেওঁ ৰিপুবোৰক এনেকুৱা ভাবে বশ কৰিছিল যে তেওঁ সেই ৰিপুবোৰৰ আকাঙ্ক্ষা কেতিয়াও পূৰ্ণ কৰা নাছিল।

তেওঁ ইচ্ছা কৰিছিল যে গোটেই পৃথিৱীৰ আপদ বিপদ, দুখ শোক, আদি যেন তেওঁৰ ওপৰত পৰে আৰু পৃথিৱীৰ লোকসকল যেন সেইবোৰৰ পৰা নিষ্কৃতি পায়। তেওঁৰ আত্মদৰ্শনত তেওঁৰ আত্মা সদায় সজীৱ হৈ আছিল। কিন্তু তেওঁৰ পাৰ্থিৱ জীৱন একেবাৰে নিস্তেজ হৈ গৈছিল। তেওঁ আছিল দুখৰ সাগৰ, জ্ঞানৰ পৰ্বত, দয়াৰ ভৰাল আৰু খোদা তত্ত্বৰ আধাৰ। তেওঁ হজৰত জুনায়েদ বাগদাদীৰ মোমায়েক আৰু হজৰত মা'ৰুফ কাৰ্‌খীৰ মুৰীদ ( শিষ্য ) আছিল।

এদিনাখন তেওঁ এখন জনসভাত তৌহিদ আৰু মা'ৰেফাতৰ বিষয়ে বাগদাদত ভাষণ দি আছিল। এনেতে খলিফাৰ সদস্য আহমদ ইবনে ইয়াজিদে অতি মূল্যবান পোছাক পিন্ধি আৰু বহুতো দাস দাসী লগত লৈ সেই পিনেদি গৈ আছিল। হজৰত ছৰ্‌ৰী ছক্‌তীয়ে ভাষণ প্ৰসঙ্গত কৈছিল,"ওঠৰ হাজাৰ সৃষ্টিৰ ভিতৰত মানুহ আটাইতকৈ

দুৰ্বল। অথচ মানুহ ইমান দুৰ্বল হৈও সৰ্বশক্তিমান আল্লাৰ অবাধ্যতা কৰে। এইটো বৰ দুখৰ কথা।" তেওঁৰ এই কথাষাৰ শুনি আহমদ ইবনে ইয়াজিদৰ অন্তৰ গলি গ'ল। তেওঁ কান্দি কান্দি ঘৰলৈ উভতি গ'ল। তেওঁ ৰাতি একোকে নাখালে আৰু কাৰো লগত কোনো কথা নকৈ তেনেই শুই থাকিল।

পিছদিনাখন তেওঁ খোজ কাঢ়ি আহি হজৰত হৰ্‌বী ছকতীৰ লগত দেখা কৰি অতি বিনীত ভাবে ক'লে, "হুজুৰ! আপোনাৰ ভাষণ শুনি সংসাৰৰ প্ৰতি মোৰ বিতৃষ্ণা জন্মিছে। মই মানুহৰ সংশ্ৰৱৰপৰা আঁতৰি থাকিবলৈ ইচ্ছা কৰিছোঁ। আপুনি মোক ধৰ্ম প্ৰাণ লোক-সকলৰ পথ দেখুৱাওক।" "তেওঁ ক'লে," পথ দুটি আছে। এটি হৈছে শ্বৰীয়তৰ পথ বা সাধাৰণ পথ আৰু আনটি হৈছে তৰীকতৰ পথ বা বিশেষ পথ। প্ৰথমটি পথ এই যে আপুনি নামাজ পঢ়িব, ৰোজা ৰাখিব, শক্তি থাকিলে হজ্জ কৰিব আৰু জাকাত দিব। দ্বিতীয়টি পথ হৈছে আপুনি পাৰ্থিব বস্তুবোৰ ত্যাগ কৰিব আৰু কোনোবাই কিবা দিলেও তাক গ্ৰহণ নকৰিব।" তেতিয়া আহমদ ইবনে ইয়াজিদে তাৰপৰা উঠি আহিল আৰু দ্বিতীয় পথটি গ্ৰহণ কৰি হাবিলৈ গুচি গ'ল।

কেইদিনামান পিছত আহমদ ইবনে ইয়াজিদৰ মাকে কান্দি কান্দি আহি হজৰত হৰ্‌বী ছকতীক ক'লে, "মোৰ ল'ৰাটিয়ে হাঁহি হাঁহি আপোনাৰ সভালৈ আহিছিল আৰু কান্দি কান্দি ঘৰলৈ উভতি গৈছিল। আজি কেই দিনমান হ'ল মই তাৰ কোনো খবৰ পোৱা নাই। সি ক'ত আছে তাকো মই নাজানো।" বুঢ়ীজনীৰ কান্দোন দেখি তেওঁৰ মনত দয়া উপজিল। তেওঁ ক'লে, "আপুনি একো চিন্তা নকৰিব। আপোনাৰ ল'ৰাটিয়ে পাৰ্থিব বস্তুবোৰ ত্যাগ কৰি সত্য পথৰ পথিক হৈছে। তেওঁ ইয়ালৈ আহিলে মই আপোনাক খবৰ দিম।"

বহুত দিনৰ পিছত এদিনাখন ৰাতি যেতিয়া আহমদ ইবনে ইয়াজিদে তেওঁৰ ওচৰলৈ আহিল তেওঁ মাকক খবৰ দিলে। খবৰ পোৱা মাত্ৰেই আহমদ ইবনে ইয়াজিদৰ মাক, ঘৈণীয়েক আৰু ল'ৰাটি আহি তাত উপস্থিত হ'ল। তেওঁৰ অৱস্থা দেখি মাক, ঘৈণীয়েক আৰু ল'ৰাটি ধৰিলে আৰু তেওঁবো চকু পানী ওলাল। তেওঁলোকে তেওঁক ঘৰলৈ

কান্দিবলৈ ঘূৰাই নিবলৈ বহুতো চেষ্টা কৰিলে ; কিন্তু কোনো ফল নহ'ল। তাৰপিছত তেওঁ আকৌ হাবিলৈ অকলে গুচি গ'ল।

এদিনাখন হজৰত হুৰ্ৰী ছক্তীয়ে এখন জনসভাত ধৈৰ্য্য আৰু সহিষ্ণুতাৰ বিষয়ে ভাষণ দি আছিল। এনেতে এটি বিচ্ছুই আহি তেওঁক কেবাবাৰো কামুৰিলে। তেওঁ মুঠেই 'উহ্, আহ্,' একো নকৰি ভাষণ দিয়ে থাকিল। সভা ভঙ্গ হৈ যোৱাৰ পিছত মানুহবিলাকে যেতিয়া তেওঁক সুধিলে যে তেওঁ সেই বিচ্ছুটোক কেলেই পেলাই নিদিলে তেওঁ ক'লে, "মই মানুহক ধৈৰ্য্য আৰু সহিষ্ণুতাৰ বিষয়ে বুজাই আছোঁ, অথচ নিজে অধৈৰ্য্য হোৱাটোক লাজৰ কথা বুলি ভাবিলোঁ। সেই কাৰণে মই অধৈৰ্য্য নহৈ ধৈৰ্য্য ধৰি থাকিলোঁ।"

তেওঁৰ বৃদ্ধ অৱস্থাত তেওঁ বেমাৰত পৰিল। হজৰত জুনায়েদ বাগদাদীয়ে তেওঁৰ ওচৰত উপস্থিত হৈ এখন বিচনীৰে তেওঁক বিচি-বলৈ ধৰিলে। তেওঁ ক'ল, "জুনায়েদ! বিচনীখন থৈ দিয়া। কাৰণ, বতাহত জুই বেছিকৈ জ্বলি উঠে।" তাৰপিছত তেওঁ হজৰত জুনায়েদ বাগদাদীক কেইটামান উপদেশ দি ইহলীলা সম্বৰণ কৰিলে।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল :—

১। তোমালোকে ধনী প্ৰতিবাসী আৰু ধনীলোক সকলৰ সংশ্ৰৱত থকা আলেম (শিক্ষিত লোক) সকলৰপৰা দূৰত থাকিবা।

২। পাঁচটি বস্তুৰ বাহিৰে পৃথিৱীৰ বাকী সকলোবোৰ বস্তুই অতিৰিক্ত :—(১) অন্ন, (২) বস্ত্ৰ, (৩) পানী, (৪) থকা ঘৰ আৰু (৫) বিদ্যা।

৩। যিয়ে নিজৰ শক্তিৰে ৰিপুৰ ওপৰত জয় লাভ কৰে তেওঁ আটাইতকৈ শক্তিশালী।

৪। যিয়ে নিজৰ ৰিপুক শাসন কৰিব নোৱাৰে তেওঁ কেনেকৈ আনক শাসন কৰিব?

৫। যিয়ে সম্পদৰ মূল্য নুবুজে তেওঁৰ সম্পদ এনেকুৱা ভাবে ধ্বংস হয় যে তেওঁ কল্পনাও কৰিব নোৱাৰে।

৬। যিয়ে আল্লাৰ অনুগত হয়, সকলোৱে তেওঁৰ অনুগত হয়।

৭। মানুহে অন্তৰত যিবোৰ গোপন ৰাখে তেওঁৰ চেহেৰাত সেই-বোৰ প্ৰকাশ পায়।

৮। মানুহৰ মন তিনি প্ৰকাৰ ঃ—(১) এক প্ৰকাৰ মন পাহাৰৰ দৰে, যাক কোনেও লৰাব নোৱাৰে, (২) এক প্ৰকাৰ মন গছৰ দৰে, যিয়ে প্ৰবল বতাহত মাজে সময়ে চলি পৰে, (৩) এক প্ৰকাৰ মন তুলাৰ দৰে, যিয়ে সামান্য বতাহতে উৰি যায়।

৯। পুণ্যবান লোকৰ মন সীমাবদ্ধ। কাৰণ, বেহেস্ত লাভৰ কাৰণে তেওঁলোকৰ অন্তৰ আবদ্ধ হৈ থাকে। খোদা প্ৰেমিকসকলৰ মন অসীম। কাৰণ, খোদাৰ প্ৰেমত তেওঁলোকৰ অন্তৰ যিমানে মত্ত হয় সিমানে তেওঁলোকৰ মত্ততা বৃদ্ধি পায়।

১০। আটাইতকৈ জ্ঞানী আৰু বুদ্ধিমান সেইজন লোক যিজনে কোৰআন শ্বৰীফৰ মৰ্ম বুজিব পাৰে আৰু ইয়াৰ মৰ্ম উদ্ধাৰ কৰিবলৈ চিন্তা আৰু গবেষণা কৰে।

১১। প্ৰকৃত আওলীয়া সেইজন যাৰ আহাৰ বেমাৰীৰ আহাৰৰ দৰে, যাৰ শয়ন সাপৰ কামোৰত বেহুঁচ হৈ পৰি থকা লোকৰ শয়নৰ দৰে আৰু যাৰ জীৱন পানীত ডুবি যোৱা লোকৰ জীৱনৰ দৰে।

১২। সংসাৰ ত্যাগৰ লক্ষণ এই ঃ—(১) কোনো বস্তু নিবিচাৰি মন নিশ্চিন্ত থকা, (২) যিখিনি খাদ্যৰ দ্বাৰা ভোক পলায় তাতে সন্তুষ্ট থকা (৩) নিজৰ লজ্জা স্থান ঢাকিবলৈ কাপোৰ পালেই সন্তুষ্ট থকা, (৪) অতিৰিক্ত বস্তুত ঘৃণা প্ৰকাশ কৰা আৰু (৫) অন্তৰৰ পৰা পাথিব বস্তুবোৰৰ মোহ দূৰ কৰা।

১৩। সুখৰ জীৱন ভাল নহয়। কাৰণ, সেইটোৱে নিজকে নিজৰ ভিতৰত আবদ্ধ ৰাখে।

১৪। যিয়ে নিজৰ ভিতৰত যিবোৰ গুণ নাই সেইবোৰ সজাই পৰাই লোক সমাজত প্ৰকাশ কৰে তেওঁ আল্লাৰ পৰা দূৰত থাকে।

১৫। যিয়ে জনসাধাৰণৰ লগত বেছি সম্বন্ধ ৰাখে তেওঁ সত্যৰপৰা বহুত দূৰলৈ আঁতৰি যায়।

১৬। সৃষ্টিৰ ভিতৰত আটাইতকৈ শক্তিশালী লোক সেইজন যিয়ে খং দমাব পৰিছে।

১৭। তোমালোকে তিনিটা কাৰণত পাপৰ পৰা বাচি থাকিবা ঃ— (১) দোজখৰ ভয়ত, (২) বেহেস্তৰ আশাত, (৩) আল্লাৰ লাজত।

১৮। যেতিয়ালৈকে মানুহে নিজৰ ৰিপুৰ ওপৰত প্ৰবল হ'ব নোৱাৰে তেতিয়ালৈকে তেওঁ পূৰ্ণ মানৱ হ'ব নোৱাৰে।

১৯। তোমালোকে মানুহৰ সংশ্ৰৱত থাকি আল্লাক পাহৰি নাযাবা।

## ৩৯। হজৰত ফতেহ্ মুছেলী (ৰঃ)।

হজৰত ফতেহ্ মুছেলী (ৰঃ) ইৰাণ দেশৰ মুছেল নগৰত জন্ম গ্ৰহণ কৰিছিল। তেওঁ অতি সাহসী, কঠোৰ সাধক আৰু খোদা প্ৰেমিক দৰবেশ আছিল। তেওঁ মানুহৰ সংশ্ৰৱৰপৰা সদায় দূৰত আত্মগোপন কৰি আছিল। বণিকসকলৰ দৰে তেওঁ সদায় লগত এক কোছা চাবি ৰাখিছিল। তেওঁ যেতিয়াই কৰবালৈ গৈছিল জায়ে নামাজৰ ওপৰত চাবি কোছা থৈ তেওঁ নামাজ পঢ়িছিল, যাতে তেওঁক দৰবেশ বুলি আনে চিনি নাপায়।

এদিনাখন ৰাতি এজন চকীদাৰে হজৰত ছৰ্‌ৰী ছক্‌তীক চোৰ বুলি ভাবি জেলত আবদ্ধ কৰি থলে। পিছদিনা ৰাতিপুৱা জেল দাৰোগাই কয়েদীসকলক প্ৰহাৰ কৰিবলৈ যেতিয়া চিপাহীক হুকুম দিলে চিপাহীয়ে এজন এজনকৈ কয়েদীসকলক প্ৰহাৰ কৰিবলৈ ধৰিলে। যেতিয়া চিপাহীয়ে হজৰত ছৰ্‌ৰী ছক্‌তীক প্ৰহাৰ কৰিবলৈ হাত উঠালে তাৰ হাত শূন্যতে ৰৈ গ'ল। সি হাতখন লৰ চৰ কৰিব নোৱাৰা হ'ল। জেল দাৰোগাই ৰাগ কৰি ক'লে, "তুমি কিয় এই মানুহজনক প্ৰহাৰ কৰা নাই?" চিপাহীয়ে ক'লে, "আপুনি দেখা নাইনে যে সম্মুখত কেনেকৈ সেই বুঢ়া মানুহজনে থিয় হৈ প্ৰহাৰ কৰিবলৈ নিষেধ কৰিছে?" তেতিয়া সকলোৱে দেখিলে যে সেই বুঢ়া মানুহজন হজৰত ফতেহ্ মুছেলী (ৰঃ)। তেতিয়া হজৰত ছৰ্‌ৰী ছক্‌তীক এৰি দিয়া হ'ল। তেওঁ হজৰত ফতেহ্ মুছেলীৰ লগত ঘৰলৈ আহিল।

যেতিয়া মানুহে তেওঁক সততা সম্বন্ধে সুধিছিল তেওঁ জ্বলি থকা জুইৰ আঙঠা এটি হাতৰ তলুৱাত লৈ কৈছিল, "এইয়ে সততা।" তেওঁ সদায় আল্লাৰ ভয়তে কান্দিছিল আৰু মানুহে ইয়াৰ কাৰণ সুধিলে তেওঁ কৈছিল যে যেতিয়া তেওঁৰ পাপৰ কথা মনত পৰে তেওঁৰ চকুৰ পৰা আপোনা আপুনি চকুলো বয়।

এদিনাখন এজন মানুহে পঞ্চাশটি দিৰহাম লৈ আহি তেওঁক ক'লে, "আপুনি এইখিনি গ্ৰহণ কৰক। কাৰণ, হদীছত আছে যে যদি

কোনোবাই কাৰোবাক নুখুজাকৈ কোনো বস্তু দান কৰে আৰু যদি তেওঁ তাক গ্ৰহণ নকৰে তেন্তে তেওঁ যেন আল্লাৰ দান অগ্ৰাহ্য কৰিলে।" এই কথা শুনি তেওঁ এটি মাত্র দিৰহাম গ্ৰহণ কৰি বাকীবোৰ ওভোতাই দিলে।

তেওঁ ত্ৰিশজন আওলীয়াৰ সংশ্ৰৱত থাকি কেনেকৈ পৃথিবীৰ লোকসকলৰ পৰা আঁতৰি থাকিব লাগে আৰু অলপ আহাৰৰ দ্বাৰা জীৱন যাপন কৰিব লাগে সেইবোৰ শিক্ষা পাইছিল।

তেওঁৰ মৃত্যুৰ পিছত তেওঁ এজন মানুহক সপোনত দেখা দি ক'লে, "মই যে আল্লাৰ ভয়তে কান্দিছিলোঁ আল্লাই পাপ লিখা ফেৰেস্তাজনক মোৰ পাপ নিলিখিবলৈ হুকুম দিছিল।"

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল:—

১। যেতিয়া কোনো প্ৰাণীক আহাৰ পানী বন্ধ কৰি দিয়া হয় ই মৰি যায়। সেইদৰে যেতিয়া কোনো এজন মানুহক জ্ঞান বিজ্ঞান আৰু সাধকৰ আলোচনাৰ পৰা বিৰত ৰখা হয় তেওঁৰ অন্তৰ মৰি যায়।

২। আল্লাহ সৰ্বব্যাপী। তেওঁ সকলো ঠাইতে আছে। যিপিনে মুখ ঘূৰোৱা যায় সেই পিনেই তেওঁ আছে।

৩। তত্ত্বজ্ঞ লোক সেইজন যেতিয়া তেওঁ কথা কয় আল্লাৰ পক্ষৰ পৰা কয়, যেতিয়া তেওঁ কাম কৰে আল্লাৰ কাৰণেহে কৰে আৰু যেতিয়া কিবা লাগে তেওঁ আল্লাৰ ওচৰতহে বিচাৰে।

৪। যিয়ে নিজৰ ইচ্ছা আৰু আকাঙ্ক্ষা বাদ দি আল্লাক মনে প্ৰাণে গ্ৰহণ কৰে তেওঁৰ ওপৰত আল্লাৰ সন্তুষ্টি প্ৰকাশ পায়।

৫। যিয়ে নিজৰ ৰিপুৰ বিৰুদ্ধে আল্লাৰ সন্তুষ্টি গ্ৰহণ কৰে তেওঁৰ প্ৰতি আল্লাৰ বন্ধুতা প্ৰকাশ পায়।

৬। যিজন লোক প্ৰকৃততে খোদা প্ৰেমিক হয় তেওঁক পৃথিৱীৰ আন কোনো প্ৰেমে মজাব নোৱাৰে। তেওঁ পাৰ্থিৱ সকলো বস্তুৰপৰা বিমুখ হৈ থাকে।

## ৩২। হজৰত আহ্‌মদ হাওৱাৰী (ৰঃ)

হজৰত আহ্‌মদ হাওৱাৰী (ৰঃ) শ্যাম দেশৰ অধিবাসী আছিল। তেওঁ শ্যাম দেশৰ গৌৰৱ স্বৰূপ আছিল। তেওঁ এজন ধাৰ্মিক ইমাম

আছিল আৰু জ্ঞান বিজ্ঞানত তেওঁৰ সমতুল্য সেই সময়ত কোনো নাছিল। তেওঁ হদীছৰ ব্যাখ্যা অতি সুন্দৰ ভাবে কৰিছিল। তেওঁৰ বাণীয়ে মানুহৰ অন্তঃকৰণ এনেকুৱা ভাবে জয় কৰিছিল যে বহুত লোক আহি তেওঁৰ ওচৰত মুৰীদ হৈছিল ( দীক্ষা )লৈছিল।

তেওঁ হজৰত ছোলাইমান দাৰায়ীৰ শিষ্য আছিল আৰু বিখ্যাত মোহাদ্দিছ হজৰত ছুফ্য়ান উৱাইনা (ৰঃ)-ৰ লগত থাকি হাদিছ শাস্ত্র ভালদৰে শিকি লৈছিল। তেওঁ যেতিয়া যাহেৰী ইল্মত চৰম উন্নতি লাভ কৰি বাতেনী ইল্মত প্রবেশ কৰিলে তেওঁ নিজৰ আটাইবোৰ কিতাপ নদীত পেলাই দি ক'লে যে তেওঁ যেতিয়া গন্তব্য স্থান পালে সেইবোৰ কিতাপত মনোনিবেশ কৰাটো অসম্ভৱ। তেওঁৰ মতে যেতিয়ালৈকে শিষ্যই গন্তব্য স্থান নাপায় তেতিয়ালৈকে গুৰু বা পথ প্রদর্শকৰ আৱশ্যক; কিন্তু যেতিয়া তেওঁ গন্তব্য স্থান পায় তেতিয়া গুৰু বা পথ প্রদর্শকৰ আৱশ্যক নহয়।

তেওঁৰ গুৰু হজৰত ছোলাইমান দাৰায়ীৰ ওচৰত তেওঁ প্রতিজ্ঞা কৰিছিল যে তেওঁ গুৰুৰ কথা আখৰে আখৰে পালন কৰিব আৰু তেওঁৰ মতৰ বিপৰীতে কোনো কাম নকৰিব। এদিনাখন হজৰত ছোলাইমান দাৰায়ী আল্লাৰ প্রেমত মতলীয়া হৈ থকা অৱস্থাত তেওঁ আহি খবৰ দিলে যে তেওঁ চৌকাত জুই দিছে, ঘৰত একোৱেই নাই তাত তেওঁ কি বহাই দিব? হজৰত ছোলাইমান দাৰায়ীয়ে ক'লে, "তুমিয়ে গৈ তাৰ ভিতৰত বহা।" তেওঁ গুৰুৰ নির্দেশ মতে সেই জ্বলি থকা চৌকাটোৰ ভিতৰত গৈ বহিল। বহুত সময়ৰ পিছত গুৰুৱে যেতিয়া ধ্যানৰ পৰা উঠি তেওঁৰ খবৰ ল'লে তেওঁ দেখিলে যে হজৰত আহ্মদ হাওৱাৰী তেওঁৰ নির্দেশ অনুযায়ী জ্বলি থকা চৌকাটৰ ভিতৰত বহি আছে। অথচ তেওঁৰ নোম এডালো পোৰা যোৱা নাই।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ—

১। যেতিয়ালৈকে মানুহে মন প্রাণ দি তৌবাহ ( ক্ষমা প্রার্থনা ) নকৰে তেতিয়ালৈকে তেওঁৰ তৌবাহ আল্লাৰ ওচৰত কবুল ( মঞ্জুৰ ) নহয়।

২। যেতিয়া সাধকৰ মনৰ পৰিবর্তন আৰু উন্নতি হয় তেতিয়া অন্তৰত সত্যনিষ্ঠাৰ ভাব আৰু খোদাৰ প্রতি নির্ভৰতা জন্মে।

৩। যেতিয়া সাধকৰ অন্তৰত মা'ৰেফাত ( খোদা তত্ত্বজ্ঞান ) জন্মে তেতিয়া খোদাৰ প্রেম ৰসৰ প্রকৃত সোঁৱাদ পোৱা যায়।

৪। আল্লাৰ কৰুণাৰ আশা হৈছে ধৰ্মপ্ৰাণ লোকৰ খোৰাক।

৫। আল্লাৰ লগত সম্বন্ধ নাৰাখি যিটো সময় নষ্ট কৰা বুলি তেওঁৰ বান্দাই ( দাসে ) আক্ষেপ কৰি কান্দে সেই কান্দোনহে আটাইতকৈ শ্ৰেষ্ঠ।

৬। যিয়ে পাথিৱ বস্তুবোৰৰ প্ৰতি লোলুপ দৃষ্টিৰে চায় আল্লাই তেওঁৰ অন্তৰৰ পৰা দৰবেশীৰ নূৰ ( জেউতি ) উঠাই লয়।

৭। যিয়ে সদায় পৃথিৱীৰ ধন উপাৰ্জনত ব্যস্ত তেওঁ কুকুৰতকৈও অধম। কাৰণ, কুকুৰে যেতিয়া পেট ভৰাই আহাৰ কৰে তেতিয়া ই নিজৰ ঠাইলৈ উভতি আহে। কিন্তু মানুহে যিমানে পায় তাক আৰু সিমানে লাগে।

৮। যিয়ে নিজৰ ৰিপুক চিনি নাপায় তেওঁ গৰ্ব আৰু অহঙ্কাৰত মত্ত হৈ থাকে।

৯। নবীসকলে মৃত্যুক কেৱল এই কাৰণে অপছন্দ কৰিছিল যে ই আল্লাৰ জিকিৰ ( স্মৰণ ) আৰু জিকিৰ কাৰীৰ ভিতৰত বিচ্ছেদ ঘটায়।

১০। আল্লাক চিনিবলৈ একমাত্ৰ তেওঁৰ দয়াৰ বাহিৰে আন কোনো পথ নাই। সেই পথ লবলৈ পথপ্ৰদৰ্শক পীৰ অন্বেষণ কৰা অতি আৱশ্যক।

১১। যিয়ে আনৰ ওচৰত পৰিচিত হ'বলৈ ভাল কাম কৰে তেওঁ মোছৰেক ( আল্লাৰ অংশীবাদী )। যিয়ে আল্লাৰ সন্তুষ্টিৰ কাৰণে কাম কৰে তেওঁ কেতিয়াও আনৰ সন্তুষ্টি কামনা নকৰে।

১২। যিয়ে সুপথ লয় তেওঁৰ ওপৰত আল্লাই শান্তি বৰষায়।

## ৩৩। হজৰত আহ্‌মদ খাজ্‌ৰুইয়া বল্‌খী (ৰঃ)

হজৰত আহ্‌মদ খাজৰুইয়া বল্‌খী (ৰঃ) খোৰাচানৰ বল্‌খ নগৰৰ অধিবাসী আছিল। তেওঁ এজন ডাঙৰ সাধক আৰু আল্লাৰ ওপৰত নিৰ্ভৰশীল লোক আছিল। তেওঁৰ সাধনা আৰু উপদেশবোৰত মুগ্ধ হৈ হাজাৰ হাজাৰ লোক তেওঁৰ ওচৰত মুৰীদ হৈছিল ( দীক্ষা লৈছিল )। তেওঁ বহুতো কিতাপ লিখিছিল। তেওঁৰ শিষ্যসকলৰ অনেকেই পানীৰ ওপৰেদি খোজ কাঢ়ি যাবলৈ আৰু বতাহত উৰি এঠাইৰ পৰা আন

ঠাইলৈ যাবলৈ সক্ষম হৈছিল। তেওঁ জীৱনৰ আৰম্ভণিতে হজৰত হাতেমে আছমৰ ওচৰত মুৰীদ হৈছিল (দীক্ষা লৈছিল) আৰু পিছত তেওঁ আবু তোৰাবৰ সংশ্ৰৱত থাকি বহুতো শিক্ষা লাভ কৰিছিল।

সেই সময়ৰ চুফীসকলৰ ভিতৰত তেওঁৰ নিচিনা সৎ সাহসী আৰু সত্যনিষ্ঠ লোক কোনো নাছিল। তেওঁৰ সৎ সাহস আৰু প্ৰকৃত মনুষ্যত্ব জ্ঞান অতি প্ৰশংসনীয়। তেওঁ সদায় আত্মগোপন কৰি চলিছিল আৰু মানুহৰ ওচৰত আওলীয়া বুলি পৰিচয় দিয়া নাছিল। তেওঁ সৈনিকৰ দৰে পোছাক পিন্ধিছিল আৰু বল্‌খৰ এজন আমিৰৰ কন্যাক বিয়া কৰাইছিল। তেওঁৰ পত্নীৰ নাম আছিল ফাতেমা। পোন প্ৰথমে তেওঁ বিয়া নকৰাব বুলিয়ে ভাবিছিল। পিছত যেতিয়া ফাতেমাই মানুহ পঠাই এই বুলি তেওঁলৈ লিখিলে, "আপুনি সৎ সাহসী আৰু সত্য পথৰ পথিক বুলি মই জানো। গতিকে আপুনি মোকো আপোনাৰ সেই সত্য পথ প্ৰদৰ্শন কৰিব বুলি বৰ আশা কৰিলোঁ।" তেতিয়া তেওঁ সন্মতি প্ৰকাশ কৰি তেওঁক বিয়া কৰালে। বিয়াৰ পিছত তেওঁৰ পত্নী ফাতেমায়ো তেওঁৰ লগত নিৰ্জন বাস আৰু সাধনাত মগ্ন হৈছিল।

এদিনাখন তেওঁলোক দুয়োজনে হজৰত বায়াজিদ বোস্তমীৰ ওচৰলৈ গ'ল। হজৰত বায়াজিদ বোস্তমীৰ সন্মুখত উপস্থিত হোৱাত ফাতেমাই নিজৰ মুখৰ আৱৰণখিনি গুচাই হজৰত বায়াজিদৰ লগত মুকলি ভাবে কথা কবলৈ ধৰিলে। এইটো দেখি হজৰত আহমদ খাজৰুইয়াই অলপ বিৰক্তৰ সুৰত ফাতেমাক ক'লে, "তুমি হুজুৰৰ লগত কিয় এনেদৰে কথা কৈছা? ফাতেমাই ক'লে, "তেওঁ মোৰ গুৰু। গতিকে তেওঁৰ দ্বাৰাই আল্লাৰ নৈকট্য লাভ কৰা মোৰ সহজ হ'ব। আপুনি মোৰ সঙ্গ প্ৰাৰ্থী; কিন্তু তেওঁ মোৰ সঙ্গ প্ৰাৰ্থী নহয়।" এইদৰে অনেক সময় হজৰত বায়াজিদ বোস্তামীৰ লগত মা'ৰেফাতৰ বিষয়ে মুকলি ভাবে আলোচনা হোৱাৰ পিছত তেওঁলোক দুয়োজনে তাৰপৰা নিছাপুৰলৈ গ'ল। নিছাপুৰৰ অধিবাসীসকলে তেওঁলোকক পাই বৰ আনন্দ পালে।

এদিনাখন হজৰত য়্যাহয়া ইবনে মায়াজ বল্‌খলৈ যোৱাৰ পথত নিছাপুৰ আহি পালে। হজৰত আহ্‌মদ খাজৰুইয়া আৰু ফাতেমাই এই সুযোগতে তেওঁলোকৰ ঘৰলৈ তেওঁক নিমন্ত্ৰণ কৰিলে। তাৰ পিছত

তেওঁলোক দুয়োজনে নিজৰ ঘৰলৈ উভতি আহি হজৰত য়্যাহয়া ইব্‌নে মায়াজৰ অভ্যৰ্থনাৰ বাবে সকলোবোৰ যোগাৰ পাতি-কৰিলে।

এদিনাখন ৰাতি হজৰত আহমদ খাজৰুইয়াৰ ঘৰত এটা চোৰ সোমাল। চোৰটোৱে নিবলৈ ঘৰত একো নাপাই নিৰাশ হৈ যাবলৈ ওলাল। তেওঁ চোৰটোক ক'লে, "তুমি মোৰঘৰৰ পৰা খালী হাতে যাব নালাগে। তুমি কুঁৱাৰপৰা পানী উঠাই ওজু কৰা আৰু মোৰ লগত নামাজ পঢ়া। ৰাতিপুৱা মই যি পাওঁ তাকে তোমাক দিম।" চোৰ-টোৱে সন্মত হৈ তেওঁৰ লগত গোটেই ৰাতি নামাজ পঢ়িলে। ৰাতিপুৱা এজন ধনী মানুহে আহি হজৰত আহমদ খাজৰুইয়াক এশ দীনাৰ দান কৰিলে। তেওঁ এইবোৰ চোৰটোৰ হাতত দি ক'লে, লোৱা, "এই এশ দীনাৰ তোমাৰ এৰাতিৰ নামাজৰ পুৰস্কাৰ।" চোৰটোৱে দীনাৰ-বোৰ গ্ৰহণ নকৰি কান্দি কান্দি আল্লাৰ ওচৰত তৌবাহ কৰিলে। তাৰ পিছত সি চুৰি কাম ত্যাগ কৰি আল্লাৰ পথলৈ আহিল আৰু হজৰত খাজ্‌ৰুইয়াৰ ওচৰত মুৰীদ হৈ ( দীক্ষা লৈ ) নতুন জীৱন পালে।

এদিনাখন হজৰত আহ্‌মদ খাজ্‌ৰুইয়াৰ ওচৰলৈ এজন মানুহে আহি ক'লে, "হুজুৰ! মই বৰ দুখীয়া। আপুনি দয়া কৰি মোক এনে এটি উপায় দিয়ক, যাতে মই ধনী হ'ব পাৰোঁ।" তেওঁ ক'লে, "তুমি প্ৰত্যেক টুকুৰা কাগজত এটিকৈ ব্যৱসায়ৰ নাম লিখি সেই কাগজৰ টুকুৰাবোৰ এখন মোনাত ভৰাই মোৰ ইয়ালৈ লৈ আহিবা। মানুহজনে ঘৰলৈ উভতি গৈ তাকে কৰিলে। হজৰত আহ্‌মদ খাজ্‌-ৰুইয়াই মোনাখনিত হাত দি প্ৰথমে যি কাগজ টুকুৰা পালে তাত লিখা আছিল "ডকাইতি"। তেওঁ সেই মানুহজনক ক'লে, 'তুমি ডকাইতি ব্যৱসায় কৰিব লাগিব।" মানুহজনে তেওঁৰ নিৰ্দেশ অনুযায়ী এটা ডকাইতৰ দলত নাম ভৰ্তি কৰালে।

এদিনাখন ৰাতি সেই ডকাইতৰ দলটোৱে এটা বণিকৰ দলক আক্ৰমণ কৰিলে। বণিকসকলৰ এজনৰ লগত বহুত ধন আছিল। ডকাইতৰ দলটোৱে সেই বণিকজনক বান্ধি আনি চৰদাৰৰ ওচৰত উপস্থিত কৰিলে। চৰদাৰে বণিকজনৰ মূৰটো কাটি পেলাবলৈ সেই নতুনকৈ ভৰ্তি হোৱা মানহজনক আদেশ দিলত সি মনে মনে ভাবিলে। "এই চৰদাৰজনে এইদৰে কিমানজন যে নিৰপৰাধী লোক হত্যা কৰিছে। গতিকে নিৰপৰাধী বণিক জনক হত্যা কৰাতকৈ চৰদাৰ-জনক হত্যা কৰাটোহে ভাল আৰু পুণ্য কাম হ'ব।" এই বুলি ভাবি

সি তাবাৰাল খনেৰে চৰদাৰক হত্যা কৰিলে। বাকী বিলাকে ভকাইতে এইটো দেখি ভয়তে পলাই গ'ল। বণিক জন মৃত্যুৰ পৰা ৰাচি গ'ল আৰু নিজৰ ধন সম্পত্তিবোৰ ঘূৰাই পালে। তাৰ পিছত তেওঁ সেই মানুহজনক ইমানবোৰ ধন উপহাৰ দিলে যে সি ধনী হৈ গ'ল।

হজৰত আহ্‌মদ খাজ্‌ৰুইয়াই দুখীয়া নিছলাসকলক দান কৰোঁতে তেওঁৰ সত্তৰ হাজাৰ দীনাৰ ঋণ হৈছিল। তেওঁৰ মৃত্যুৰ সময়ত মহাজন সকল আহি যেতিয়া তেওঁৰ ওচৰত উপস্থিত হ'ল তেওঁ আল্লাৰ ওচৰত এই বুলি মোনাজাত ( প্ৰাৰ্থনা ) কৰিলে, "হে আল্লাহ! মোৰ প্ৰাণ নিয়াৰ আগেয়ে তুমি এনেকুৱা এজন লোক পঠোৱা যিয়ে এই মহাজন সকলৰ প্ৰাপ্যবোৰ পৰিশোধ কৰিব পাৰে।" লগে লগে এজন লোক আহি মহাজন সকলক বাহিৰলৈ মাতি নিলে আৰু তেওঁলোকৰ প্ৰত্যেককে নিজৰ নিজৰ প্ৰাপ্যবোৰ পৰিশোধ কৰিলে। ঋণ পৰিশোধ হোৱাৰ পিছতে তেওঁৰ মৃত্যু হ'ল।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল :—

১। যিয়ে আল্লাক পাবলৈ ইচ্ছা কৰে তেওঁ যেন সদায় সত্যৰ অনুসৰণ কৰে। কাৰণ, আল্লাই কোৰ্‌আনত কৈছে, "নিশ্চয় আল্লাহ সত্যপৰায়ণ লোক সকলৰ লগত থাকে।"

২। আল্লাক অন্তৰেৰে বন্ধু বুলি ভবা, মুখেৰে তেওঁৰ সদায় জিকিৰ ( স্মৰণ ) কৰা আৰু আন সকলোবোৰ বস্তুৰপৰা নিজৰ মনক উঠাই লোৱাটো হৈছে মা'ৰেফাতৰ ( খোদা তত্ত্বৰ ) মূল বস্তু।

৩। যাৰ স্বভাৱ যিমান মাৰ্জিত আৰু মধুৰ তেওঁ আল্লাৰ নিকটবৰ্তী।

৪। অন্তৰ এটি পাল্লৰ দৰে। যেতিয়া আল্লাৰ নূৰেৰে ( পোহৰেৰে ) পূৰ্ণ হয় তেতিয়া ইয়াৰ পোহৰ গোটেই দেহতে বিয়পি পৰে, আৰু যেতিয়া পাপেৰে অন্তৰ ভৰি যায় তেতিয়া তাতোকৈ বেছি আন্ধাৰ গোটেই দেহতে প্ৰকাশ পায়।

৫। মানুহৰ কাৰণে ৰিপুতকৈ ডাঙৰ শত্ৰু নাই।

৬। এল্লাহৰ প্ৰকোপ নহ'লে কাম ৰিপুই একোতে জয় লাভ কৰিব নোৱাৰে।

৭। পাৰ্থিৱ জঞ্জালবোৰৰ পৰা মুক্ত হ'ব পাৰিলেহে পূৰা ভাবে এবাদতৰ ( উপাসনাৰ ) সোঁৱাদ পোৱা যায় ।

৮। 'দীন' আৰু 'দুনীয়া' এই দুয়োটা বিপৰীত মুখী বিষয়ৰ মাজেদি তোমালোকে জীৱন যাপন কৰিব লাগে ।

৯। আল্লাৰ পথ উজ্বল, সত্য আৰু প্ৰকাশ্য । অন্ধ নহ'লে এই পথটি চিনিৰলৈ কোনো কষ্ট নহয় ।

১০। আল্লাৰ বাহিৰে আন বস্তুৰ পৰা মনক মুক্ত কৰাটো আটাইতকৈ ভাল কাম ।

১১। তোমালোকে ৰিপুক মাৰি পেলাবা, তেতিয়াহে তোমালোক জীৱিত হ'ব পাৰিবা ।

## ৩৪। হজৰত আবু তোৰাব বখ্ছী (ৰঃ)

হজৰত আবু তোৰাব বখ্ছী (ৰঃ) খোৰাচানৰ অধিবাসী আছিল। তেওঁ এজন খোদাতত্ত্ববিদ, সত্যনিষ্ঠ আৰু সংসাৰ ত্যাগী আওলীয়া আছিল । তেওঁ সেই সময়ৰ চুফী সম্প্ৰদায়ৰ নেতা আছিল আৰু জ্ঞান বিজ্ঞানত বহুত উন্নতি কৰিছিল । তেওঁ চল্লিশ বাৰ হজ্জ কৰিছিল আৰু গাৰু ব্যৱহাৰ কৰা নাছিল । তেওঁ তিনি হাজাৰ জন আওলীয়াৰ ভিতৰত শ্ৰেষ্ঠ আছিল ।

এদিনাখন তেওঁ হেৰেম শ্বৰীফত নামাজ পঢ়ি থাকোতে তেওঁৰ হিজদাহৰ অৱস্থাত টোপনি আহিল । এনেতে বেহেস্তৰ পৰা হুৰ কেজনীমান আহি তেওঁৰ ওচৰত প্ৰেম নিবেদন কৰিলে । তেওঁ ক'লে, মই আল্লাৰ প্ৰেমত ইমান মত্ত যে হুৰ বা আন কোনো বস্তুৰ প্ৰতি মোৰ আসক্তি নাই ।" হুৰ কেইজনীয়ে তেওঁক অনেক অনুৰোধ কৰিলে ; কিন্তু তেওঁ সেইফালে ভ্ৰুক্ষেপ নকৰি আল্লাৰ প্ৰেমত মত্ত হৈ থাকিল । তাৰ পিছত তেওঁলোক ব্যৰ্থ হৈ বেহেস্তলৈ উভতি গ'ল ।

তেওঁ কেতিয়াবা বাছৰাত কেতিয়াবা বাগদাদত আৰু কেতিয়াবা মক্কাত খোৰাখোৱা কৰিছিল । তেওঁ শিষ্যসকলৰ কাৰোবাৰ কিবা বেয়া কাম দেখিলে তেওঁ নিজে তৌবাহ ( অনুতাপ ) কৰিছিল আৰু এবাদতত ( উপাসনাত ) মগ্ন হৈছিল আৰু কৈছিল, "মই দুৰ্ভগীয়াৰ

পাপৰ কাৰণহে এওঁলোক বিপদত পৰিছে।" এইবুলি কৈ তেওঁ আগতকৈও বেছি কঠোৰ তপস্যাত মগ্ন হৈছিল।

মানুহক দেখুৱাই কৰা কামবোৰ তেওঁ বৰ অপছন্দ কৰিছিল আৰু আনৰ ওচৰত হাত পতা কামটোকো তেওঁ বৰ ঘৃণা কৰিছিল। এদিনাখন তেওঁৰ এজন শিষ্যই ৩ দিন উপবাসে থকাৰ পিছত অধৈৰ্য্য হৈ এজন মানুহৰ ওচৰত সহায়ৰ কাৰণে হাত পতা দেখি তেওঁ সেই শিষ্যজনক ক'লে, "তুমি ফকিৰি বিষয়টো এতিয়াও নুবুজিলা। গতিকে তুমি বজাৰলৈ গৈ তাত বাস কৰাটোহে তোমাৰ কৰ্তব্য।"

তেওঁৰ মনত কোনো দিনেই কোনো কামনা বাসনাই স্থান পোৱা নাছিল। এদিনাখন তেওঁ ৰাস্তাইদি গৈ থাকোতে গৰম কটী আৰু কুকুৰাৰ ভজা কণি খাবলৈ তেওঁৰ মনত প্ৰবল ইচ্ছা জন্মিল। তেওঁ ৰাস্তা পাহৰি এদল মানুহৰ ওচৰত উপস্থিত হ'ল। মানুহৰ দলটোৱে কিবা এটা বিষয় লৈ গোলমাল কৰি আছিল। তেওঁ আহি পোৱা মাত্ৰেই সিহঁতে তেওঁক চোৰ বুলি ভাবি দুশটা বেতৰ কোব মাৰিলে। তাৰপিছত সিহঁতে নিজৰ ভুল উপলব্ধি কৰি তেওঁৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলে। তেওঁ ক'লে, "আজিৰ দিনটো বৰ শুভ দিন। কাৰণ, ৰিপুৰ প্ৰবল ইচ্ছাৰ ফল মই আজি নিজ চকুৰে দেখিলোঁ।"

এদিনাখন তেওঁ শিষ্যসকলক লগত লৈ এখন পথাৰৰ মাজেদি গৈ আছিল। তেওঁলোকৰ বৰ পিয়াহ লাগিল। ইপিনে নামাজৰ কাৰণে ওজু কৰিবলৈও পাণীৰ প্ৰয়োজন হ'ল। তেতিয়া সকলোৱে পাণীৰ কাৰণে তেওঁক ক'লে। তেওঁ মাটিত এটা ৰেখা টানিলে। আল্লাৰ হুকুমত মাটি ফাটি এটি পাণীৰ নিজৰা বৈ আহিল। তেওঁলোকে হেপাহ পলাই তাৰপৰা পাণী খালে আৰু ওজু কৰি নামাজ পঢ়িলে।

এদিনাখন এখন ময়দানত কেইজনমান মানুহৰ লগত তেওঁ ধৰ্মালোচনা কৰি আছিল। তেওঁলোকৰ এজনে ক'লে যে তেওঁৰ বৰ পিয়াহ লাগিছে। হজৰত আব তোৰাবে ভৰিখনি মাটিত হেচি দিলে। তৎক্ষণাৎ মাটিৰ তলৰ পৰা এটি পাণীৰ নিজৰা ফাটি ওলাই আহিল। সেই পাণী খাবলৈ যেতিয়া এটি পিয়লাৰ আৱশ্যক হ'ল তেওঁ হাতখনি মাটিত মাৰি দিলে। তৎক্ষণাৎ মাটিৰ তলৰপৰা এনেকুৱা এটি ধুনীয়া পিয়লা ওলাই আহিল যে শিষ্যসকলে দেখি আচৰিত হ'ল। তেওঁলোক সকলোৱে এই পিয়লাটিৰে পাণী খালে।

এদিনাখন গভীৰ আল্লাৰ বাতি তেওঁ অকলে মৰুভূমিৰ পথেদি গৈ আছিল এনেতে তেওঁ সন্মুখত এজন বৰ ওখ ক'লা মানুহ এটা পমুৱৰ দৰে থিয় হৈ থকা দেখা পালে। তেওঁ ভয়তে সুধিলে, "তুমি কোন, দৈত্য নে মানুহ?" সেই মানুহজনে প্ৰশ্ন কৰিলে, "তুমি কোন মুছলমান নে কাফেৰ?" হজৰত আবু তোৰাবে ক'লে, "মই মুছলমান।" মানুহজনে ক'লে, "মুছলমানে দেখোন আল্লাৰ বাহিৰে আকোকে আন ভয় নকৰে।" কথাটো শুনি তেওঁ বৰ লাজ পালে আৰু সেইদিনাৰ পৰা তেওঁৰ অন্তৰৰ পৰা জগতৰ সকলো ভয় আতৰি গ'ল।

তেওঁ কাৰোপৰা কোনো বস্তু গ্ৰহণ কৰা নাছিল। যেতিয়া মানুহে তেওঁক সুধিছিল যে এইটো কেনেকৈ সম্ভৱপৰ হয় তেওঁ কৈছিল, "আৱশ্যক হলে আল্লাৰপৰা গ্ৰহণ কৰোঁ আৰু আৱশ্যক নহ'লে গ্ৰহণ নকৰোঁ।" এদিনাখন এজন মানুহে তেওঁক নিমন্ত্ৰণ কৰিছিল। তেওঁ নিমন্ত্ৰণ গ্ৰহণ নকৰিলে। এই অপৰাধৰ বাবে ১৪ দিন তেওঁ অনাহাৰে কষ্ট ভোগ কৰিব লগীয়া হৈছিল।

বাছাৰৰ এখন হাবিৰ মাজত তেওঁৰ মৃত্যু হয়। তেওঁৰ মৃত্যুৰ কেই বছৰমান পিছত এদল মানুহে তালৈ গৈ দেখিলে যে হাতত লাঠি সন্মুখত এটি পিয়লা আৰু কা'বাৰ পিনে মুখ কৰি তেওঁৰ লাচটি থিয় হৈ আছে। কোনো জন্তু আৰু পোক, পকৰা আদি তেওঁৰ লাচটিৰ ওচৰলৈকে অহা নাই।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল :—

১। যাৰ অন্তৰত এটি তিল পৰিমাণো পাথিৱ তাল পোৱা থাকে তেওঁ কেতিয়াও আল্লাৰ সন্তুষ্টি লাভ কৰিব নোৱাৰে।

২। যেতিয়া মানুহ সত্যনিষ্ঠ হয় তেওঁ ভাল কাম কৰাৰ আগেয়ে ইয়াৰ সোৱাদ পায়; আৰু যদি প্ৰেম পবিত্ৰ হয় তেন্তে এবাদতৰ (উপসনাৰ) সময়ত এই প্ৰেমত এনেকুৱা সোৱাদ পোৱা যায় যে তাক বৰ্ণনা কৰিব পৰা নাযায়।

৩। তোমালোকে পৃথিৱীত শান্তি আৰু আনন্দ এই দুটি বস্তু সদায় বিচাৰি আছা। কিন্তু এই দুটা বস্তু তোমালোকে বেহেস্তহে পাবা।

৪। আল্লাক পাবলৈ ৭০ টা চিহ্ন আছে। আটাইতকৈ তলৰ চিহ্নটো হৈছে তেওঁক স্বীকাৰ কৰা আৰু আটাইতকৈ ওখ চিহ্নটো হৈছে একমাত্ৰ তেওঁৰ ওপৰতেই নিৰ্ভৰ কৰা।

৫। তুমি নিজকে আল্লাৰ প্ৰেম সমুদ্ৰত ডুবাই দিবা আৰু অন্তৰক সদায় আল্লাৰ লগত আবদ্ধ ৰাখিবা। যদি দয়া কৰি তেওঁ কিছু দিয়ে তেন্তে কৃতজ্ঞতা প্ৰকাশ কৰিবা আৰু যদি তেওঁ কিছু লৈ যায় তেন্তে ধৈৰ্য্য ধৰিবা। এইটোকে তেওঁৰ ওপৰত নিৰ্ভৰ কৰা বুজায়।

৬। ধৰ্মপ্ৰাণ লোকক কোনো বস্তুই সুপথৰপৰা কুপথলৈ নিব নোৱাৰে, বৰং সকলো আল্লাৰ তেওঁৰ ওচৰত আলোকত ৰূপান্তৰিত হৈ যায়।

৭। অলপতে সন্তুষ্ট থকাটো হৈছে আল্লাৰপৰা জীৱিকা পোৱাৰ উপায়।

৮। সকলোবোৰ অন্তৰৰ ভিতৰত এনেকুৱা অন্তৰো আছে যিয়ে কেৱল আল্লাৰ প্ৰদত্ত বিবেকৰ নুৰেৰে (জেউতিৰে) সজীৱ হৈ থাকে।

৯। আত্মাৰ পৱিত্ৰতাৰ কাৰণে আল্লাৰ এবাদতত কৈ (উপাসনাতকৈ) আন উপকাৰী বস্তু আৰু একেবাৰেই নাই।

১০। নিজৰ চিন্তাক অতি যত্নেৰে ৰাখিবা। কিয়োনো ইয়াৰ দ্বাৰাই হে সকলোবোৰ কাম হয়। যাৰ চিন্তা পবিত্ৰ তেওঁৰ প্ৰত্যেকটি কাম আৰু প্ৰত্যেকটি অৱস্থাই পৱিত্ৰ হয়।

১১। আল্লাই আলেম (জ্ঞানীলোক) সকলক যুগে যুগে মানুহৰ কৰ্ম অনুযায়ী সময় উপযোগী পথ প্ৰদৰ্শনৰ বাবে পঠাই থাকে।

১২। আনৰ মুখাপেক্ষী নোহোৱাটো হৈছে ধনীৰ লক্ষণ আৰু আনৰ মুখাপেক্ষী হোৱাটো হৈছে দুখীয়াৰ লক্ষণ।

১৩। যিয়ে আল্লাৰ সন্তুষ্টিত সন্তুষ্ট তেওঁৰ আন কোনো বস্তুৰ প্ৰয়োজন নহয়।

১৪। যিয়ে কেৱল জীয়াই থকাৰ পৰিমাণে জীৱিকা উপাৰ্জন কৰে, লজ্জা ঢকাৰ পৰিমাণে পোছাক ৰাখে আৰু থাকিবলৈ মাটি বাৰী ৰাখে তেওঁহে দৰবেশ।

## ৩৫। হজৰত ইয়াহ্ইয়া মায়াজ (ৰঃ)।

হজৰত ইয়াহইয়া মায়াজ (ৰঃ) গূঢ় তত্বজ্ঞ, উপদেশ দাতা আৰু সেই সময়ৰ এজন জনপ্ৰিয় আওলীয়া আছিল। তেওঁ দৰ্শন, তত্বজ্ঞান আৰু সাধনাত অদ্বিতীয় আছিল। তেওঁ বহুতো কিতাপ লিখিছিল

আৰু সভা সমিতিবোৰত এনেদৰে কোৰ্‌আন আৰু হদিছ ব্যাখ্যা কৰি বুজাই দিছিল যে তেওঁৰ বক্তৃতা শুনি মহাপাপীসকলেও আল্লাৰ দয়াৰবাবে আশা কৰি হাত পাতিছিল।

এবাৰ তেওঁৰ এজন ভায়েকে মক্কা শ্বৰীফৰপৰা তেওঁলৈ এখন চিঠি লিখি জনাইছিল যে তেওঁ মৃত্যুৰ আগেয়ে এবাৰ তেওঁৰ লগত দেখা কৰিব খোজে। তেওঁ চিঠিৰ উত্তৰত এইদৰে লিখি পঠালে, "যদি তোমাৰ দৃষ্টি প্ৰকৃততে আল্লাৰ ওপৰত থাকিলেহেঁতেন তেন্তে তুমি মোক স্মৰণ কৰিব নোৱাৰিলাহেঁতেন। তুমি আল্লাৰ লগত এনেকুৱা ভাবে প্ৰেম স্থাপন কৰা যাতে তুমি মোক পাহৰি যাব পাৰা। য'ত নিজৰ প্ৰাণতুল্যকেও প্ৰিয় পুতেকক আল্লাৰ সন্তুষ্টিৰ কাৰণে কোৰবাণী কৰাটো কৰ্তব্য হৈ পৰিছিল তাত ভায়েকৰ কথাই স্থান পাব নোৱাৰে। যদি তুমি আল্লাক পাইছা তেন্তে মোৰ দ্বাৰাই তোমাৰ কি লাভ হ'ব আৰু যদি তুমি তেওঁক পোৱা নাই তেন্তে মোৰ দ্বাৰাই তোমাৰ কি ফল হ'ব ?"

তেওঁ দুখীয়া আৰু অভাৱগ্ৰস্ত লোকসকলক দান কৰোতে এক লাখ দেৰহাম ঋণ হৈছিল। মহাজন সকলে এই ঋণৰবাবে শেতিয়া তেওঁক আহি তাগিদ দিলে তেওঁ বৰ বিপদত পৰিল। এদিনাখন জুম্‌আৰ ৰাতি হজৰত মোহাম্মদ ( ছঃ ) এ তেওঁক সপোনত দেখা দি ক'লে, "তুমি চিন্তা নকৰিবা। তুমি অতি সোনকালে খোৰা চানলৈ যোৱা। তুমি যে দুখীয়া আৰু অভাৱগ্ৰস্ত লোক সকলক এক লাখ দেৰহাম দান কৰিছিলা তাৰবাবে এজন মানুহে তোমাক তিনি লাখ দেৰহাম দিব।"

পিছদিনাখন ৰাতিপুৱাই তেওঁ খোৰাচানলৈ যাত্ৰা কৰিলে। তেওঁ গৈ গৈ নিছাপুৰ পালে। তাত তেওঁ কেইদিনমান থাকি জনসভাত এনেকুৱা কেইটামান প্ৰাণ স্পৰ্শী ভাষণ দিলে যে সেই ভাষণ শুনি ভাবৰ আবেগত সাতজন লোকৰ মৃত্যু হয়।

তাৰপিছত তেওঁ বল্‌খলৈ যাত্ৰা কৰিলে। তাত তেওঁ কেইদিনমান থাকি জন সভাবোৰত ভাষণ দিলে। তেওঁৰ ভাষণত মুগ্ধ হৈ ঋণ পৰিশোধ কৰিবলৈ অনেকে হাজাৰ হাজাৰ দেৰহাম তেওঁক দিবলৈ ওলাল। তেওঁ সেইবোৰ গ্ৰহণ নকৰি মাত্ৰ এই বুলি ক'লে, "মই হজৰত মোহাম্মদ ( ছঃ ) ৰ নিৰ্দেশ অনুযায়ী আহিছোঁ। তেওঁ মোক সপোনত কৈছে যে এজনে মোৰ ঋণ পৰিশোধ কৰিব।"

তাৰপিছত তেওঁ মাৰভ্ আৰু হিৰালৈ গ'ল। হিৰাৰ এখন সভাত তেওঁৰ ভাষণ শুনি সেই ৰাজ্যৰ আমীৰৰ এজনী ছোৱালীয়ে ক'লে, "আপোনাৰ ঋণ পৰিশোধ কৰিবলৈ হজৰত মোহাম্মদ (ছঃ) এ সপোনত মোক আদেশ দিছে। মই আপোনাৰ কাৰণে বাট চাই আছোঁ। মোৰ যিবোৰ বস্তু পাইছিলোঁ সেইবোৰ বিক্ৰি কৰিলে তিনি লাখ দেৰহাম মূল্য হ'ব। সেইবোৰ মই আপনাক দিলোঁ।

আমীৰৰ ছোৱালীজনীৰ অনুৰোধত তেওঁ আৰু ৪ দিন তাত থাকি জনসভা বোৰইখনমানত এনেকুৱাভাবে ভাষণ দিলে যে সেই ভাষণ শুনি অবৰ আবেগত ১ম দিনা ১০ জন, ২য় দিনা ২৫ জন ৩য় দিনা ৪০ জন আৰু ৪ৰ্থ দিনা ৫০ জন লোকৰ মৃত্যু হ'ল।

পঞ্চম দিনখন যেতিয়া তেওঁ হিৰাৰপৰা যাবলৈ ওলাল আমীৰৰ ছোৱালীজনীয়ে নিজৰ প্ৰতিজ্ঞা অনুযায়ী আটাইবোৰ মাল বস্তু তেওঁক দিলে। তেওঁ সেইবোৰ চাৰিটা উটৰ ওপৰত বোজাই দিলে। তেওঁৰ লগত তেওঁৰ ল'ৰাটিও আছিল। তেওঁ ল'ৰাটিক সেইবোৰ মাল বস্তু বুজাই দি ক'লে, "এইবোৰৰ দ্বাৰা প্ৰথমে তুমি মোৰ ঋণ পৰিশোধ কৰিবা, তাৰপিছত যি বাকী থাকে আটাইবোৰ দুখীয়া আৰু অভাৱগ্ৰস্ত লোকক দান কৰিবা, নিজৰ কাৰণে একো নাৰাখিবা।"

তাৰপিছত পুতেকক বিদায় দি তেওঁ নিলম নামেৰে এখন ঠাইলৈ গ'ল। তাত সেইদিনাই ৰাতিপুৱা ছিজ্‌দাহত পৰি থাকোতে কৰবাৰ পৰা হঠাতে এটা পথুৰ শিল আহি তেওঁৰ মূৰত পৰিল আৰু তাতে তেওঁৰ মৃত্যু হ'ল। তাৰপিছত মানুহবিলাকে তেওঁক নিছাপুৰলৈ আনি তাতে কবৰ দিলে।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ

১। তুমি যেনেকুৱাভাবে আল্লাক ভয় কৰিবা জগতৰ সকলোৱে তেনেকুৱাভাবে তোমাক ভয় কৰিব। তুমি যেনেকুৱাভাবে আল্লাৰ কামত নিজকে বিলাই দিবা জগতৰ সকলোৱে তেনেকুৱাভাবে তোমাৰ কামত নিজকে বিলাই দিব।

২। মানুহে আল্লাৰ ভয়তহে পাপ কামৰপৰা বিৰত থাকে। কাৰণ, মানুহে জানে যে আল্লাই সকলো সময়তে তেওঁক দেখি আছে আৰু সেই পাপ কামৰবাবে নিষেধো কৰিছে।

কুধাৰণা সৃষ্টি হয়।

৩। পুণ্য কামৰদ্বাৰা সুধাৰণা সৃষ্টি হয় আৰু পাপ কামৰদ্বাৰা

৪। যিয়ে আনক দেখি শিক্ষা গ্ৰহণ কৰে তেওঁ আনৰ উপদেশো গ্ৰহণ কৰিব নোৱাৰে আৰু যিয়ে আনক দেখি শিক্ষা গ্ৰহণ কৰে তেওঁৰ কাৰণে উপদেশৰ আৱশ্যক নহয়।

৫। ধৰ্মপ্ৰাণ লোকৰ কাম্য বস্তু নিৰ্জনতা। মানুহৰ প্ৰতি মনৰ আকৰ্ষণ হোৱাটোক তেওঁলোকে ভয় কৰে।

৬। খোদা প্ৰেমিকৰ গুণ তিনিটা—(১) তেওঁলোকে সকলো বিষয়তে খোদাৰ ওপৰত নিৰ্ভৰ কৰে। (২) পাৰ্থিব বস্তুবোৰৰ কাৰণে তেওঁলোক কাৰো মুখাপেক্ষী নহয়, (৩) প্ৰত্যেকটো বস্তুকে তেওঁলোকে খোদাৰপৰা হোৱা বুলি ভাবে।

৭। যিয়ে গোপনে আল্লাৰ আমানতক নষ্ট কৰে আল্লাই প্ৰকাশ্যে তেওঁৰ পৰ্দা গুচাই দিয়ে।

৮। যিয়ে শাৰীৰিক পৰিশ্ৰমৰ দ্বাৰা আল্লাৰ হুকুম পালণ কৰে আল্লাই তেওঁক ক্ষমা কৰে।

৯। আল্লাৰ লগত বেছি কথা কৰা আৰু মানুহৰ লগত কম কথা কৰা।

১০। সাধকসকলে আল্লাৰ লগত সম্মান ৰক্ষা কৰি নচলিলে সোনকালে ধ্বংস হৈ যায়।

১১। যি সকলে ভাবে যে ধনী হোৱাটো আল্লাৰ হাতত তেওঁলোক সদায় ধনী আৰু যি সকলে ভাবে যে শক্তি আৰু বুদ্ধিৰ বলতহে ধনী হোৱা যায় তেওঁলোক সদায় দুখীয়া।

১২। আল্লাহ ইমান পৱিত্ৰ যে মানুহে যেতিয়া পাপত লিপ্ত হয় তেতিয়া আল্লাই এইটো দেখি বৰ লাজ পায়।

১৩। যিয়ে আল্লাৰ লগত বন্ধুতা ৰাখে তেওঁ নিজৰ ৰিপুক শত্ৰু বুলি জানে।

১৪। তুমি কাৰো ক্ষতি নকৰিবা, কাৰো মনত দুখ নিদিবা আৰু কাৰো নিন্দা নকৰিবা।

১৫। দোজখৰ কাম কৰি বেহেস্তৰ আশা কৰাটোৰ নিচিনা মূৰ্খামি আৰু নাই।

১৬। তৌবাহ (অনুতাপ) কৰাৰ আগেয়ে ৭০ টা পাপ কৰাতকৈ তৌবাহ কৰাৰ পিছত এটি পাপ কৰা বেছি গুৰুতৰ।

১৭। যিয়ে বেমাৰৰ ভয়ত কুপথ্য নাখায় অথচ শাস্তিৰ ভয়ত পাপ কামৰপৰা বিৰত নহয় তাৰ বুদ্ধি দেখি মই আচৰিত।

১৮। পৃথিৱীখন হৈছে চয়তানৰ দোকান। গতিকে তুমি সাৱধান থাকিবা, যাতে সি তোমাক ফুচলাই তোমাৰ অমূল্য ধৰ্ম-ধন কাঢ়ি ল'ব নোৱাৰে।

১৯। সাংসাৰিক লোকৰ ইহকালতো শোক আৰু চিন্তা আৰু পৰকালতো শাস্তি আৰু যাতনা গতিকে তাৰ ক'তো শান্তি নাই।

২০। পাৰ্থিব বস্তবোৰ তোমাৰ কাৰণে ইমান নিকৃষ্ট যে সেই-বোৰৰ বাসনাই তেমাক আল্লাৰ পৰা দূৰত থব। গতিকে চিন্তা কৰি চাবা যে সেইবোৰত মজি থাকিলে তোমাৰ কি অৱস্থা হ'ব।

২১। এই ৩ শ্ৰেণীৰলোক প্ৰকৃততে বুদ্ধিমান ঃ—(১) সংসাৰ ত্যাগীসকল, (২) যি সকলে মৃত্যুৰ আগেয়ে পৰকালৰ সম্বল গোটেই লয়, (৩) যিসকলে আল্লাৰ লগত সাক্ষাৎ কৰাৰ আগেয়ে তেওঁক সন্তুষ্ট কৰে।

২২। ধনী লোকসকলে দুটা বিপদৰ সম্মুখীন হয় ঃ—(১) গোটেই জীৱনত তেওঁলোকে যি ধন জমায় মৃত্যুৰ লগে লগে তেওঁলোকৰপৰা সেই ধন কাঢ়ি লোৱা হয়, (২) মৃত্যুৰ পিছত তেওঁলোকৰপৰা সেই ধনৰ তিল তিলকৈ হিচাপ লোৱা হয়।

২৩। টকা পইচা বিষাক্ত সাপৰ দৰে। যেতিয়ালৈকে মন্ত্ৰ শিকি নোলোৱা তেতিয়ালৈকে সাপৰ গাত হাত নিদিবা। হাত দিলেই ই তোমাৰ প্ৰাণ নাশ কৰিব। সৎভাবে ইয়াৰ উপাৰ্জন আৰু সৎ পথত ইয়াক খৰছ কৰাটোৱেই ইয়াৰ মন্ত্ৰ।

২৪। যিয়ে আল্লাৰ ওপৰত নিৰ্ভৰ কৰাটোক বেয়া বুলি কয় তেওঁ যেন ঈমানক ( বিশ্বাসক ) বেয়া বুলি কয়।

২৫। সাধকে চাৰিখন ঠাইৰ বাহিৰে আন ঠাইত শান্তি নাপায় ঃ—(১) ঘৰৰ নিৰ্জন কোণত (২) মছজিদত (৩) কবৰ স্থানত (৪) আন নিৰ্জন ঠাইত, য'ত কোনেও তেওঁক দেখা নাপায়।

২৬। বিপদ উপস্থিত হলেই ধৈৰ্য্যশীলৰ প্ৰকৃত ৰূপ প্ৰকাশ পায়।

২৭। আল্লাৰ ওপৰত নিৰ্ভৰতাই মানুহক গোলামি বা দাসত্বৰ পৰা মুক্ত কৰে।

২৮। খোদাৰ হুকুমত ৰাজী থাকিলে জীৱন সুখৰ হয়।

২৯। ভয়, আশা আৰু প্ৰেম এই তিনিটা বস্তুত ঈমান ( বিশ্বাস ) নিহিত আছে। (১) আল্লাৰ শাস্তিৰ ভয়ৰদ্বাৰা পাপ দূৰ হয়, (২) বেহেস্তৰ আশাৰ দ্বাৰা এবাদতত মন বহে আৰু (৩) প্ৰেমৰদ্বাৰা আল্লাৰ সন্তুষ্টি লাভ হয়।

৩০। যিয়ে আল্লাৰ জিকিৰৰ বাহিৰে আন কোনো বস্তুকে ভাল নাপায় তেওঁহে প্ৰকৃত ধাৰ্মিক লোক।

৩১। যেতিয়া মানুহ খোদা ভীৰু হয় তেতিয়া শৰীৰৰ সকলো-বোৰ অংশই এবাদত ( দাসত্ব ) বৰণ কৰে আৰু তেওঁ খোদাৰ বিৰুদ্ধতাৰপৰা বিৰত থাকে। খোদা ভীৰুতাৰ লক্ষণ হ'ল পাৰ্থিৱ বস্তুবোৰৰ প্ৰতি আশা আকাংক্ষা কমি যোৱা।

৩২। অঙ্গ প্ৰত্যেঙ্গবোৰক বাসনা সমূহৰপৰা বচাই ৰখাটো হৈছে খোদাৰ প্ৰতি আন্তৰিক আবেগৰ লক্ষণ।

৩৩। তৌহিদ ( একেশ্বৰ বাদ ) হৈছে নূৰ ( জ্যোতি ) আৰু শ্বীৰক ( দ্বৈতবাদ ) হৈছে নাৰ ( জুই )। তৌহিদৰ নূৰে পাপৰ জুইক নুমাই দিয়ে আৰু পাপৰ জুইয়ে মোহৰেক ( আনক আল্লাৰ সমকক্ষ কৰোতা ) সকলৰ ভাল কামবোৰ পুৰি পেলায়।

৩৪। চিন্তা নকৰি কথা ক'লে লাজ পাব লগীয়া হয়।

৩৫। খাঁটি তৌবাহৰ ( অনুতাপৰ ) নিদৰ্শন তিনিটা :—(১) কম খোৱা ( ৰোজা ৰখাৰ কাৰণে ) (২) কম শুৱা ( নামাজ পঢ়াৰ কাৰণে )। (৩) কম কথা কোৱা ( আল্লাৰ জিকিৰত ব্যস্ত থকাৰ কাৰণে )।

৩৬। আল্লাৰ জিকিৰে পাপ নাইকিয়া কৰে। তেওঁৰ সন্তুষ্টিয়ে পাৰ্থিৱ বস্তুৰ আকাংক্ষা নাইকিয়া কৰে, তেওঁৰ ভাল পোৱাই অন্তৰত ভয় সৃষ্টি কৰে, তেওঁৰ বন্ধুতাই আনৰ বন্ধুতা পাহৰাই দিয়ে।

৩৭। তুমি যদি আল্লাৰ কামত সন্তুষ্ট থাকা আল্লায়ো তোমাৰ প্ৰতি সন্তুষ্ট থাকে।

৩৮। খোদা ভক্তসকলৰ কিয়ামতৰ ( শেষ বিচাৰৰ ) দিনা একো ভয় নাথাকিব।

৩৯। পুণ্য কামত অধিক আগ্ৰহ দেখুৱাটো আৰু পাৰ্থিৱ লোক-চানৰ প্ৰতি ভ্ৰূক্ষেপ নকৰাটো হৈছে আল্লাৰ প্ৰতি ভাল পোৱাৰ লক্ষণ।

# ৩৬। হজৰত ছাহ ছুজা কেৰ্মানী (ৰঃ)

হজৰত ছাহ ছুজা কেৰ্মানী (ৰঃ) কেৰ্মানৰ অধিবাসী আছিল। তেওঁ ছাহী বংশৰ লোক আছিল। তেওঁ চুফীৰ পোছাক নিপিন্ধি চেৰৱানী আদি ধনীৰ পোছাক পিন্ধিছিল। তেওঁ বৰ বিদ্যান লোক আছিল আৰু 'মেৰাতুল হুকামা নামেৰে এখন বিখ্যাত উপদেশ পূৰ্ণ কিতাপো লিখিছিল। তেওঁ সেইসময়ৰ আওলীয়া সকলৰ ভিতৰত শ্ৰেষ্ঠ আওলীয়া আছিল আৰু অতি কঠিন বিষয়বোৰ সমাজত সহজ আৰু সৰল ভাবে বজাই দিছিল।

এবাৰ তেওঁ নিছাপুৰত উপস্থিত হ'লত মহাজ্ঞানী আওলীয়া হজৰত আবু হাফ্জ হাদ্দাদে সাদৰেৰে অভ্যৰ্থনা জনাই তেওঁক ক'লে, "আপোনাৰ নিচিনা সাধক এজনৰ লগত দেখা কৰিবলৈ মোৰ বহুত দিনৰ পৰাই আগ্ৰহ আছিল। আজিহে আল্লাই মোৰ সেই আশা পূৰ্ণ কৰিলে। মই কম্বল পৰিধান কৰি যিটো বস্তু বিচাৰিছিলোঁ আজি মই সেইটো বস্তু পালোঁ।"

তেওঁ এনেকুৱা কঠোৰ সাধনা কৰিছিল যে চল্লিশ বছৰৰ ভিতৰত আনকি ৰাতিও টোপনি মৰা নাছিল। চল্লিশ বছৰৰ পিছত যেতিয়া তেওঁ এৰাতি টোপনি মাৰিছিল সেই ৰাতিয়ে তেওঁ আল্লাক সপেনত দেখিছিল। তেওঁ আল্লাক সুধিলে, "হে আল্লাহ! মই চল্লিশ বছৰ ৰাতি উজাগৰে থাকি তোমাক দেখা নাপালোঁ আৰু আজি টোপনি মাৰি সপোনতহে তোমাক দেখিলোঁ। ইয়াৰ কাৰণ কি?" অদৃশ্যৰ পৰা উত্তৰ আহিল, "এইটো তোমাৰ টোপনি নমৰাৰ ফল। যদি তুমি ৰাতি উজাগৰে থাকি মোক নিবিচাৰিলাহেঁতেন তেন্তে আজি তুমি মোক সপোনত দেখা নাপালাহেঁতেন।" ইয়াৰ পিছত তেওঁ লগত গাঁৰু এটি ৰাখিছিল আৰু ৰাতি ঘ'তে শুইছিল তেওঁ টোপনিত আকৌ আল্লাক দেখিবলৈ ইচ্ছা কৰিছিল। তেওঁ মনৰ আবেগতে কৈছিল, "ইহকাল আৰু পৰকালৰ আটাইবোৰ জাগৰণৰ বিনিময়ত সেই ৰাতিৰ নিদ্ৰাৰ এটি বিন্দুও মই দিবলৈ ৰাজী নহওঁ।"

তেওঁৰ এটি পুতেক আছিল। পুতেকে যৌবন কালত বাহিৰত ঘুৰি ফুৰিছিল আৰু গান তামচাত মজি আছিল। তেওঁৰ কণ্ঠস্বৰ বৰ মধুৰ আছিল আৰু বাদ্য যন্ত্ৰ বজাই গান গাইছিল। এদিনাখন ৰাতি তেওঁ বেহেলা বজাই গান গাই গাই এখন বস্তিৰ মাজেদি গৈ আছিল।

এনেতে এজনী বিবাহিতা ছোৱালীয়ে গানত মুগ্ধ হৈ গিৰিয়েকৰ কাষৰ-পৰা উঠি আহিল আৰু গায়কক চাবলৈ বাৰান্দাত থিয় হ'ল। গিৰিয়েকে সাৰপাই ঘৈণীয়েকক কাষত নেদেখি বাৰান্দালৈ ওলাই আহিল আৰু হজৰত ছাহ ছুজাৰ পুতেকৰ এইটো অৱস্থা দেখি ক'লে, "এতিয়াও তোমাৰ তৌবাহৰ সময় হোৱা নাইনে ?" এই কথাটোৱে যুৱকৰ অন্তৰত এনেদৰে তীৰৰ দিচিনা প্ৰবেশ কৰিলে যে তেওঁ তেতিয়াই বেহেলাটো দূৰলৈ দলিয়াই পেলাই দিলে। তাৰ পিছত তেওঁ ঘৰলৈ উভতি গৈ গা ধুলে আৰু ঘৰৰ কোণত বহি নিৰ্জনত বাস গ্ৰহণ কৰিলে।' তেওঁ চল্লিশ দিন একোকে নাখালে। তাৰ পিছত তেওঁ গৃহ ত্যাগ কৰি যাবলৈ ওলাল। এনেতে তেওঁৰ পিতাক হজৰত ছাহ ছুজাই ক'লে, "মই চল্লিশ বছৰ সাধনা কৰি যিটো লাভ কৰিলোঁ আল্লাই চল্লিশ দিনতেই তাক সেইটো দান কৰিলে।"

হজৰত ছাহ ছুজাৰ এজনী পৰম খোদা ভক্ত যুৱতী জীয়েক আছিল। কেৰ্মানৰ বাদচাহে ছোৱালী জনীক বিয়া কৰাবলৈ ইচ্ছা প্ৰকাশ কৰি প্ৰস্তাৱ এটি দিলে। হজৰত ছাহ ছুজাই উত্তৰৰ কাৰণে তিনি দিন সময় ল'লে। এই তিনি দিনৰ ভিতৰত তেওঁ মছজিদে মছজিদে ঘুৰি এটা মছজিদত এজন দৰবেশক একান্ত মনে নামাজ পঢ়ি থকা দেখিলে। দৰবেশ জনক তেওঁ ঘৰলৈ মাতি আনি ছোৱালী জনী অৰ্পণ কৰিলে। ছোৱালীজনীয়ে দৰবেশৰ ঘৰলৈ গৈয়ে দেখিলে যে এটা পানীৰ কলহৰ ওপৰত এখন শুকান ৰুটী ৰখা আছে। ৰুটী-খনৰ দেখি ছোৱালীজনীয়ে গিৰিয়েকক সুধিলে, "এই ৰুটীখন কি কাৰণে ৰাখা হৈছে ?" গিৰিয়েকে ক'লে, "কালি খাই বৈ যোৱাৰ পিছত আজিৰ কাৰণে এইখন ৰাখা হৈছে।" ছোৱালীজনীয়ে আচৰিত হৈ ক'লে, "জীৱিকা সম্বন্ধে আল্লাৰ ওপৰত আপোনাৰ বিশ্বাস নাই। আজিৰ জীৱিকা সম্বন্ধে কালিয়ে আপুনি চিন্তা কৰিছিল। মোৰ পিতাই বিশ বছৰ মোক অবিবাহিত অৱস্থাত ৰাখিছিল এই কাৰণে যে কোনো ধৰ্ম প্ৰাণ সাধক পালে তেওঁৰ হাতত মোক অৰ্পণ কৰিব। 'এতিয়া মই দেখিলোঁ যে আপোনাৰ ঈমান (বিশ্বাস) অতি দুৰ্বল। গতিকে আপুনি থাকক, মই যাওঁ।" এই কথা শুনি দৰবেশে ৰুটীখন দলিয়াই পেলাই দিলে আৰু নিজে সাৱধান হ'ল। তেতিয়া ছোৱালী-জনীয়ে ধৈৰ্য্য ধৰি দৰবেশৰ লগতে থাকিল।

তেওঁৰ কেইটামান সদুপদেশ তলত দিয়া হ'ল ঃ

১। যদি তুমি ৰিপুৰ পৰা বিৰত থাকা তেন্তে আল্লাৰ প্ৰতি তোমাৰ আশা দৃঢ় আৰু খাঁটি হ'ব।

২। যেতিয়া আল্লাৰ প্ৰতি তোমাৰ পূৰ্ণ আশা অন্তৰৰ ভাব উদয় হ'ব তেতিয়া তেওঁৰ প্ৰতি ভয়ো মনত জন্মিব। যেতিয়াৰ আল্লাৰ প্ৰতি ভয় জন্মিব তেতিয়া আল্লাৰ জিকিৰত (স্মৰণত) নিজকে বিলাই দিবলৈ তুমি সক্ষম হবা।

৩। যেতিয়া আল্লাক তুমি স্মৰণ কৰা আল্লায়ো তোমাক স্মৰণ কৰিব। তেতিয়া তুমি মুক্তি পাবা।

৪। তোমালোকেমিছা কথা কোৱা, আমানতক খিয়ানত কৰা আৰু আনৰ অনুপস্থিতিত দুৰ্ণাম কৰা কামৰ পৰা বিৰত থাকিবা।

৫। ৰিপুৰ কাম ভাব ত্যাগ কৰিব পাৰিলেই তুমি বুজিবা যে তোমাৰ মনৰ বাসনা পূৰ্ণ হৈছে।

৬। সাধুতাৰ লক্ষণ তিনিটাঃ—(১) পাৰ্থিব স্বাৰ্থই সাধুৰ অন্তৰত স্থান পাব নোৱাৰে। তেওঁলোকৰ মনত সোণ, ৰূপ আৰু মাটি সমান। হাতত বালি মাটি লাগিলে যিদৰে মানুহে জোকাৰি পেলায় সেইদৰে সোণ ৰূপ হাতলৈ আহিলেও তেওঁলোকে তেনেকুৱা কৰে। (২) সাধুই লোক সমাজৰপৰা দূৰত থাকে আৰু আনৰ প্ৰশংসা আৰু নিন্দাক ভ্ৰূক্ষেপ নকৰে। (৩) আনে যিদৰে ৰিপুৰ দাসত্বত আৰু অতি ভোজনত সন্তুষ্ট হয় সাধুই তেনেকুৱা নকৰে। সাধুতাই ৰিপুক অন্তৰত প্ৰবল হব নিদিয়ে।

## ৩৭। হজৰত ইউচুফ ইব্‌নে হুছাইন ৰয়ী (ৰঃ)

হজৰত ইউচুফ ইবনে হুছাইন ৰয়ী (ৰঃ) এজন মহান পণ্ডিত আৰু খোদাতত্ত্ববিদ লোক আছিল। তেওঁ জন সমাজত মা'ৰেফাত (খোদা তত্ত্ব জ্ঞান) প্ৰচাৰ কৰিছিল। তেওঁ বিখ্যাত দৰবেশ হজৰত আবু তোৰাব আৰু হজৰত আবু ছাঈদৰ লগত বন্ধুতা কৰি এজন শ্ৰেষ্ঠ আওলীয়া হব পাৰিছিল আৰু সদায় আল্লাৰ জিকিৰত মগ্ন আছিল। এবাদত (উপাসনা) আৰু সাধনাত তেওঁ অদ্বিতীয় আছিল। তেওঁৰ বহুতো অলৌকিক শক্তি আছিল।

তেওঁ দেখিবলৈ বৰ ধুনীয়া আছিল। এদিনাখন আকবৰ আমীৰৰ জীয়েক এজনীয়ে তেওঁৰ ৰূপ দেখি তেওঁৰ প্ৰেমত আসক্ত হ'ল আৰু গভীৰ ৰাতি তেওঁৰ ওচৰলৈ অকলে গৈ প্ৰেম নিবেদন কৰিলে। তেওঁ এনেকুৱা ৰূপৱতী ছোৱালীৰ প্ৰেমত আসক্ত হোৱা দূৰৈৰ কথা আল্লাৰ ভয়ত তেওঁৰ বুকু কঁপি উঠিল। তেওঁ তৎক্ষণাৎ তাৰপৰা উঠি আন ঠাইলৈ গুচি গ'ল। ৰাতি যেতিয়া তেওঁৰ টোপনি আহিল তেওঁ সপোনত দেখিলে যে অতীতৰ নবী হজৰত ইউচুফ ( আঃ ) এ এদল ফেৰেস্তা লগত লৈ আহি তেওঁক আলিঙ্গণ কৰিছে আৰু কৈছে, "আৰবৰ আমীৰৰ ৰূপৱতী জীয়েকে কাম ৰিপুৰ তাড়নাত থাকিব নোৱাৰি যেতিয়া নিজৰ মনৰ বাসনা পূৰ্ণ কৰিবলৈ আপোনাৰ ওচৰত গভীৰ ৰাতি অকলে হাজিৰ হৈছিল আপুনি আল্লাৰ ভয়তে সেই সুযোগ উপেক্ষা কৰি তাৰপৰা পলাইছিল। তেতিয়া আল্লাই আপোনাৰ এই কামত সন্তুষ্ট হৈ মোক ক'লে, "হে ইউচুফ! যেতিয়া জোলাইখাই তোমাৰ ৰূপ আৰু গুণত মুগ্ধ হৈ তোমাৰ ওচৰত প্ৰেম নিবেদন কৰিছিল তুমি তেতিয়া তাৰপৰা দৌৰি বাহিৰলৈ আহিছিলা। সেইদৰে তোমাৰ নামে নাম থকা মোৰ আন এজন বান্দা ইউচুফেও মোৰ ভয়তে আমীৰৰ ৰূপৱতী জীয়েকৰ প্ৰেম নিবেদন উপেক্ষা কৰি মোৰ দৰবাৰত হাজিৰ হৈছে। তুমি ফেৰেস্তাসকলক লগত লৈ তেওঁৰ ওচৰলৈ যোৱা আৰু তেওঁক আওলীয়াসকলৰ শ্ৰেণী ভুক্ত কৰা বুলি সুসংবাদ দিয়া। তেওঁক আৰু কৰা তেওঁ যেন জুন্নুন মিছৰীৰ ওচৰলৈ যায় আৰু তেওঁৰ পৰা যেন 'ইছমে আজম' শিকি লয়।"

তেওঁ টোপনিৰ পৰা সাৰ পাই মিছৰলৈ গ'ল। তাত তেওঁ বিচাৰি বিচাৰি এটি মছজিদত হজৰত জুন্নুন মিছৰীক লগ ধৰিলে। হজৰত জুন্নুন মিছৰীয়ে যেতিয়া জানিলে যে হজৰত ইউচুফ ইব্নে হুছাইনে তেওঁৰ ওচৰলৈ 'ইছমে আজম' শিকিবলৈ গৈছে তেওঁ কাঠেৰে তৈয়াৰী মুখ বন্ধ কৌটা এটি তেওঁৰ হাতত দি ক'লে, "যোৱা, তুমি নীল নদীৰ সিপাৰে থকা অমুক ঠাইত অমুক নামৰ মানুহ এজনক এই কৌটাটি দি আহা আৰু তেওঁ তোমাক কি কয় সেইটো মনত ৰাখিবা।"

তেওঁ হজৰত জুন্নুন মিছৰীৰ পৰা বিদায় লৈ গন্তব্য স্থানলৈ যাত্ৰা কৰিলে। অলপ দূৰ গৈয়ে তেওঁ কৌটাটিৰ ভিতৰত কিবা এটা বস্তু লৰি থকা গম পালে। কৌটাটিৰ ভিতৰত কি আছে জানিবলৈ ইচ্ছা কৰি তেওঁ যেতিয়া ঢাকনিখন গুচাই দিলে তেতিয়া এটি ইন্দুৰ ভিতৰৰ

পৰা জপিয়াই ওলাই গ'ল। তেওঁ এইটো দেখি আচৰিত হ'ল আৰু হজৰত জুন্‌নুন মিছৰীৰ ওচৰলৈ উভতি আহি এই বিষয়ে ক'লে। হজৰত জুন্‌নুন মিছৰীয়ে ক'লে, "তোমাক পৰীক্ষা কৰিবলৈহে মই আল্লাৰ পৰা হুকুম পাই ইন্দুৰটো কৌটাটোৰ ভিতৰত দিছিলোঁ। তুমি ইন্দুৰটোকে ৰাখিব নোৱাৰিলা. যেতিয়া মহান 'ইছমে আজম' শিকিবলৈ এতিয়াও তোমাৰ সময় হোৱা নাই। তুমি এতিয়া নিজ দেশলৈ উভতি যোৱা। সময় হ'লে আকৌ আহিবা।

তাৰ পিছত তেওঁ বিদায়ৰ সময়ত হজৰত জুন্‌নুন মিছৰীৰ ওচৰত কিছু উপদেশ বিচাৰিলে। হজৰত জুন্‌নুন মিছৰীয়ে তেওঁক তিনিটা উপদেশ দিলে—(১) তুমি যিখিনি লিখা পঢ়া শিকিছা সেইখিনি অন্তৰৰ পৰা মচি পেলাবা আৰু নিজকে সম্পূৰ্ণ মূৰ্খ বুলি জানিবা। তেতিয়া হ'লে তোমাৰ অন্তৰত ৰি পৰ্দা পৰিছে ই আতৰি যাব। (২) তুমি মোক পাহৰি যাবা আৰু মোৰ কথা কাৰো আগত নকৰবা। কাৰণ যদি তুমি কোৱা যে তোমাৰ পীৰে তোমাক এনেকুৱা উপদেশ দিছে তেন্তে সেইটোৰ নিজৰ গৌৰৱ প্ৰচাৰ কৰাৰ ভিতৰত গণ্য হব। (৩) তুমি মানুহ বিলাকক আল্লাৰ পথলৈ আহ্বান কৰিবা আৰু আল্লাৰ সন্তুষ্টিৰ কাৰণেহে উপদেশ দিবা। মানুহবিলাকে তোমাৰ উপদেশ শুনক বা নুশুনক সেই বিষয়ে তুকি লক্ষ্য নকৰিবা।

হজৰত ইউচুফ ইব্‌নে হুছাইনে শেষৰ উপদেশটি পালন কৰিব বুলি নিজৰ জন্মভূমি ৰয় নগৰলৈ উভতি গ'ল। ৰয়বাসী সকলে তেওঁক পাই বৰ সুখ পালে। সেই সময়ত আল্লাৰ মা'ৰেফাতৰ (তত্ত্বজ্ঞানৰ) জ্ঞানী লোক আৰু মা'ৰেফাতৰ চৰ্চা তাত নাছিল। গতিকে তেওঁ আল্লাৰ মা'ৰেফাতৰ বাণী লোক সমাজত প্ৰচাৰ কৰিবলৈ আৰম্ভ কৰিলে। এইদৰে প্ৰচাৰ কামত তেওঁ পঞ্চাশটি বছৰ কটাই দিলে। সেই সময়ত আব্দুল ওৱাহেদ জায়েদ নামেৰে এজন যুৱক বৰ দুষ্ট আৰু পিতৃ মাতৃৰ অবাধ্য সন্তান আছিল। মাক দেউতাকে তাক সদায় ঘৃণাৰ চকুৰে চাইছিল। এবাৰ এই যুৱকজনে এখন জন সভাত হজৰত ইউচুফ ইব্‌নে হুছাইনৰ ভাষণ শুনি অস্থিৰ হ'ল আৰু কবৰ-স্থানলৈ দৌৰি গৈ বেহুঁচ অৱস্থাত তাতে তিনিদিন পৰি থাকিল। হজৰত ইউচুফ ইব্‌নে হুছাইনে এইটো শুনি সেই যুৱক জনক কবৰস্থানত দেখা কৰিলে।

নিছাপুৰৰ এজন ধনী সদাগৰৰ এজনী অতি ৰূপৱতী বান্দী ছোৱালী আছিল। এদিনাখন সদাগৰৰ এটি চাকৰ তাৰপৰা আন ঠাইলৈ পলাই গ'ল। সদাগৰে তাক বিচাৰি যাবলৈ ওলাল। তেওঁৰ সেই বান্দী ছোৱালীজনী ক'ত থৈ যাব সেইটো এটা সমস্যা হ'ল। অৱশেষত আবু ওচমান নামৰে এজন বিশ্বাসী লোকৰ পৰিয়ালত তেওঁ ছোৱালীজনী থলে। আবু ওচমানে ছোৱালী জনীৰ ৰূপত মুগ্ধ হৈ বলিয়াৰ নিচিনা হ'ল। তেওঁ নিজকে বচাবলৈ আন কোনো উপায় নেদেখি তেওঁৰ পীৰ হজৰত আবু হাফচ হাদ্দাদ খোৰাছানীৰ ওচৰলৈ গ'ল আৰু উপদেশ বিচাৰিলে। পীৰে তেওঁক হজৰত ইউচুফ ইবনে হুছাইনৰ ওচৰলৈ পঠাই দিলে। 'আবু ওচমানে আহি হজৰত ইউচুফ ইবনে হুছাইনৰ লগত দেখা কৰিলে। তেওঁৰ মুখৰ অতি মূল্যবান আৰু মধুৰ উপদেশবোৰ শুনি আবু ওচমানৰ অন্তৰৰ দুৰাৰ মুকলি হ'ল আৰু মনৰ পৰা চঞ্চলতা আঁতৰি গ'ল।

তেওঁ সদায় আত্ম গোপন কৰি চলিছিল আৰু বাজে কথা কৈ কেতিয়াও সময় নষ্ট কৰা নাছিল। যেতিয়া তেওঁৰ মৃত্যু ওচৰ চাপিল তেওঁ আল্লাৰ ওচৰত মোনাজাত (প্ৰাৰ্থনা) কৰি ক'লে, "হে আল্লাহ! মই মানুহবিলাকক মোৰ কথা আৰু কামৰ দ্বাৰা যিবোৰ উপদেশ দান কৰিছোঁ সেইবোৰৰ বিনিময়ত তুমি মোৰ দোষ ক্ষমা কৰা।"

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ

১। তুৰ্কীসকলৰ কাৰণে পত্নী আৰু লৰা-ছোৱালী বিপদজনক।

২। যিসকলে নাজানে যে আল্লাই তেওঁলোকক সদায় দেখি আছে তেওঁলোকে মানুহৰ ধাৰণাক লাজ কৰে।

৩। যিসকলে প্ৰকৃততে আল্লাৰ জিকিৰ (স্মৰণ) কৰে সেই জিকিৰে (স্মৰণে) তেওঁলোকক আন স্মৰণৰ পৰা পাহৰাই ৰাখে।

৪। বন্ধুৰ স্মৰণত যিয়ে ৰাধা দিয়ে তাৰপৰা আঁতৰি থকাটোহে প্ৰকৃত বন্ধুতা বা প্ৰেমৰ লক্ষণ।

৫। নিৰ্জনে ভাল পোৱা আৰু এবাদত (উপাসনা) কৰাটো সাধকৰ লক্ষণ।

৬। যিয়ে আল্লাৰ তৌহিদৰ (একত্ববাদৰ) সাগৰত ডুবি যায় তেওঁৰ দিনক দিনে ইমানখিনি পিপাসা বাঢ়ি যায় যে সেই পিপাসাৰ অন্ত

নাই। যেহেতুকে তেওঁ সত্যৰ পিপাসী আল্লাক পালেহে তেওঁৰ সেই পিপাসা অন্ত পৰে।

৭ পৃথিৱীত আটাইতকৈ পছন্দনীয় বস্তু হৈছে সৰলতা। কিন্তু ইয়াক লাভ কৰা বৰ টান। মানুহে যিমানে মনৰপৰা কপটতা দূৰ কৰিবলৈ চেষ্টা কৰে ই আন ভাবে আহি মানৰ হৃদয় অধিকাৰ কৰে।

৮। যেতিয়ালৈকে নিজৰ অস্তিত্ব লোপ নাপায় তেতিয়ালৈকে আল্লাৰ অণ্বেষণৰ পৰা বিৰত নোহোৱাটো আওলীয়াৰ লক্ষণ।

৯। সকলো অৱস্থাতে প্ৰভুৰ দাস হৈ নিৰবে থকাটোৱেই দাসত্বৰ চিন।

১০। বেছি লোভী লোক আটাইতকৈ নিকৃষ্ট যিদৰে ধৈৰ্য্যশীল আৰু সত্যবাদী দৰবেশ লোক আটাইতকৈ উত্তম।

১১। প্ৰকৃত খোদাতত্ত্ববিদ লোকক কোনো বস্তুই বিপথে নিব নোৱাৰে। বৰং তেওঁৰ দ্বাৰা সকলো আন্ধাৰ দূৰ হয়।

১২। অন্তৰ শুদ্ধিৰ বাবে আল্লাই দিয়া জীৱিকাৰ মাজত থাকি এবাদত কৰাতকৈ উপকাৰী বস্তু আৰু নাই।

১৩। নিজৰ লক্ষ্য ঠিক ৰাখিবা। কাৰণ লক্ষ্য ঠিক থাকিলেই সকলো বিপদ আঁতৰি যায়। ই সকলো বস্তুৰে মূল।

১৪। আল্লাৰ এবাদতত যি সোঁৱাদ পোৱা যায় পৃথিৱীৰ কোনো বস্তুতেই সেই সোঁৱাদ নাই।

## ৩৮। হজৰত আবু হাফ্‌ছ হাদ্দাদ খোঁৰাছানী (ৰঃ)

হজৰত আবু হাফ্‌ছ হাদ্দাদ (ৰঃ) খোৰাছান প্ৰদেশৰ অধিবাসী আছিল। তেওঁ জীৱনৰ আৰম্ভণিতে কমাৰৰ কাম কৰিছিল। এবাৰ তেওঁ এজনী যুৱতীৰ প্ৰেমত আসক্ত হ'ল। তেওঁৰ মনৰ বাসনা কেনেকৈ পূৰাব পাৰে তাৰ বাবে তেওঁ উপায় বিচাৰিলে। মানুহবিলাকে তেওঁক ক'লে, "নিছাপুৰত এজন ইহুদী যাদুকৰ আছে। আপুনি তেওঁৰ ওচৰলৈ গ'লে তেওঁৰ চেষ্টাত আপোনাৰ মনোবাঞ্চা পূৰ্ণ হ'ব।" তেওঁ যেতিয়া নিছাপুৰলৈ গৈ ইহুদী যাদুকৰ জনক লগ ধৰিলে আৰু সকলোবোৰ কথা ক'লে, ইহুদী যাদুকৰ জনে কথাবোৰ শুনি ক'লে, "আপুনি চল্লিশ দিন কোনো এবাদত (আল্লাৰ উপাসনা) কৰিব

নোৱাৰিব। তেতিয়া হ'লে মই যাদু কৰি আপোনাৰ মনোবাঞ্চা পূৰ্ণ কৰিব পাৰিম।" হজৰত আবু হাফজ্ হাদ্দাদে পাৰিব বুলি সন্মতি দিলে।

এইদৰে চল্লিশ দিন যোৱাৰ পিছত তেওঁ যেতিয়া সেই ইহুদী যাদুকৰ জনৰ ওচৰলৈ আহিল যাদুকৰ জনে যাদু কাম চলালে; কিন্তু কোনো ফল নহ'ল। যাদু বিদ্যা বিফল হোৱা দেখি যাদুকৰ জনে তেওঁক সুধিলে, "আপুনি এই চল্লিশ দিনৰ ভিতৰত নিশ্চয় কিবা ভাল কাম কৰিছে। সেইটো নহ'লে কেতিয়া মোৰ যাদু বিফল হ'ব নোৱাৰে।" হজৰত আবু হাফছ্ হাদ্দাদে বহুতো চিন্তা কৰি ক'লে, "এই চল্লিশ দিনৰ ভিতৰত মই কোনো ভাল কাম কৰা বুলি মোৰ মনত নপৰে। অৱশ্যে মই এইটো মাত্ৰ জানোঁ যে ৰাস্তাত গৈ থাকোতে যেতিয়া মই কোনো পাথৰ পৰি থকা দেখিছিলোঁ ৰাস্তাৰ পথিকে তাত খুন্দা খাই কষ্ট পাব বুলি ভাবি সেইবোৰ মই ৰাস্তাৰ পৰা আঁত-ৰাই দিছিলোঁ।" যাদুকৰ জনে ক'লে, "আপুনি চল্লিশ দিন আল্লাৰ অবাধ্যতা কৰিছে। তথাপি তেওঁ আপোনাৰ এই সামান্য ভাল কামটিও বিফলে যাবলৈ দিয়া নাই। এই সামান্য পৰোপকাৰাখনিৰ কাৰণে তেওঁ অসীম দয়াৰে আপোনাক পাপৰপৰা বচালে। গতিকে আপুনি দুনাই তেওঁৰ মনত দুখ নিদিব।" যাদুকৰৰ মুখত এই কথা শুনি তেওঁৰ অন্তৰত অনুতাপৰ জুই জ্বলি উঠিল। তেওঁ আৰু কেতিয়াও কুকাম নকৰিব বুলি যাদুকৰজনৰ আগত তৌবাহ (অনুতাপ) কৰিলে আৰু ঘৰলৈ উভতি গৈ কমাৰৰ কামত মগ্ন হ'ল। তেওঁৰ এই ঘটনাটি তেওঁ কাৰো আগত প্ৰকাশ নকৰি নিতৌ এটিকৈ সোণৰ মুদ্ৰা উপাৰ্জন কৰাত লাগি গ'ল। তেওঁ দিনত যিখিনি উপাৰ্জন কৰিছিল তাৰে আধা তেওঁ দুখীয়া আৰু অভাৱগ্ৰস্ত লোকসকলক দান কৰি দিছিল আৰু বাকী আধাৰে কটী কিনি আনি নিজে খাইছিল।

এদিনাখন এজন অন্ধই তেওঁৰ দোকানৰ ওচৰেদি গৈ থাকোতে কোৰ্‌আন শ্বৰীফৰ এই আয়াতটি পঢ়ি যোৱা তেওঁ শুনিবলৈ পালে, "কিয়ামতৰ (পুনঃপৰুত্থানৰ) দিনা, যিটো সিহঁতে ধাৰণাও কৰিব নোৱাৰে, আল্লাৰ পক্ষৰ পৰা সেইটো প্ৰকাশ পাব।" এইটো শুনি তেওঁ তন্ময় হৈ পৰিল। অলপ পিছত যেতিয়া তেওঁৰ হঁচ আহিল তেওঁ দোকান বন্ধ কৰি দিলে আৰু নিৰ্জনতাৰ আশ্ৰয় লৈ কঠোৰ সাধনাত মগ্ন হ'ল।

এদিনাখন তেওঁ কেইজনমান বন্ধু লগত লৈ এখন হাবিলৈ গ'ল। হাবিত তেওঁ আনন্দ মনেৰে বন্ধুসকলৰ লগত বহি কিছুমান ধৰ্মীয় বিষয় আলোচনা কৰি আছিল। এনেতে হাবিৰ মাজৰপৰা এটি হৰিণ ওলাই আহি তেওঁৰ কোলাত মূৰটো থলে। এইটো দেখি তেওঁ বেহুঁচ হৈ মাটিত বাগৰি পৰিল। এই সুযোগতে হৰিনাটি হাবিলৈ গুচি গ'ল। অলপ পিছত যেতিয়া তেওঁ হুঁচ পালে তেওঁৰ বন্ধু-সকলে তেওঁক সুধিলে, "এইটো কেনেকুৱা কথা হ'ল?" তেওঁ ক'লে, "অলপ আগেয়ে মই ৰিপুৰ তাড়নাত মনে মনে কৈছিলোঁ যে মোৰ এটি ছাগলি থকা হ'লে ইয়াৰ মাংস মই বন্ধুসকলৰ লগত খাব পাৰিলোহেঁতেন আৰু বন্ধুসকলেও খাই তৃপ্তি পালেহেঁতেন। এইদৰে ভবাৰ লগে লগে ছাগলীৰ পৰিবৰ্তে এই হৰিণাটি আহি উপস্থিত হ'ল।" তেওঁ কি কাৰণে বেহুঁচ হৈ পৰি গৈছিল সেই বিষয়ে বন্ধুসকলে তেওঁক সোধাত তেওঁ ক'লে, "তোমালোকে নাজানা যে হৰিণক মোৰ কোলাত স্থান দিয়া আৰু মোক আল্লাৰ দয়াৰ পৰা বাহিৰ কৰি উলিয়াই দিয়া একে কথা। কাৰণ আল্লাই পৰীক্ষা কৰিবলৈ মানুহক ধন দৌলত আৰু ক্ষমতা দান কৰে। যদি আল্লাই ফেৰাউনৰ মনৰ গতি সৎ কামৰ পিনে চাল খুৱাবলৈ ইচ্ছা কৰিলেহেঁতেন তেন্তে তেওঁৰ ইচ্ছা অনুযায়ী নীল্ল নদীক বোৱাই নিদিলেহেঁতেন।"

তেওঁ সত্যবাদী আৰু সাধনাত এজন শ্ৰেষ্ঠ দৰবেশ আছিল। সেই সময়ত সাধনা আৰু অলৌলিকক শক্তিত তেওঁৰ সমকক্ষ কোনো নাছিল। তেওঁ হজৰত আবু ওছমান জৰ্ৰী (ৰঃ)-ৰ গুৰু আছিল। বিখ্যাত দৰবেশ হজৰত ছাহ ছুজাই তেওঁক দেখা কৰিবলৈ কেৰ্মানৰ পৰা খোৰছানলৈ আহিছিল আৰু তেওঁৰ লগত থাকি বহুতো শিক্ষা লাভ কৰিছিল। তেওঁৰ প্ৰতি তেওঁৰ শিষ্যসকলৰ ইমান ভয় আৰু ভক্তি আছিল যে কোনেও তেওঁৰ ওচৰত কথা কবলৈ সাহ কৰা নাছিল।

তেওঁ আৰবী ভাষা নাজানিছিল। তেওঁ মক্কা শ্বৰীফলৈ যাত্ৰা কৰি যেতিয়া বাগদাদত আহি উপস্থিত হ'ল তেতিয়া তেওঁৰ শিষ্য সকলে কোৱা কুই কৰিবলৈ ধৰিলে, "এজন অনুবাদক (দোভাষী) থকা হ'লে ভাল হ'লহেঁতেন, যাতে ইয়াৰ লোকসকলে তেওঁৰ কথা বুজিব পাৰে।" বাগদাদৰ অধিবাসী হজৰত জুনায়েদ বাগদাদীয়ে তেওঁৰ আগমণৰ বাতৰি পাই তেওঁক সমাদৰ কৰি আনিবলৈ তেওঁৰ শিষ্য-সকলক পঠালে। তেওঁ আহিয়ে হজৰত জুনায়েদ বাগদাদীৰ লগত

আৰবী ভাষাত কথা কবলৈ আৰম্ভ কৰিলে। তেওঁৰ মুখত বিশুদ্ধ আৰু প্ৰাঞ্জল আৰবী ভাষা শুনি সকলোৰে আচৰিত হ'ল।

এদিনাখন তেওঁ হজৰত জুনায়েদ বাগদাদীক ক'লে, "আপুনি এক ডেকচি হালুৱা তৈয়াৰ কৰাই এজন চাকৰৰ দ্বাৰাই পঠাই দিয়ক। চাকৰটোৱে হালুৱা ডেকচি লৈ গৈ ভাগৰ লাগি যি ঠাইত বহিব তাৰ নিচেই ওচৰত থকা ঘৰটোৰ মালিকক হালুৱা ডেকচি দি আহিব।" হজৰত জুনায়েদ বাগদাদীয়ে তাকে কৰিলে। চাকৰটোৱে হালুৱা ডেকচি মূৰত লৈ যাত্ৰা কৰিলে। তাৰ লগত তেওঁৰ এজন শিষ্যও গ'ল। শিষ্যজনে কয় যে চাকৰটোৰ গৈ গৈ যেতিয়া ভাগৰ লাগিল সি অৰণ্যই এটা ঘৰৰ সন্মুখত বহি পৰিল। সি ঘৰৰ মালিকক বাহিৰৰ পৰা মাতিলত এজন বুঢ়াই ভিতৰৰ পৰা মাত দি ক'লে, "তুমি কোন? তুমি যদি হালুৱা আনিছা তেন্তে দুৱাৰ মেলি দিম নহ'লে দুৱাৰ মেলি দিয়া নহব। আজিৰ পৰা বহুত দিন আগেয়ে মোৰ এটি লৰাই মোৰ ওচৰত হালুৱা বিচাৰিছিল। কালি মোনাজাত (আল্লাৰ ওচৰত প্ৰাৰ্থনা) কৰাৰ সময়ত সেই কথাটো মনত পৰিল আৰু মই কলোঁ যে আল্লাৰ ইচ্ছা হ'লে সেই হালুৱা আপোনা আপুনি আহি উপস্থিত হ'ব। তাৰ পিছত তোমালোকৰ মাত শুনি বুজিলোঁ যে আল্লাই হয়তো হালুৱা পঠাইছে।" তেওঁলোকে এইটো শুনি হালুৱা থিনি বুঢ়াটোক দি উভতি আহিল।

তাৰপিছত তেওঁ মক্কা শ্বৰীফলৈ গ'ল। তাত বহুতো দুখীয়া আৰু নিছলা লোকক অনাহাৰে থকা দেখি তেওঁলোকক কিছু দান কৰিবলৈ তেওঁ ইচ্ছা কৰিলে। সেই মুহূৰ্ত্তত এজন অপৰিচিত লোক আহি এক বস্তা 'আছৰফী' তেওঁক দি গ'ল। তেওঁ সেইবোৰ দুখীয়া নিছলা লোকসকলক দান কৰিলে আৰু হজ্জৰ কাম শেষ কৰি বাগদাদলৈ উভতি আহিল। তাত তেওঁ হজৰত আবুবাকাৰ ছিব্‌লী (ৰঃ)-ৰ ঘৰত চাৰি মাহ আলহী হিচাবে থাকি ইছলাম প্ৰচাৰ কৰিলে।

যেতিয়া মানুহে তেওঁক সুধিছিল যে আওলীয়া সকলে নিৰবে থকাটো ভাল নে কথা কোৱাটো ভাল। তেওঁ কৈছিল যে যদি বাকপটু লোকে যেছি কথাৰ অপকাৰিতা আৰু নিৰবে থকাৰ উপকাৰিতা আৰু সোৱাদ বুজিলেহেঁতেন তেন্তে হজৰত নূহ (আঃ)-ৰ দুগুণ আয়ুস পালেও পৃথিৱীত নিৰবে থাকিবলৈ তেওঁলোকে ইচ্ছা কৰিলেহেঁতেন।

যেতিয়া মানুহে তেওঁক সুধিছিল যে তেওঁ কেতিয়া আল্লাৰ পিনে

মুখ কৰিছে তেওঁ কৈছিল, "ধনীৰ ওচৰত ফকীৰ থিয় উদ্দেশ্যে উপস্থিত হয় আমাৰো সেই একেই উদ্দেশ্য।"

তেওঁৰ কেইটামান সদুপদেশ তলত দিয়া হ'ল ঃ—

১। যিয়ে নিজৰ কাম-কাজবোৰ কোৰ্‌আন আৰু হাদিছৰ পাল্লাত ওজন নকৰে আৰু নিজৰ মতলব মতে চলে তেওঁক তুমি মানুহ বুলি গণ্য নকৰিবা।

২। পৃথিৱীক তুমি শত্রু বুলি জানিবা। কাৰণ ই এখন এনেকুৱা জঘন্য ঠাই যে ই মানুহক প্ৰত্যেক মুহূৰ্ত্তে নতুন নতুন পাপত জড়িত কৰে।

৩। যিয়ে নিজকে নিৰ্মল বুলি ভাবে তেওঁ ধ্বংস হয়।

৪। যিয়ে নিজকে পাপী বুলি নাভাবে তেওঁ অহঙ্কাৰী।

৫। আল্লাৰ ভয় হৈছে মনৰ প্ৰদীপ। এই প্ৰদীপৰ পোহৰত মনৰ দোষ গুণ দেখা যায়।

৬। আনৰপৰা কিছু গ্ৰহণ কৰাতকৈ আনক কিছু দান কৰাটো যাৰ ওচৰত শ্ৰেয় নহয় তেওঁৰ পক্ষে ফকীৰি কৰাটো মিছা।

৭। যিয়ে দান কৰে কিন্তু গ্ৰহণ নকৰে তেওঁ পুৰুষ, যিয়ে দান কৰি প্ৰতিদান গ্ৰহণ কৰে তেওঁ আধা পুৰুষ আৰু যিয়ে দান নকৰি কেৱল গ্ৰহণহে কৰে তেওঁ মানুহ নহয়—সেইজন হৃদয়হীন মাটিৰ মূৰ্তিৰ দৰে।

৮। আল্লাৰ লগত সাক্ষাৎ কৰাটোহে সাধকৰ প্ৰধান লক্ষ্য।

৯। জাহেৰী (বাহ্যিক) এবাদত আনন্দময়; কিন্তু ই অহঙ্কাৰ আনে। কাৰণ, এবাদতৰ (উপসানাৰ) কাৰণে মনত আনন্দ আছে যে তেওঁ আনতকৈ আগুৱাই গৈছে।

১০। কৰ্মত শৰীৰৰ জ্যোতি আৰু বিশ্বাসত আত্মাৰ জ্যোতি বাঢ়ে।

১১। খাঁটি হালাল (বিধেয়) খাদ্যতহে ধাৰ্মিকতা নিহিত আছে।

১২। পুংখানুপুংখ ভাবে কোৰ্‌আন হাদিছৰ ৰীতি-নীতিবোৰ অনুসৰণ কৰাটোহে প্ৰকৃত ফকিৰি।

১৩। মৃত্যুৰ সময়ত নিজৰ পাপবোৰৰ কাৰণে তৌবাহ কৰি (অনুতপ্তহে) নিজৰ মনক গলাই দিয়াটো কৰ্তব্য।

১৪। যিয়ে নিজৰ হৃদয়ক আল্লাত বিলীন কৰিবলৈ বিচাৰে তেওঁ যেন আওলীয়া দৰবেশ-সকলৰ সংস্ৰৱত মগ্ন হৈ থাকে।

১৫। খোদা প্ৰেমিকসকল কেৱল মৃত্যুৰ সময়তহে আনন্দিত হয়।

১৬। তুমি এথন দুৱাৰত আশ্ৰয় প্ৰাৰ্থী হবা, তেতিয়া দেখিবা যে তোমাৰ কাৰণে সকলোবোৰ দুৱাৰেই মুকলি হৈ গৈছে। তুমি এজন নায়ক লবা, তেতিয়া দেখিবা যে পৃথিবীৰ আটাইবোৰ নায়কে তোমাৰ সম্মুখত মুৰ দোৱাব।

## ৩১। হজৰত হাম্‌দুন্ কাচ্ছাৰ (ৰঃ)।

হজৰত হাম্‌দুন্ কাচ্ছাৰ (ৰঃ) নিছাপুৰৰ অধিবাসী আছিল। কাচ্ছাৰ মানে ধোবা। তেওঁৰ শিষ্যসকলক কাচ্ছাৰী বুলি মতা হৈছিল। ধোবাই যিদৰে কাপোৰ ধুই নিকা কৰে এওঁলোকেও কোৰ্‌আন আৰু হদিছৰ বিধান অনুযায়ী নিজৰ চৰিত্ৰ আৰু চিওক সংশোধন কৰি পৱিত্ৰ আৰু বিশুদ্ধ কৰি লৈছিল। সেই কাৰণেই এওঁলোক 'কাচ্ছাৰী' বুলি অভিহিত হৈছিল।

হজৰত হাম্‌দুন কাচ্ছাৰ সেই সময়ত এজন নামজ্বলা দৰবেশ আছিল। তেওঁ হদিছ আৰু ফেকাহ শাস্ত্ৰত অসাধাৰণ জ্ঞানী লোক আছিল। তেওঁ সদায় নিজৰ দোষ-ত্ৰুটিৰ প্ৰতি লক্ষ্য ৰাখিছিল। তেওঁ সাধনাত এনেকুৱা নিষ্ঠাবান আছিল যে তওঁ সেই সময়ৰ দৰবেশ-সকলৰ নেতা হ'ব পাৰিছিল। তেওঁৰ কথাবোৰ বৰ হৃদয়স্পৰ্শী আছিল, কিন্তু লোকসমাজত তেওঁ পৰিচয় দিয়া নাছিল। তেওঁ হজৰত আবু তোৰাব বখ্‌ছীৰ শিষ্য আছিল আৰু তেওঁ হজৰত চুফীয়ান ছাওৰীৰ মত অৱলম্বন কৰি চলিছিল। তেওঁৰ হজৰত আবদুল্লাহ মোবাৰক, আদি কৰি বহুতো শিষ্য আছিল।

তেওঁ যে অতি ধৰ্ম-ভীৰু লোক আছিল তলত উল্লেখ কৰা ঘটনা-টোৰ পৰাই বেছ বুজা যায়। এদিনাখন ৰাতি তেওঁ তেওঁৰ এজন বন্ধুৰ মৃত্যু শয্যাৰ কাষত বহি তেওঁৰ শুশ্ৰূষা কৰি আছিল। অলপ পিছত যেতিয়া তেওঁৰ বন্ধুজনৰ মৃত্যু হ'ল তেওঁ লগে লগে ওচৰত থকা বন্তিটো নুমাই দিলে। মানুহবিলাকে আচৰিত হৈ এই বিষয়ে তেওঁক সুধিলত তেওঁ ক'লে, "বন্ধুৰ মৃত্যুৰ পিছত গোটেই সম্পতিৰ মালিক হৈছে তেওঁৰ অনাথ পুত্ৰ আৰু কন্যা। গতিকে এই অনাথ পুত্ৰ আৰু

কন্যাৰ অৰ্থাৎ এতিমৰ তেল খৰচ কৰি বন্তি জ্বলোৱাটো মোৰ পক্ষে বৈধ নহয় ।

যেতিয়া তেওঁৰ সুনাম আৰু সুখ্যাতি চাৰিও পিনে বিয়পি পৰিল তেতিয়া নিছাপুৰৰ ইমাম আৰু দৰবেশসকলে তেওঁক ক'লে, "আপোনাৰ কথাই জনসাধাৰণৰ অন্তৰত বেছ ক্ৰিয়া কৰিছে। গতিকে সভাত ভাষণ দি জনসাধাৰণক সৎপথলৈ আহ্বান কৰাটো উচিত হ'ব।" তেওঁ ক'লে, "মোৰ মন এতিয়াও সংসাৰৰ প্ৰতি আসক্ত। গতিকে মোৰ ভাষণে কাৰো মনত ক্ৰিয়া নকৰিব। যেতিয়া ভাষণে কাৰো মনত ক্ৰিয়া নকৰে তেতিয়া সেই ভাষণৰদ্বাৰা নিজৰ জ্ঞানক উপহাসহে কৰা হয় আৰু শ্বৰীয়তক (ইছলামিক সাংবিধানক) তুচ্ছ জ্ঞান কৰা হয়।" যেতিয়া মানুহে তেওঁক সুধিছিল হে অতীত কালত আওলীয়াসকলৰ বাণী কিয় বেছি ফলদায়ক হৈছিল তেওঁ কৈছিল, "তেওঁলোকে ইছলামৰ সন্মান বৃদ্ধি, নিজৰ মুক্তি আৰু আল্লাৰ সন্তুষ্টিৰ বাবে কথা কৈছিল। কিন্তু আমি বৰ্তমান কালত নিজৰ সন্মান বৃদ্ধি, পাৰ্থিব স্বাৰ্থসিদ্ধি আৰু মানুহৰ সন্তুষ্টিৰ কাৰণেহে কথা কওঁ।"

মৃত্যুৰ সময়ত তেওঁ ক'লে, "মোৰ মৃত্যু হ'লে তিৰোতাসকলৰ মাজত মোক নথবা।" এই বুলি কৈয়ে তেওঁ ২১৯ হিজৰীত শেষ নিঃশ্বাস ত্যাগ কৰিলে ।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ

১। খিয়ে নিৰবে বহি থাকিলে ধৰ্ম লোপ পায় আৰু মানুহক উপদেশ আদি দিলে ধৰ্ম ৰক্ষা হয় তেওঁৰ পক্ষে সদুপদেশ দিয়াটো এটা কৰ্তব্য ।

২। কোনেও জ্ঞানৰ এনেকুৱা কথা কোৱা উচিত নহয় যিটো আনৰ ওচৰত নিষ্ফল হয় ।

৩। কাৰো ওপৰত যেতিয়ালৈকে কথা কোৱাটো ফৰজ বা ওৱাজিব (কৰ্তব্য) নহয় তেতিয়ালৈকে তেওঁৰ পক্ষে কথা কোৱাটো উচিত নহয় ।

৪। লৌকিক শিক্ষাতকৈ মা'ৰেফাত (খোদাতত্ব) শীক্ষা তোমাৰ ওচৰত বেছি আদৰণীয় হোৱা কৰ্তব্য ।

৫। যাহেৰীত (বাহ্যিকত) কৈ বাতেনী (গোপনে) আল্লাৰ লগত তোমাৰ সম্বন্ধ ৰক্ষা কৰা কৰ্তব্য ।

৬। যিয়ে নিজৰ অন্তৰৰ অৱস্থা অনুষ্ঠান কৰে তেওঁ নিজৰ বাহ্যিক অৱস্থাৰ সংবাদ দিব নোৱাৰে।

৭। গোপন কথা আন কাৰো ওচৰত প্ৰকাশ নকৰিবা।

৮। যিয়ে নিজৰ ৰিপুক ভাল বুলি ভাবে তেওঁ ইয়াৰদ্বাৰা অহঙ্কাৰ প্ৰকাশ কৰি দোজখী ( নৰকী ) হয়।

৯। যদি তুমি কোনো পদগীক মতলীয়া অৱস্থাত দেখা তেন্তে তাক ঘৃণা কৰি গালি নাপাৰিবা। কাৰণ, ইয়াৰদ্বাৰা তোমাৰ বিপদ হ'বপাৰে।

১০। যেতিয়া মানুহে শান্তি আৰু সুখৰ নিৰ্মল পথটি এৰি কুকামত লিপ্ত হয় তেতিয়াই তেওঁ নিন্দাৰ উপযোগী হয়।

১১। ঔদান্যতাতকৈ সৎ স্বভাৱ আৰু একো নাই। কৃপণতা হৈছে অসৎ স্বভাৱ।

১২। ফকীৰ বা আওলীয়াসকল যেতিয়ালৈকে বিনয়ী আৰু নম্ৰ হৈ থাকে তেতিয়ালৈকে আল্লাৰ দৰবাৰত তেওঁলোকৰ মৰ্য্যাদা থাকে। যেতিয়া তেওঁলোকে নিজৰ অৱস্থাৰ বিষয়ে অহঙ্কাৰ কৰে তেতিয়া তেওঁলোক ধনী অহঙ্কাৰী লোকতকৈও বেছি সাংঘাতিক হয়।

১৩। অতি ভোজন সকলো ৰোগৰ মূল।

১৪। পাৰ্থিব লোভে যাক পৰকালৰপৰা বিমুখ কৰিছে তেওঁ ইহকালতে হ'ক বা পৰকালতে হ'ক নিশ্চয় হেয় আৰু ঘৃণিত হ'ব।

১৫। তুমি পাৰ্থিব বস্তুবোৰক তুচ্ছ জ্ঞান কৰিবা, তেতিয়া হ'লে তুমি আনৰ চকুত মহান বুলি সন্মানিত হবা।

১৬। আল্লাৰ ওপৰত পূৰা বিশ্বাস আৰু ভৰসা ৰখাৰ নামেই নিৰ্ভৰশীলতা। যদি তোমাৰ দহ হাজাৰ দিৰহামো ঋণ থাকে আৰু পৰিশোধ কৰিবলৈ কোনো উপায় নাথাকে তথাপি তুমি আল্লাৰ দৰবাৰত নিৰাশ নহবা।

১৭। যিসকলে বিপদত পৰি ধৈৰ্য্যচ্যুত হয় তেওঁলোকেহে আল্লাৰ ওপৰত দোষাৰোপ কৰে।

১৮। চয়তান আৰু তাৰ লগৰীয়াসকল এই তিনিটা বিষয়ত যিমান সন্তুষ্ট হয় আন একোতে সিমান সন্তুষ্ট নহয়—(১) কোনোবা মুছলমানক হত্যা কৰিলে, (২) কাফেৰ ( নাস্তিক ) অৱস্থাত মৰিলে, (৩) দৰবেশী বিষয়ত যাৰ মনত ভয় হয়।

১৯। চতুৰালিৰদ্বাৰা নিজৰ মনত অহঙ্কাৰ ভাব জন্মে। বেছি ভাল চতুৰ লোকেই ধৰ্মৰ পথৰপৰা দূৰলৈ আঁতৰি যায়।

২০। যিয়ে ভাবে যে পাপী ফেৰাউনতকৈ তেওঁৰ জীৱন শ্ৰেষ্ঠ এইটোৱো তেওঁৰ অহঙ্কাৰৰ পৰিচয়।

## ৪০। হজৰত মানছুৰ আম্মাৰ ( ৰঃ )।

হজৰত মানছুৰ আম্মাৰ ( ৰঃ ) ইৰাকৰ অধিবাসী আছিল। কিছুমানৰ মতে মাৰভ নগৰত আৰু কিছুমানৰ মতে তেওঁ বুছেঞ্চ চহৰত জন্ম গ্ৰহণ কৰিছিল। পিছত তেওঁ বাছাৰাত স্থায়ীভাবে বসতি কৰিছিল। তেওঁ মা'ৰেফাতৰ ( খোদাতত্ত্ব জ্ঞানৰ ) পথ প্ৰদৰ্শক আৰু অদ্বিতীয় বক্তা আছিল। সেইসময়ত তেওঁৰ নিচিনা সুবক্তা আৰু নানা বিদ্যাত সুপণ্ডিত তাত আন কোনো নাছিল।

এদিনাখন তেওঁ বাটত এটুকুৰা কাগজ পৰি থকা দেখা পালে। ইয়াত 'বিছমিল্লাহিৰ ৰাহমানিৰ ৰাহিম' কথাষাৰ লিখা আছিল। তেওঁ তৎক্ষণাৎ কাগজ টুকুৰা বুটলি ল'লে; কিন্তু ইয়াক থবলৈ এনেকুৱা কোনো এডোখৰ পবিত্ৰ ঠাই তেওঁ বিচাৰি নাপালে, য'ত কাগজ টুকুৰা থব পাৰে। অৱশেষত তেওঁ কাগজ টুকুৰা এটি গুলি বনাই গিলি থলে। সেই ৰাতিয়ে তেওঁ সপোনত দেখিলে কোনোবাই যেন তেওঁক কৈছে, "হে মানছুৰ! তুমি আজি মোৰ নামটিক যি সম্মান দেখুৱালা তাৰ বাবে মই সন্তুষ্ট হৈ তোমাৰ অন্তৰত মা'ৰেফাতৰ ( খোদাতত্ত্ব জ্ঞানৰ ) দুৱাৰ মুকলি কৰি দিলোঁ।". ইয়াৰ পিছত তেওঁ বহুত দিন এবাদতত ( আল্লাৰ উপাসনাত ) মগ্ন থাকিল আৰু বক্তৃতাত আত্ম নিয়োগ কৰিলে।

এদিনাখন এজন অত্যাচাৰী ধনী মানুহে তেওঁৰ এটা গোলামক চাৰিটা দিৰহাম দি বজাৰৰপৰা কিছু মিঠাই আৰু আন আন বস্তু কিনি আনিবলৈ পঠালে। সেইসময়ত হজৰত মানছুৰ আম্মাৰে এখন জনসভাত বক্তৃতা দি আছিল। গোলামটোৱে সেই পিনেদি গৈ থাকোতে হজৰত মানছুৰ আম্মাৰৰ বক্তৃতা শুনি সভাত ৰহিল। এনেতে হজৰত মানছুৰ আম্মাৰে এজন দৰবেশৰ কাৰণে উপস্থিত লোকসকলক অনুৰোধ কৰি ক'লে, "এই সভাত এনেকুৱা কোন আছে, যিয়ে এই দৰবেশজনক চাৰিটা দিৰহাম দান কৰিব পাৰে? মই তেওঁৰ কাৰণে চাৰিটা দোৱা কৰিম।" গোলামটোৱে ভাবিলে, "মোৰ কাৰণে ইয়াতকৈ আৰু উত্তম সুযোগ কি হ'ব পাৰে যে চাৰিটা

দোৱা ( আশীৰ্বাদ ) পাব পাৰি ?" গোলামটোৱে তেতিয়াই সেই চাৰিটা দিৰহাম দৰবেশজনক দান কৰিলে।

হজৰত মানুছৰ আম্মাৰে গোলামটো সুধিলে, "তোমাক কি কি দোৱা লাগে কোৱা।" গোলামটোৱে ক'লে, "প্ৰথমে মোক লাগে মুক্তি। মোক গোলামৰ পৰা মুক্তি দিয়ে। দ্বিতীয়তে আল্লাই যেন মোৰ মালিকে যেন মোৰ মালিকক অন্যায় কামবোৰৰপৰা ঘূৰাই আনি সুপথ দেখুৱাই দিয়ে আৰু তৌবাহ ( অনুতাপ ) কৰিবলৈ তেওঁক শক্তি দিয়ে। তৃতীয়তে মোৰ এই চাৰিটা দিৰহামৰ পৰিবৰ্তে মই যেন আৰু চাৰিটা দিৰহাম পাওঁ যাতে মালিকৰ কাৰণে মিঠাই আৰু আন কিছুমান বস্তু কিনি নিব পাৰোঁ। চতুৰ্থতে মোৰ প্ৰতি, মোৰ মালিকৰ প্ৰতি, আপোনাৰ প্ৰতি আৰুসভাত উপস্থিত থকা লোকসকলৰ প্ৰতি আল্লাই যেন দয়া বৰষায়।"

হজৰত মানুছৰ আম্মাৰে গোলামটোৰ ইচ্ছা অনুযায়ী চাৰিটা দোৱা কৰিলে। তাৰপিছত সভা ভংগ হ'ল আৰু গোলামটি মালিকৰ ঘৰলৈ গ'ল। মালিকে গোলামটিক সুধিলে, "তোমাৰ ইমান পলম হ'ল কিয় আৰু তুমি বজাৰৰপৰা কি আনিলা ?" গোলামটিয়ে মালিকৰ আগত আটাইবোৰ কথা বৰ্ণনা কৰি ক'লে। মালিকে শুনি বৰ সন্তোষ পালে। তেওঁ তেতিয়াই গোলামটিক চাৰিশ দিৰহাম উপহাৰ দি মুক্তি দিলে আৰু নিজেও তৌবাহ কৰি ( অনুতপ্ত হৈ ) সকলোবোৰ অন্যায় কাম ত্যাগ কৰিলে।

এদিনাখন হজৰত মানুছৰ আম্মাৰে ৰাস্তাইদি গৈ থাকোতে এটা ঘৰৰ সন্মুখত উপস্থিত হ'ল। তাত দেখিলে যে এজন মানুহে মোনাজাত কৰি কৈছে, "হে আল্লাহ ! মই যি পাপ কৰিছোঁ সেইটো তোমাৰ অবাধ্যতাৰ কাৰণে হোৱা নহয়। বৰং ই মোৰ ৰিপুৰ তাড়নাত হৈছিল। ৰিপুই মোক ভুল পথেদি নিছিল আৰু চয়তানে সেইটোত সহায় কৰিছিল। গতিকে তুমি মোক ক্ষমা নকৰিলে মোৰ কোনো উপায় নাই।" এইকথা শুনি তেওঁ কান্দি পেলালে আৰু কোৰআন শৰীফৰ এই আয়াতটি পঢ়িলে, "হে বিশ্বাসকাৰীসকল ! তোমালোকে নিজক আৰু নিজৰ পৰিয়ালক দোজখৰ জুইৰ পৰা ৰক্ষা কৰা, যাৰ খাদি হ'ব মানুহ আৰু শিলৰ মূৰ্তিবোৰ।" এই আয়াতটি পঢ়া শুনি সেই ঘৰৰ এটি ল'ৰা আল্লাৰ ভয়তে কান্দি কান্দি বেহুঁচ হৈ পৰি গ'ল আৰু সেইভাবে তাৰ মৃত্যু হ'ল।

এদিনাখন খলিফা হাৰুনৰ ৰছীদে তেওঁক সুধিলে, "মানুহৰ ভিতৰত আটাইতকৈ জ্ঞানী কোন আৰু আটাইতকৈ মূৰ্খ কোন তেওঁ উত্তৰ দি ক'লে, "যিজন লোক আল্লাৰ অনুগত আৰু আল্লাৰ ভয়ত ভীত তেওঁহে আটাইকৈ জ্ঞানী আৰু যিজন লোক সকলো প্ৰকাৰ পাপত লিপ্ত আৰু আল্লাক ভয় নকৰি সদায় নিশ্চিন্ত তেওঁ আটাইতকৈ মূৰ্খ।

তেওঁৰ মৃত্যুৰ পিছত হজৰত আবুল হুছেন ছা'ৰাণীয়ে সপোনত দেখিলে যে আল্লাই তেওঁৰ উপদেশবোৰত সন্তুষ্ট হৈ ফেৰেস্তাসকলক হুকুম দিলে, "এওঁৰ কাৰণে এখন আসন পাতি দিয়া যাতে এওঁ পৃথিৱীত থাকোতে মানুহৰ মাজত যিদৰে মোৰ গুণ গৰিমা প্ৰচাৰ কৰিছিল সেইদৰে আকাশতো যাতে ফেৰেস্তাসকলৰ মাজত মোৰ গুণ গৰিমা প্ৰচাৰ কৰিব পাৰে।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ—

১। সেইজন লোক চিৰ সুখী যিয়ে ৰাতিপুৱা সোণকালে উঠি আল্লাৰ এবাদত (উপাসনা) কৰে, দৰবেশী কামনা কৰি নিৰ্জন ভুমিত বাস কৰে, পৰকালৰ পিনে সম্পূৰ্ণ লক্ষ্য ৰাখি মৃত্যুৰ বিষয়ে চিন্তা কৰে আৰু তৌবাহ্ কৰি (অনুতপ্ত হৈ) আল্লাৰ কৰুণা লাভৰ আশা কৰে।

২। পোণ প্ৰথমে মানুহৰ অন্তৰ সম্পূৰ্ণ পবিত্ৰ থাকে। তাৰপিছত পাৰ্থিব পাপৰ ক'লা ছায়া ইয়াৰ ওপৰত পৰিলে ইয়াক আন্ধাৰে ঢাকি পেলায়। যিদৰে বেলিৰ পোহৰত জোনটি আলোকিত হয়, কিন্তু দুয়োৰে মাজত পৃথিৱী আহি উপস্থিত হ'লে জোনটি ক'লা হৈ যায় সেইদৰে অন্তৰৰ অৱস্থাও তেনেকুৱা হয়।

৩। আল্লাৰ বান্দা (দাস) সকলৰ কাৰণে দুখীয়াৰ পোছাক হৈছে উত্তম পোছাক আৰু খোদাতত্ত্ববিদসকলৰ কাৰণে পৰহেজগাৰিৰ (খোদা-ভীৰুতাৰ) পোছাক হৈছে আটাইতকৈ উত্তম।

৪। যিয়ে আল্লাৰ সৃষ্টবস্তুবোৰৰ আলোচনাত ব্যস্ত তেওঁ আল্লাৰ জিকিৰৰ (স্মৰণৰ) পৰা দূৰত থাকে। ৰিপুৰ বিৰুদ্ধ আচৰণ হৈছে তেওঁৰ শাস্তি।

৫। যিয়ে পাৰ্থিব বিপদত অধৈৰ্য্য হয় তেওঁ সোনকালে ধৰ্ম বিষয়ৰ বিপদত পৰে।

৬। যিয়ে পৃথিৱীৰ কামনা বাসনাবোৰ ত্যাগ কৰে তেওঁহে শোক দুখতো শান্তি লাভ কৰিব পাৰে।

৭। তুমি জিভাক শাসনত ৰাখিবা ।তেতিয়াহলে তুমি ক্ষমা প্ৰাৰ্থনাৰপৰা মুক্ত হ'ব পাৰিবা ।

৮। যিটো পাপ নকৰিবলৈ তোমাৰ ক্ষমতা আছে, অথচ যদি তুমি সেইটো পাপ কৰা তেন্তে ই অতি সৰু হ'লেও তোমাৰ কাৰণে বৰ ডাঙৰ পাপত পৰিণত হ'ব ।

## ৪১। হজৰত আহ্মদ ইব্নে আছেম এন্তাকী ( ৰঃ )

হজৰত আহ্মদ ইব্নে আছেম এন্তাকী ( ৰঃ ) এজন মহানসাধক আৰু তত্বজ্ঞ পুৰুষ আছিল। তেওঁ অতীতৰ আওলীয়াসকলৰ ভিতৰত এজন ডাঙৰ আওলীয়া আছিল। সেয়েহে হজৰত আবু ছোলাইমান দাৰায়ীয়ে তেওঁক 'জাচুচুল কুলুব' ( অন্তৰৰ গুপ্তচৰ ) বুলি মাতিছিল। তেওঁ সুদীৰ্ঘ কাল জীয়াই আছিল আৰু হজৰত হাৰেছ্ মোহাছেবীৰ শিষ্য আছিল। তেওঁ হজৰত বিছ্ৰে হাফী, হজৰত ছৰ্ৰী ছক্তী, হজৰত ফজিল, আদি আওলীয়াসকলৰ লগত থাকি বহুতো জ্ঞান লাভ কৰিছিল। তেওঁৰ কথাবোৰ অতি গুৰুত্বপূৰ্ণ আৰু আচৰিত জনক আছিল।

যেতিয়া মানুহে তেওঁক আল্লাৰ কাৰণে ব্যাকুল আছে নেকি বুলি শুধিছিল তেওঁ কৈছিল, "অদৃশ্য বস্তুৰ কাৰণেহে মানুহৰ প্ৰাণ ব্যাকুল হয়। যেতিয়া সেই অদৃশ্য বস্তু সম্মুখত আহি পৰে তেতিয়া প্ৰাণৰ ব্যাকুলতা নাথাকে। আল্লাহ সকলো সময়তে ইয়াত উপস্থিত আছে। গতিকে তেওঁৰ কাৰণে প্ৰাণত ব্যাকুলতা নাই।

যেতিয়া মানুহে তেওঁক মা'ৰেফাত ( খোদতত্বৰ ) বিষয়ে সুধিছিল তেওঁ কৈছিল যে ইয়াৰ তিনিটা শ্ৰেণী আছে—(১) সৰ্বশক্তিমান আল্লাৰ একত্ববাদত দৃঢ় থকা, (২) আল্লাৰ বাহিৰে বাকী সকলোবোৰ বস্তুৰ পৰা সকলোবোৰ সম্বন্ধ ত্যাগ কৰা, (৩) আল্লাৰ স্থান ( গৌৰৱ ) যিমান উচ্চ আৰু মহান তেওঁৰ সিমান উপাসনা কৰিব নোৱৰিম বুলি ধাৰণা কৰা।

যেতিয়া মানুহে তেওঁক খোদা প্ৰেমৰ লক্ষণ কি বুলি সুধিছিল তেওঁ কৈছিল, "এবাদতৰ ( উপাসনাৰ ) আৰু জমক কম হ'ব আৰু আল্লাৰ

জিকিৰ ( ধ্যান ) বেছি হ'ব। সকলোবোৰ চিন্তা ভাবনা এৰি অকলে নিৰ্জনত বহিব আৰু নিৰবে থাকিব। মানুহৰ লগত মিলা প্ৰীতি কম কৰিব, কোনোবাই মাতিলে নুশুনিব। কাকো ভয় নকৰিব আৰু একমাত্ৰ আল্লাৰ ওপৰতহে আশা ৰাখিব।"

তেওঁ শিষ্যসকলক এনেকুৱা ভাবে মহান উদাৰতাৰ শিক্ষা দিছিল যে তেওঁলোকৰ এজনে আনজনৰ কাৰণে সকলোবোৰ ত্যাগ কৰিব পাৰিছিল। এদিনাখন ৰাতি তেওঁৰ ঘৰত ৩৯ জন শিষ্য সৈ উপস্থিত হ'ল। তেওঁৰ ঘৰত অলপ ৰুটী আছিল। তেওঁ সেই ৰুটী কেইখন ফালিলে আৰু প্ৰত্যেকৰ সন্মুখত এটিকৈ টুকুৰা থৈ তেওঁ খাবলৈ দিলে আৰু চাকিটো আঁতৰাই থলে। অলপ পিছত যেতিয়া চাকিটো তালৈ অনা হ'ল তেতিয়া দেখা গ'ল যে ৰুটীৰ টুকুৰাবোৰ সেই অৱস্থাতে প্ৰত্যেকৰ সন্মুখত পৰি আছে। কোনেও সেইবোৰ খোৱা নাই। তেওঁলোকৰ প্ৰত্যেকে ভাবিছিল যে আনে সেইবোৰ খাই ভোক নিবাৰণ কৰক।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ—

১। যিজন লোক আল্লাৰ কৰুণাৰ আশাবাদী কিন্তু অন্বেষণ কাৰী নহয় তেওঁ মিছলীয়া আৰু যিজনে আল্লাক ভয় কৰে বুলি মুখেৰে কয়, অথচ আল্লাৰ ভয়ত নাকান্দে তেৱোঁ মিছলীয়া।

২। তুমি মা'ৰেফাতৰ ( খোদাতত্ত্ব জ্ঞানৰ ) জ্ঞানী দৰবেশৰ লগত বাস কৰিবা। কাৰণ, তেওঁলোকে অন্তৰৰ কথা জানে আৰু অন্তৰৰ ভিতৰত কি আছে দেখে।

৩। যেতিয়া মানুহে কিবা এটা ভাল কাম কৰে তেতিয়া তাৰ দ্বাৰা পৃথিৱীত আল্লাৰ দানৰ আশা আৰু পৰকালত ক্ষমাৰ আশা মনত প্ৰবল হৈ উঠে।

৪। তুমি আল্লাৰ ওপৰত নিৰ্ভৰ কৰিবা, পাৰ্থিব বস্তুবোৰৰ প্ৰতি বিমুখ হ'বা, কেৱল আল্লাৰ লগত প্ৰেম কৰিবা আৰু ধৰ্ম ৰক্ষাৰ্থে অত্যাচাৰ উৎপীড়ন নিৰবে সহ্য কৰিবা।

৫। যিয়ে যিমান তত্ত্বজ্ঞানী হয় তেওঁ সিমান খোদ-ভীৰু হয়।

৬। যেতিয়া তুমি অন্তৰ পবিত্ৰ কৰিবলৈ বিচাৰা তেতিয়া জিভাক শাসন কৰিবলৈ তুমি আল্লাৰ ওচৰত প্ৰৰ্থনা কৰিবা।

৭। আটাইতকৈ শ্ৰেষ্ঠ পবিত্ৰতা সেইটো, যিটোৱে মনৰ গৰ্ব্ব অহঙ্কাৰ, গৌৰৱ আদি দূৰ কৰে।

৮। যিয়ে কোনো সৰু পাপক সামান্য বুলি ধাৰণা কৰে, হঠাতে তেওঁ সেই পাপৰ কাৰণে ডাঙৰ বিপদত পৰে।

৯। জ্ঞানী লোক আধ্যাত্মিক চিন্তাত ডুবি থাকে আৰু সাধাৰণ লোক ভুল পথত চলে।

১০। ইল্‌মে ( জ্ঞানে ) সকলোবোৰ আমলক ( কৰ্মকে ) পথ দেখুৱায়।

১১। সঙ্কল্প এটি জেউতি, যাক আল্লাই মানুহৰ মনৰ ভিতৰত সৃজন কৰে।

১২। তুমি অন্তৰত এনেকুৱা ধাৰণা কৰিবা যে পৃথিৱীত তোমাৰ বাহিৰে আন কোনো নাই আৰু আকাশত তেওঁৰ বাহিৰে আন কোনো নাই।

১৩। জীৱনক ক্ষণস্থায়ী বুলি দৃঢ় বিশ্বাস ৰাখিবা আৰু ইয়াক অমূল্য ধন বুলি জানি ইয়াৰ সংশোধনত নিজকে নিয়োগ কৰিবা।

১৪। এই পাচটি বস্তু হৈছে অন্তৰৰ ঔষধঃ—(১) কোৰ্‌আন শ্বৰীফ পঢ়া, (২) পেট খালি ৰখা, (৩) দৰবেশৰ সংশ্ৰৱ লাভ কৰা, (৪) ৰাতি নামাজ পঢ়া, (৫) কান্দি কান্দি ব্যাকুল হৈ মোনাজাত ( প্ৰাৰ্থনা ) কৰা।

১৫। আল্লাই কোৰ্‌আনত কৈছে, "ইন্নামা আমৱালুকুম ৱা আওলাদুকুম ফিত্‌নাতুন। অৰ্থাৎ নিশ্চয় তোমালোকৰ মালবস্তুবোৰ আৰু তোমালোকৰ সন্তান সন্ততিবোৰ পৰীক্ষা বা বিপদ স্বৰূপ।" ( মৃত্যুৰ লগে লগে এইবোৰ কাঢ়ি লোৱা হ'ব আৰু এইবোৰৰ তন্ন তন্নকৈ আল্লাই হিচাপ লব।)

## ৪২। হজৰত আবদুল্লাহ খুবাইক (ৰঃ)

হজৰত আবদুল্লাহ খুবাইক ( ৰঃ ) কুফা নগৰত জন্ম গ্ৰহণ কৰিছিল। পিছত তেওঁ গৈ এন্তাকিয়া নগৰত বসতি কৰে। তেওঁ ইছলামৰ এজন উজ্জ্বল ৰত্ন আছিল আৰু সদায় তেওঁ আল্লাৰ ওপৰত

নির্ভৰশীল আওলীয়া আছিল আৰু সদায় তেওঁ হালাল ( বিধেয় ) আহাৰ খাইছিল। তেওঁ হজৰত চুফিয়ান চাওৰীৰ মতাৱলম্বী আছিল আৰু তেওঁৰ লগৰীয়াসকলৰ লগত সাক্ষাৎ কৰিছিল। তেওঁৰ বাণী আৰু উপদেশবোৰ অতি মধুৰ আৰু উচ্চ ধৰণৰ আছিল।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল :—

১। তোমালোকে চকু, জিভা, অন্তৰ আৰু ৰিপু এই চাৰিটা বস্তুৰ প্ৰতি সাৱধান হ'বা : - (১) চকুৰে হাৰাম ( নিষিদ্ধ ) বস্তুৰ প্ৰতি নজৰ নকৰিবা। (২) জিভাৰ দ্বাৰা যেই সেই কথা নকৰা, (৩) অন্তৰৰ দ্বাৰা আনৰ ক্ষতি সাধন নকৰিবা, (৪) ৰিপুৰ সন্তুষ্টিৰ বাবে কোনো বস্তু প্ৰাৰ্থনা নকৰিবা। যদি সেইবোৰ কৰা তেন্তে সেইটো তোমালোকৰ দুৰ্ভাগ্যৰ লক্ষণ।

২। আল্লাই মানুহৰ মনক তেওঁৰ জিকিৰৰ ( ধ্যান বা স্মৰণৰ ) স্থান কৰি দিছে। কিন্তু মানুহে যেতিয়া ৰিপুৰ লগত সম্বন্ধ ৰাখে তেতিয়া তেওঁৰ মনত পাৰ্থিৱ লোভ আৰু আকাংক্ষাই স্থান লাভ কৰে।

৩। যিয়ে লোভ ত্যাগ কৰে তেওঁৰ অন্তৰৰ পৰা মলিনতা দূৰ হয় আৰু নতুন জীৱন লাভ কৰে।

৪। পৰকালত যিটো বস্তু তোমাৰ ক্ষতিকৰ হ'ব তাৰ বাহিৰে আন বস্তুৰ কাৰণে তুমি দুখ আৰু চিন্তা নকৰিবা। পৰকালত যিটো বস্তুই তোমাক আনন্দ দিব তাত তুমি আনন্দ বোধ কৰিবা।

৫। যিসকলৰ অন্তৰ মৃত তেওঁলোকে আল্লাৰ পৰা পলাই থাকে। তেওঁলোক খোদা প্ৰেমিক হোৱা হ'লে গোটেই জগতে তেওঁলোকৰ লগত প্ৰেম কৰিলেহেঁতেন।

৬। যি আশাই তোমাৰ কাম সহজ কৰি দিয়ে সেই আশাহে বেছি উপকাৰী।

৭। যিয়ে বেছি মিছা কথা শুনে তেওঁৰ অন্তৰৰ পৰা এবাদাতৰ ( উপাসনাৰ ) সোৱাদ আঁতৰি যায়।

৮। যেতিয়া খোদাৰ ভয়ে তোমাক সদায় চিন্তিত ৰাখে তেতিয়া তুমি নিজেই এই বুলি অনুতপ্ত হ'বা যে তুমি গোটেই জীৱন মিছাতে কটালা। এইটো তোমাৰ কাৰণে অতি উপকাৰী বস্তু।

৯। আল্লাৰ দয়াৰ আশাবাদী ৩ প্ৰকাৰ :—(১) কিছুমানে ভাল কাম কৰে আৰু এইটো আল্লাই কবুল ( মঞ্জুৰ ) কৰিব বুলি

আশা ৰাখে, (২) কিছুমানে পাপ কৰি তৌবাহ (অনুতাপ) কৰে আৰু এইটো ক্ষমা হ'বনে নহয় সেই বিষয়ে সন্দেহত থাকে, (৩) কিছুমানে সদায় পাপ কাম কৰি থাকে আৰু আল্লাই ক্ষমা কৰিব বুলি অন্তৰত আশাও ৰাখে। এই শ্ৰেণীৰ লোক মিছলীয়া। তেওঁলোকে আল্লাৰ দয়া আশা নকৰি অন্তৰত আল্লাৰ ভয় প্ৰবল হোৱা উচিত।

১০। যদি তুমি আশা কৰা যে আল্লাৰ কামত কোনেও তোমাতকৈ বেছি অগ্ৰগামী নহক তেন্ত তুমি পাৰ্থিৱ কোনো বস্তুকে পছন্দ নকৰিবা। কাৰণ তেৱেঁই দেখোন তোমাৰ কাৰণে আটাইতকৈ উত্তম বস্তু হিচাবে আছে।

## ৪৩। হজৰত জুনায়েদ বাগদাদী (ৰঃ)

হজৰত জুনায়েদ বাগদাদী (ৰঃ) বাগদাদৰ অধিবাসী আছিল। তেওঁ বহুতো ধৰ্মীয় শাস্ত্ৰত পণ্ডিত আৰু মা'ৰেফাতৰ (তত্ত্বজ্ঞানৰ) বাদচাহ আছিল। তেওঁ জীৱনৰ আৰম্ভণিৰে পৰা শেষলৈ সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ আছিল। সকলোৰে মুখত তেওঁৰ প্ৰশংসা শুনা গৈছিল। তেওঁ চুফীসকলৰ নেতা আছিল। তেওঁক মানুহবিলাকে 'লাছানুল কওম' বা জাতিৰ মুখপাত্ৰ বুলি কৈছিল। তেওঁ শ্বৰীয়ত, তৰীকত আৰু হকীকতৰ গভীৰ জ্ঞান লাভ কৰিছিল আৰু তেওঁৰ সহায়তে মা'ৰেফাতেও বিস্তৃতি লাভ কৰিছিল।

তেওঁ হজৰত চৰ্‌ৰী চকতীৰ ভাগিনেক আছিল আৰু হজৰত হাৰেছ মোহাছেবীৰ সাক্ষাৎ লাভ কৰিছিল। তেওঁ সমাজত ইমান উচ্চ মৰ্য্যাদা লাভ কৰিছিল যে এদিনাখন এজন মানুহে হজৰত ছৰ্‌ৰী ছকতীক সুধিলে, "কোনো শিষ্য জানো গুৰুতকৈ শ্ৰেষ্ঠ হয়।" তেওঁ ক'লে, [illegible], ইয়াৰ প্ৰমাণ এই যে জুনায়েদৰ পদ মৰ্য্যাদা মোতকৈ অনেক বেছি।"

হজৰত জুনায়েদ বাগদাদী নিচেই বাল্য কালৰে পৰা তীক্ষ্ণ বুদ্ধিৰ খোদা-প্ৰেমিক লোক আছিল। এদিনাখন বাল্য কালত তেওঁ মাদ্ৰাছাৰ পৰা ঘৰলৈ আহোতে বাস্তাত দেখিলে যে তেওঁৰ পিতাকে কান্দি আছে। কাৰণ সোধাত পিতাকে ক'লে, "আজি মই জাকাতৰ কিছু মাল তোমাৰ মোমায়েৰা ছৰ্‌ৰী ছকতীলৈ পঠাইছিলোঁ। কিন্তু

তেওঁ তাক গ্ৰহণ নকৰিলে।" তেওঁ ক'লে, "পিতা! সেইবোৰ মোক দিয়ক মই এতিয়াই সেইবোৰ মোমাইক দি আহিম।" এইবুলি কৈ তেওঁ জাকাতৰ মালবোৰ লৈ মোমায়েকৰ ওচৰলৈ গ'ল আৰু মোমায়েকক তেওঁ এনেদৰে বুজালে যে মোমায়েকে সাদৰেৰে গ্ৰহণ কৰিবলৈ বাধ্য হ'ল।

হজৰত জুনায়েদ বাগদাদীৰ ৭ বছৰ বয়সত হজৰম ছৰ্‌ৰী ছক্‌তীয়ে তেওঁক হজ্জ কৰিবলৈ মক্কালৈ লৈ গৈছিল। সেইসময়ত চাৰিশ জন আওলীয়া মক্কাত জমা আছিল। এদিনাখন তাত কৃতজ্ঞতা সম্বন্ধে তেওঁলোকৰ মাজত আলোচনা হৈছিল। তেওঁলোকৰ প্ৰত্যেকে নিজৰ নিজৰ মত প্ৰকাশ কৰিলে। হজৰত ছৰ্‌ৰী ছক্‌তীয়ে তেওঁক ক'লে, "বোপা তুমিও অলপ কোৱাচোন।" তেওঁ বিনীত ভাবে ক'লে, "আল্লাই আমাক যিবোৰ নিয়ামত (অনুগ্ৰহ) দান কৰিছে সেইবোৰ পাই যেন আমি তেওঁৰ অবাধ্য নহওঁ আৰু সেইবোৰক যেন আমি পাপৰ উপকৰণ নকৰোঁ—এইটোৱেই কৃতজ্ঞতা।" তেওঁৰ এইটো কথা শুনি চাৰিশজন আওলীয়া সন্তুষ্ট হ'ল আৰু এক বাক্যে স্বীকাৰ কৰিলে যে তেওঁৰ উত্তৰ আটাইতকৈ উত্তম হৈছে।

তাৰ পিছত তেওঁ বাগদাদলৈ উভতি আহিল আৰু কাচৰ ব্যৱসায় কৰিবলৈ ধৰিলে। তেওঁ নিতৌ দোকানলৈ যায় আৰু পৰ্দাৰ আৰত থাকি চাৰিশ ৰাকাতকৈ নামাজ পঢ়ে। এইদৰে তেওঁ কেইবছৰমান ব্যৱসায় কৰি তেওঁ দোকান এৰি দিলে আৰু হজৰত ছৰ্‌ৰী ছক্‌তীৰ সন্মুখত এটি কোঠাত বহি আল্লাৰ জিকিৰ (ধ্যান) আৰু আত্ম সংযমত নিমগ্ন হ'ল। এইদৰে তেওঁ চল্লিশ বছৰ কটালে। তেওঁ ইছাৰ নামাজ পঢ়ি উঠি ওৰে ৰাতি আল্লাৰ জিকিৰত (ধ্যানত) এনেদৰে নিমগ্ন আছিল যে তেওঁ সেই অজুইদি ৰাতিপুৱা ফজৰৰ নামাজ আদায় কৰিছিল। এইদৰে চল্লিশবছৰ কটোৱাৰ পিছত তেওঁ লক্ষ্যস্থানত উপনীত হোৱা বুলি ধাৰণা কৰিলে। এনেতে অদৃশ্যৰপৰা এই বুলি এটি শব্দ তেওঁ শুনিবলৈ পালে, "হে জুনায়েদ! তুমি এতিয়ালৈ মোৰ প্ৰেমত নিজকে ডুবাই দিয়া নাই। ইয়াতকৈ আৰু কি ডাঙৰ পাপ হব পাৰে?"

তাৰ পিছত তেওঁ আকৌ সেইটো কোঠাতে নিৰ্জনে বাস কৰিবলৈ আৰম্ভ কৰিলে। তেওঁ ওৰে ৰাতি "আল্লাহ আল্লাহ" কৈ জিকিৰ

কৰি থাকে। কিছুমানে তেওঁৰ এই কামত অসন্তুষ্ট হৈ খলিফাৰ দৰবাৰত তেওঁৰ বিৰুদ্ধে গোচৰ দিলে। খলিফাই তেওঁক পৰীক্ষা কৰিবলৈ মনস্থ কৰিলে। খলিফাৰ এজনী অতি ৰূপৱতী বান্দী আছিল। খলিফাই সেই বান্দজনীক এদিনাখন ৰাতি বহুতো মূল্যবান অলঙ্কাৰ আৰু মণি মুক্তাৰে সুসজ্জিত কৰি ক'লে, "তুমি যোৱা আৰু তেওঁক ভুলাবলৈ চেষ্টা কৰা। তেওঁক কবা যে তোমাৰ বহুত ধন দৌলত আছে। গতিকে তেওঁ তোমাক গ্ৰহণ কৰিলে সেই সকলোবোৰ ধন দৌলত তেওঁ পাব।" তাৰ পিছত খলিফাই প্ৰকৃত অৱস্থা জানিবলৈ বান্দীজনীৰ লগত এজন গোলামো পঠালে।

বান্দীজনীয়ে খলিফাৰ নিৰ্দেশ অনুযায়ী হজৰত জুনায়েদ বাগ-দাদীৰ ওচৰত ৰাতি গৈ উপস্থিত হ'ল। বান্দীজনীৰ ওপৰত তেওঁৰ হঠাতে নজৰ পৰিলত লগে লগে তেওঁ তলমুৰ কৰি ৰ'ল। বান্দীজনীয়ে তেওঁক ভুলাবলৈ বহুতো চেষ্টা কৰিলে। অৱশেষত তেওঁ মুৰ দাঙি চাই উহ, উহ কৰি উঠিল। তৎক্ষণাত বান্দজনী বেহুঁচ হৈ মাটিত পৰি গ'ল আৰু সেই অৱস্থাত তাইৰ মৃত্যু হ'ল। গোলামটোৱে গৈ খলিফাক এই খবৰটি জনালে। খলিফাই হজৰত জুনায়েদ বাগদাদীৰ কোঠালৈ গৈ অতি বিনীত ভাবে ক'লে, "হুজুৰ! এনেকুৱা ৰূপৱতী মহিলাজনী ধ্বংস কৰিবলৈ কেনেকৈ আপোনাৰ হৃদয় সন্মত হ'ল?" হজৰত জুনায়েদ বাগদাদীয়ে ক'লে, আপুনি দেশৰ এজন শাসনকৰ্ত্তা হৈ মোৰ চল্লিশ বছৰৰ কঠোৰ পৰিশ্ৰম আৰু এবাদত এজনী বান্দীৰ দ্বাৰা নষ্ট হোৱাটো পছন্দ কাৰনে? মই এজন সাধাৰণ লোক। এই বিষয়ে মোৰ কৰিব লগীয়া একো নাই। মই অনুৰোধ কৰোঁ আপুনি যেন ভবিষ্যতে এনেকুৱা কাম নকৰে।"

এই ঘটনাটিৰ পিছত তেওঁৰ সুখ্যাতি পৃথিৱীৰ চৰিওপিনে বিয়পি পৰিল। বহুতে তেওঁক সভা সমিতিত ভাষণ দিবলৈ অনুৰোধ কৰিলে। আনকি তেওঁৰ গুৰু হজৰত ছৰ্‌ৰী ছক্‌তীয়েও তেওঁক ভাষণ দিবলৈ ক'লে,। তেওঁ ভয়তে ভাষণ দিবলৈ আপত্তি জনাই ক'লে, "গুৰু থাকোতে শিষ্যাই ভাল ভাষণ দিয়াটো সম্পূৰ্ণ নীতি বিৰুদ্ধ আৰু অভদ্ৰামী কাম।" তাৰ পিছত সেই ৰাতিয়ে তেওঁ সপোনত দেখিলে যে হজৰত মোহাম্মদ (ছঃ) এ তেওঁক কৈছে, "তুমি ভাষণ দিয়া।" তাৰ পিছত তেওঁ এদিনাখন সভাত উপস্থিত হৈ এটি ভাষণ

দিলে। তেওঁৰ ভাষণ শুনি ১৮ জন লোকৰ মৃত্যু হ'ল আৰু বাকী-বিলাক মানুহ বেহুঁচ হৈ মাটিত পৰি গ'ল। এদিনাখন তেওঁ ভাষণ প্ৰসঙ্গত ক'লে, "যিয়ে সোঁহাতত আল্লাৰ বাণী কোৰ্আন আৰু বাওঁ হাতৰ ৰচুলৰ বাণী হাদিছ লৈ এই দুটা বস্তুৰ পোহৰত চলে আৰু সন্দেহৰ কোনো গাতত নপৰে বা বেদাত অনুসৰণ নকৰে তেনেকুৱা লোকহে আওলীয়া দৰবেশৰ পথত ভৰি দিয়া উচিত।"

তেওঁ শিষ্যসকলক কৈছিল, "যদি মই আগেয়ে জানিলোঁহেঁতেন যে তোমালোকৰ লগত বহাতকৈ দুই ৰাকাত নফল নামাজ পঢ়া বেছি ভাল তেন্তে কেতিয়াও মই তোমালোকৰ লগত নবহিলোঁহেঁতেন। "তেওঁ সদায় ৰোজা ৰাখিছিল। কিন্তু যেতিয়া তেওঁৰ কোনো বন্ধু আহি তেওঁৰ ঘৰত উপস্থিত হৈছিল তেতিয়া তেওঁ নফল ৰোজা ভঙ্গ কৰি তেওঁৰ বন্ধুৰ লগত বহি একেলগে আহাৰ কৰিছিল আৰু কৈছিল, "মুছলমান ভাই সকলৰ কামত সহযোগিতা কৰাটো সকলোবোৰ নফল ৰোজাতকৈ উত্তম।"

তেওঁ সদায় আলেম (শিক্ষিত লোক) সকলৰ পোছাক পৰিধান কৰিছিল। মানুহবিলাকে তেওঁক ইয়াৰ কাৰণ সোধাত তেওঁ কৈছিল, "খোদা প্ৰেমৰ লগত পোছাকৰ সম্বন্ধ নাই। পোছাকৰ কোনো বিশ্বাস নাই, বৰং খোদা প্ৰেমত জ্বলি যোৱাটোৰহে বিশ্বাস আছে।

তেওঁ কৈছিল, "যদি কিয়ামত দিনা আল্লাই মোক বেহেস্ত আৰু দোজখ যিটোকে ইচ্ছা গ্ৰহণ কৰিবলৈ হুকুম দিয়ে তেন্তে মই কোনো-টোকে গ্ৰহণ নকৰিম। কাৰণ, বান্দাৰ (দাসৰ) আকৌ ইচ্ছা অনিচ্ছা কি? তেওঁ যলৈকে মোক পঠায় তালৈকে মই যাম। তেওঁ যিটোকে পছন্দ কৰে মই তাতেই সন্তুষ্ট।"

এদিনাখন তেওঁ এজন দৰবেশ ৰোগীক দেখা কৰিবলৈ গৈছিল। গৈ দেখিলে যে দৰবেশ জনে ৰোগৰ যন্ত্ৰনাত কান্দি আছে। হজৰত জুনায়েদ বাগদাদীয়ে ক'লে, "তুমি তোমাৰ কান্দনৰ দ্বাৰা কাৰ বিৰুদ্ধে অভিযোগ কৰিছা? তুমি ধৈৰ্য্য ধৰা।"

এদিনাখন তেওঁ শৰীৰত আঘাত পাইছিল। তেওঁ ছুৰা ফাতেহা পঢ়ি সেই আঘাত পোৱা ঠাইদোখৰত এটি ফুঁ দিছিল। তেতিয়া অদৃশ্যৰ পৰা এটি শব্দ হ'ল, "তোমাৰ লাজ নালাগেনে যে মোৰ পবিত্ৰ বাণীক নিজৰ স্বাৰ্থৰ বাবে প্ৰয়োগ কৰিছা?"

এবাৰ তেওঁ ইবলিচক ( চয়তানক ) চাবলৈ ইচ্ছা কৰিলে। অলপ পিছতে তেওঁ দেখিলে যে এজন বুঢ়া তেওঁৰ ওচৰলৈ আহি আছে। বুঢ়াক দেখি তেওঁৰ মনত এটি ঘৃণাৰ ভাব জন্মিল। বুঢ়াই তেওঁৰ ওচৰত ইবলিচ বুলি পৰিচয় দিয়াত তেওঁ সুধিলে, হে ইবলিচ! হজৰত আদম (আঃ) ক ছিজ্‌দাহ ( সাষ্টাঙ্গে প্ৰণাম ) কৰিবলৈ কিহে তোক বাধা দিছিল?" সি ক'লে, "মই আল্লাৰ বাহিৰে আনক কেনেকৈ ছিজদাহ কৰিব পাৰো?" তেও ইবলিচৰ কথা শুনি অবাক হ'ল। তেতিয়া অদৃশ্যৰ পৰা এটি শব্দ হ'ল, "হে জুনায়েদ! তুমি ইবলিচক কোৱা যে সি যদি আল্লাৰ প্ৰকৃত দাস হ'লহেঁতেন তেন্তে সি আল্লাৰ হুকুম তেওঁ কেতিয়াও অমান্য নকৰিলে হেঁতেন আৰু তেওঁৰ নিষিদ্ধ বস্তুবো ওচৰলৈ নগ'ল হেঁতেন। সি মিছলীয়া।" এই কথা শুনা মাত্ৰেই ইবলিচ তাৰপৰা অদৃশ্য হৈ পলাই গ'ল।

এদিনাখন এজন মানুহে তেওঁৰ ওচৰলৈ আহি কবলৈ ধৰিলে, "বৰ্তমানে ধাৰ্মিক লোক খুব কম আৰু তেনেকুৱা লোক বিচাৰিয়ে পোৱা নাযায়।" তেওঁ ক'লে "তোমাৰ বোজা বৈ নিয়া লোক তুমি সহজে নাপাবা। কিন্তু তুমি যদি আনৰ বোজা বৈ নিবলৈ ইচ্ছা কৰা তেন্তে মোৰ ওচৰত তেনেকুৱা লোক বহুত পাবা।"

তেওঁৰ কথাবোৰ লোক সমাজত আচৰিত যেন বোধ হৈছিল। তেওঁ সেইবোৰ নিজা ইল্‌ম বা জ্ঞানৰ দ্বাৰা কোৱা নাছিল। তেওঁৰ কথাবোৰ অতি তাৎপৰ্য্য পূৰ্ণ আছিল আৰু সেইবোৰ এনেকুৱা যেন বোধ হৈছিল যেন আল্লাই তেওঁৰ মুখেদি সেইবোৰ কোৱাইছিল।

তেওঁ কৈছিল তেওঁ বোলে, খাঁটি খোদা-প্ৰেম এজন নাপিতৰ পৰা শিক্ষা কৰিছিল। এদিনাখন তেওঁ দেখিলে যে এজন নাপিতে মক্কাত এজন মানুহৰ চুলি কাটি আছে। তেওঁ নাপিত জনক ক'লে, "তুমি আল্লাৰ বাস্তে মোৰো চুলিখিনি কাটি দিবানে?" নাপিত জনে সেই মানুহজনৰ চুলি কাটিবলৈ এৰি তেওঁৰ চুলিখিনি কাটি দিলে আৰু তেওঁৰ খৰচৰ কাৰণে নাপিতজনে তেওঁক কেইটিমান সোণৰ মুদ্ৰাও দিলে। নাপিতজনে তেওঁক দেখি মনতে সঙ্কল্প কৰিলে যে যেতিয়াই তেওঁৰ হাতলৈ ধন আহিব তেতিয়াই পোন প্ৰথমে নাপিত জনৰ এই দান আৰু উদাৰতাৰ প্ৰতিদান দিব।

এই ঘটনাটিৰ কেইদিন মান পিছতে বাহৰাৰ জনসাধাৰণে তেওঁলৈ এক মোনা আছৰফী ( সোণৰ মোহৰ ) পঠাই দিলে। আৰু তেওঁ

সেইবোৰ লৈ নাপিত জনৰ ওচৰত উপস্থিত হ'ল আৰু তাক কেইটান অছৰফী যাচিলে। নাপিতজনে সেইবোৰ গ্ৰহণ নকৰি ক'লে, "আল্লাৰ ওৱাস্তে চুলি কাটি দিবলৈ কোৱাত মই আল্লাৰ সন্তুষ্টিৰ কাৰণে আপোনাৰ চুলি কাটি দিছিলোঁ আৰু সোণৰ মুদ্ৰা কেইটাও দান কৰিছিলোঁ। আপুনি এনেকুৱা লোক ক'ত দেখিছে যে আল্লাৰ সন্তু- ষ্টিৰ কাৰণে কাম কৰি তাৰ পৰিবৰ্ত্তে পাৰিশ্ৰমিক গ্ৰহণ কৰে?" তেওঁ নাপিতজনৰ উত্তৰ শুনি আচৰিত হ'ল।

এদিনাখন এজন মানুহে আহি তেওঁক ক'লে, "মই অন্ন আৰু বস্ত্ৰত বৰ কষ্ট পাই আছোঁ।" তেওঁ ক'লে, "যোৱা নিশ্চিন্ত থাকা আৰু অল্লাৰ নিন্দা নকৰিবা। কাৰণ, আল্লাই যাক ভাল পায় তেওঁ তাক অন্ন আৰু বস্ত্ৰত এইদৰে কষ্ট দি পৰীক্ষা কৰে।"

এদিনাখন তেওঁৰ এজন বৰ ধনী শিষ্যই আহি তেওঁক ক'লে, "হুজুৰ! মোৰ ধন সম্পত্তি যি আছিল আল্লাৰ পথত দান কৰোঁতে শেষ হৈ গ'ল। এতিয়া মাত্ৰ মোৰ থকা ঘৰটি বাকী আছে। এতিয়া মই কি কৰিম?" তেওঁ ক'লে তুমি ঘৰটি বিকা আৰু ইয়াৰ মূল্য যি পোৱা মোৰ ওচৰলৈ লৈ আহা।" শিষ্যজনে তেওঁৰ হুকুম পাই ঘৰটো বিকিলে আৰু টকাবোৰ তেওঁৰ ওচৰলৈ লৈ আহিল। তেওঁ ক'লে "টকাবোৰ নদীত পেলাই দিয়া।" শিষ্যজনে তাকে কৰিলে আৰু অবশেষত সহায় সম্বলহীন হৈ তেওঁৰ ওচৰ চাপিলে। তেওঁ শিষ্যজনক তেওঁৰপৰা আঁতৰি যাবলৈ ক'লে। কিন্তু শিষ্যজনে এনে- কুৱা ভাবে তেওঁৰ পিছ ধৰিলে যে অৱশেষত তাৰ উদ্দেশ্য সিদ্ধি হ'ল।

এদিনাখন তেওঁৰ এজন শিষ্যই তেওঁৰ লগত কোনো বেআদবী (অদ্ৰামী) কৰি লাজতে সভা ত্যাগ কৰি গুচি গ'ল। কেইদিনমান পিছত হজৰত জুনায়েদ বাগদাদী বাস্তাইদি গৈ থাকোতে সেই শিষ্যজন তেওঁৰ নজৰত পৰিল। শিষ্যজনে তেওঁক দেখাৰ লগে লগে অন্তৰত এনেকুৱা আঘাত পালে যে সি মাটিত পৰি গ'ল আৰু সেই ভাবে তাৰ মৃত্যু হ'ল।

বাহুৰা নগৰত হজৰত জুনায়েদ বাগদাদীৰ এজন শিষ্য আছিল। তেওঁ নিৰ্জনে বাস কৰিছিল। এদিনাখন তেওঁৰ অন্তৰত এটি পাপকামৰ ধাৰণা জন্মিল। তেতিয়া তেওঁ আইনাত নিজৰ মুখখনি চাই দেখিলে যে মুখখনি ক'লা হৈছে। তেওঁৰ বৰ চিন্তাত পৰিল। তেওঁ মুখখনি বগা

কৰিবলৈ বহুতো চেষ্টা কৰিলে ; কিন্তু কোনো ফল নহ'ল। সেই কাৰণে তেওঁ লাজতে কাকো মুখ নেদেখুৱালে। তেওঁ তিনিদিন পিছত দেখিলে যে তেওঁৰ ক'লা চেহেৰা বগা হৈ আগৰ ৰূপ লাভ কৰিছে। এনেতে এজন মানুহে চিঠি এখন লৈ আহি তেওঁৰ ওচৰত উপস্থিত হ'ল। তেওঁ পঢ়ি চাই দেখিলে যে এইখন হজৰত জুনায়েদ বাগদাদীৰ চিঠি। তাত লিখা আছিল, "তুমি উপাসনাৰ পবিত্ৰ দৰবাৰত থাকি কিয় নিজৰ সন্মান ৰক্ষা কৰি নচলা ? তোমাৰ ক'লা মুখখনি বগা কৰিবলৈ মই ধোবাৰ কাম কৰিবলগীয়া হৈছিলোঁ।"

এদিনাখন হজৰত জুনায়েদ বাগদাদী তেওঁৰ এজন শিষ্যৰ লগত এখন ময়দানলৈ গৈছিল। সেই শিষ্যজনৰ চোলাটো অলপ ফটা আছিল। সেই ফাটটোৰেদি তেওঁৰ গাত ৰ'দ পৰিছিল। তেওঁ গৰমত অস্থিৰ হৈ ক'লে, "আজি বৰ গৰম দিন।" হজৰত জুনায়েদ বাগদাদীয়ে এই কথা শুনি খঙতে ক'লে, "তুমি আমাৰ সঙ্গী হোৱাৰ উপযুক্ত নোহোৱা।" এই বুলি কৈ তেওঁ শিষ্যজনক দলৰ পৰা উলিয়াই দিলে।

এদিনাখন চৈয়দ নাছেৰী নামেৰে এজন লোক হজ্জ কৰিবলৈ যাওঁতে বাটত বাগদাদ নগৰ পালে আৰু হজৰত জুনায়েদ বাগদাদীৰ লগত দেখা কৰিবলৈ আহিল। তেওঁ যেতিয়া সেই মানুহজনৰ পৰিচয় সুধিলে তেওঁ ক'লে, "মই হজৰত আলী (ৰাঃ)-ৰ বংশধৰ। গীলান চহৰৰ পৰা আহিছোঁ" হজৰত জুনায়েদ বাগদাদীয়ে ক'লে, "হজৰত আলী (ৰাঃ) ই দুখন তৰোৱাল পৰিচালানা কৰিছিল—এখন নফচৰ (ৰিপুৰ) বিৰুদ্ধে আনখন কাফেৰ (অবিশ্বাসকাৰী) সকলৰ বিৰুদ্ধে। আপুনি তেওঁৰ বংশধৰ হৈ কোনখন তৰোৱাল পৰিচালানা কৰে কওক-চোন।" চৈয়দ চাহাবে প্ৰশ্নৰ উত্তৰ দিব নোৱাৰি মাটিত পৰি বাগৰি বাগৰি কান্দিবলৈ ধৰিলে আৰু সেই অৱস্থাতে তেওঁৰ মৃত্যু হ'ল।

হজৰত জুনায়েদ বাগদাদী পৃথিৱীৰ বুকুত ৭০ বছৰ জীয়াই আছিল। যেতিয়া তেওঁৰ মৃত্যু ওঁচৰ চাপিল তেওঁ ওজু কৰি ল'লে আৰু ছিজ্‌দাহত পৰি (আল্লাক সাষ্টাঙ্গে প্ৰণাম কৰি) কান্দিবলৈ ধৰিলে। তাৰপিছত "তেওঁ বিছ্‌মিল্লাহিৰ্ ৰাহমানিৰ ৰাহিম্' পঢ়ি চকু মুদিলে। এই ভাবেই তেওঁ জীৱন শেষ কৰিলে।

গোছল (গা ধুৱাই) দিয়াৰ সময়ত যেতিয়া গোছল দিওঁতাসকলে তেওঁৰ চকুত পানী ঢালিবলৈ ওলাল হঠাতে অদৃশ্যৰ পৰা এটি শব্দ হ'ল,

"মোৰ বন্ধুৰ চকুৰপৰা তোমালোকৰ হাত আঁতৰাই নিয়া। কাৰণ, মোৰ নাম জিকিৰ ( স্মৰণ ) কৰি কৰি যি দুটি চকু বন্ধ হৈছে সেই দুটি চকুই মোক নেদেখাকৈ মুকলি নহব।" তাৰ পিছত গোছল দিওতা-সকলে যেতিয়া তেওঁৰ হাতৰ আঙুলিবোৰ মেলি দিবলৈ চেষ্টা কৰিলে তেওঁলোকে নোৱাৰিলে। অদৃশ্যৰপৰা এটি শব্দ হ'ল, "মোৰ নাম জপি জপি যিদুখন হাতৰ আঙুলি কেইটা বন্ধ হৈছে মোৰ হুকুম নহ'লে তোমালোকে তাক মেলিব নোৱাৰিবা।"

তাৰ পিছত যেতিয়া মানুহবিলাকে তেওঁৰ জানাজা ( মৃতকৰ আত্মাৰ সদ্গতিৰ কাৰণে কৰা প্ৰাৰ্থনা ) পঢ়িবলৈ ওলাল কৰবাৰপৰা এটি বগা পাৰ চৰাই আহি তেওঁৰ লাচটোৰ ওপৰত বহিল। মানুহ-বিলাকে এই পাৰ চৰাইটিক খেদিবলৈ বহুতো চেষ্টা কৰিলে ; কিন্তু ই উৰি নগ'ল। ই কৈ উঠিল, "তোমালোকে মোক মিছাতে কষ্ট দিবলৈ চেষ্টা নকৰিবা। আজি হজৰত জুনায়েদ বাগদাদীৰ লাচ ফেৰেস্তা ( সৰগৰ দেৱতা) সকলৰ ভাগত পৰিছে। তোমালোকে গোল মাল নকৰিলে এই পৱিত্ৰ লাচটি আকাশলৈ উৰি গ'লহেঁতেন।"

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল :—

১। সাধনাৰ পথত বহুতো ডকাইত আছে। সিহঁতে এই পথত নানা প্ৰকাৰ জাল পেলাই ৰাখে। গতিকে এই পথত এনেকুৱা বীৰ পুৰুষৰ আৱশ্যক যিয়ে এই জালবোৰৰ ভিতৰত বিভিন্নতা বুজিব পাৰে।

২। যেতিয়া কাৰোবাৰ নফচে ৰহমানীয়ে ( খোদায়ীআত্মাই ) মূৰ দাঙি উঠে তেতিয়া ই অন্তৰ মন সকলোকে নিৰ্জীৱ কৰি পেলায়।

৩। যেতিয়া সাধকৰ চকুত শৰ্বশক্তিমান আল্লাৰ মহান কুদৰত ( মহিমা ) প্ৰকাশ পায় তেতিয়া উশাহ নিশাহ লোৱাটো তেওঁৰ ওচৰত অন্যায় বুলি ধাৰণা হয়। তাৰ পিছত যেতিয়া সাধকে আল্লাৰ শ্ৰেষ্ঠত্ব দেখা পায় তেতিয়া তেওঁৰ উশাহ নিশাহ বন্ধ হোৱাৰ উপক্ৰম হয়।

৪। সাধকে যেতিয়া খোদা প্ৰেমত অস্থিৰ হৈ আক্ষেপৰ দীঘল হুমুনিয়াহ কাঢ়ে তেতিয়া এইটোৱে মানুহ আৰু খোদাৰ মাজৰ পৰ্দাবোৰ জ্বলাই দিয়ে।

৫। যিয়ে জীৱনত এবাৰ নিজৰ অন্তৰত আল্লাক উপস্থিত পাইছে তেৱেঁই প্ৰকৃত সুখী।

৬। তৌহিদৰ ( একেশ্বৰ বাদৰ ) ময়দানত চিন্তাত বিভোৰ থকাটো হৈছে আল্লাৰ লগত উৎকৃষ্ট সম্বন্ধ।

৭। হজৰত মোহাম্মদ ( ছঃ )-এ যিটো পথ দেখুৱাইছে সেইটোহে মানুহৰ প্ৰকৃত পথ। এই পথটিৰ বাহিৰে আন পথত তোমালোকে খোজ নিদিবা।

৮। কোৰ্‌আন আৰু হাদিছৰ ভিতৰত জ্ঞান সীমাবাদ্ধ। যিয়ে কোৰ্‌আনৰ নিৰ্দেশ নামানে আৰু হজৰত মোহাম্মদ ( ছঃ )-ৰ শিক্ষা নাজানে কেতিয়াও তোমালোকে তাৰ পদ অনুসৰণ নকৰিবা। কাৰণ সি অজ্ঞ।

৯। আল্লাহ আৰু তেওঁৰ বান্দাৰ ( দাসৰ ) মাজত চাৰিখন সাগৰৰ নিচিনা বাধা আছে। যেতিয়ালৈকে এই চাৰিখন সাগৰ তেওঁৰ বান্দাই ( দাসে ) পাৰ হ'ব নোৱাৰে তেতিয়ালৈকে তেওঁ আল্লাৰ দৰবাৰ লাভ কৰিব নোৱাৰে। [১] পৃথিৱী—ইয়াক পাৰ হ'বলৈ একমাত্ৰ নাও হৈছে পৃথিৱীৰ প্ৰতি বিৰাগ ভাব। [২] মানুহ—ইয়াক পাৰ হ'বলৈ হ'লে মানুহৰ পৰা আঁতৰত থাকিব লাগে। [৩] চয়তান—ইয়াক পাৰ হ'বলৈ হ'লে ইয়াৰ বিৰুদ্ধে শত্ৰুতা আচৰণ কৰিব লাগে। [৪] ৰিপুৰ তাড়না—ইয়াক পৰা হ'বলৈ হ'লে ইয়াৰ বিৰুদ্ধে চলিব লাগে।

১০। ৰিপু আৰু চয়তানৰ ভিতৰত পাৰ্থক্য এই যে ৰিপুই যিটো ইচ্ছা কৰে যেতিয়ালৈকে ই পূৰা নহয় তেতিয়ালৈকে ই শান্তি নাপায়। শতবাৰ নিষেধ কৰিলেও আৰু শৰ্ত যুক্তি তৰ্কৰদ্বাৰা প্ৰবোধ দিলেও ই দমন নহয়। কিন্তু চয়তান তেনেকুৱা নহয়। "লা হাওলা" পঢ়িলে ই আঁতৰি যায় আৰু পিছতো ই সহজে ওচৰলৈ নাহে।

১১। সৎ স্বভাৱৰ দ্বাৰাইহে মানুহ হয়, আকৃতিৰ দ্বাৰা নহয়।

১২। যিয়ে আল্লাক চিনি নাপায় সি কেতিয়াও সুখী হ'ব নোৱাৰে।

১৩। যিয়ে ধৰ্মৰ নিৰাপত্তা, শৰীৰৰ তৃপ্তি আৰু মনৰ শান্তি বিচাৰে আৰু আন আন বিপদ-আপদৰ পৰা ৰক্ষা পাবলৈ ইচ্ছা কৰে তেওঁ যেন মানুহৰ সংশ্ৰৱৰ পৰা দূৰত থাকে। কাৰণ, বৰ্তমান সময়ত সকলোৰে পৰা দূৰত থকাটোহে উত্তম।

১৪। যিয়ে নিৰ্জনতা পছন্দ কৰে তেওঁহে প্ৰকৃততে বুদ্ধিমান।

১৫। যদি কোনো এজন মানুহ গোটেই পৃথিৱীৰ মালিকো হয় আৰু যদি তাত তেওঁৰ কোনো লোভ নজন্মে তেন্তে এই মালিক হোৱাত

তেওঁৰ কোনো ক্ষতি নহ'ব। কিন্তু যদি ইয়াত তেওঁৰ এটি খেজুৰ গুটিৰ পৰিমাণো লোভ জন্মে তেন্তে এইটোৱে তেওঁক ক্ষতিগ্রস্ত কৰিব।

১৬। তোমাৰ ঘৰৰ আটাইবোৰ মাল-বস্তু যাতে মাটিৰে তৈয়াৰী হয় তাৰ বাবে তুমি যিমান পাৰা চেষ্টা কৰিবা।

১৭। সেইজনহে আল্লাৰ প্রকৃত বান্দা (দাস) যিয়ে নিজৰ কর্তব্যত ত্রুটি নকৰে; কোনো বিষয়ত অভিযোগ নানে আৰু ভাই-বন্ধু আত্মীয়-স্বজন আহিলে তেওঁলোকৰ সম্মুখত নফল এবাদত বন্ধ ৰাখে।

১৮। আল্লাই পৰকালত নিজৰ বান্দাৰ (দাসৰ) লগত তেনেকুৱা ব্যৱহাৰ কৰিব যেনেকুৱা ব্যৱহাৰ বান্দাই আগেয়ে কৰি যাব।

১৯। আলেম (শিক্ষিত লোক)—সকলৰ সকলোবোৰ বিদ্যা দুটা কামত সীমাবদ্ধ : [১] জাতিৰ সংশোধন আৰু [২] খাঁটি জনসেৱা।

২০। যাৰ চকুই আল্লাৰ সৃষ্ট বস্তুবোৰক শিকিবলগীয়া বিষয় হিচাপে নেদেখে, অন্ধ হোৱাটো তাৰ পক্ষে শ্রেয়। যাৰ জিভাই আল্লাৰ জিকিৰ (স্মৰণ) নকৰে, বোবা হোৱাটো তাৰ পক্ষে শ্রেয়। যাৰ কাণে আল্লাৰ বাণী শুনিবলৈ প্রবৃত্ত নহয়, কলা হোৱাটো তাৰ পক্ষে শ্রেয়। যাৰ শৰীৰ আল্লাৰ কোনো কামত ব্যৱহাৰ নহয়, মৃত্যু তাৰ পক্ষে শ্রেয়।

২১। আল্লাই কাৰোবাৰ মঙ্গল কৰিবলৈ ইচ্ছা কৰিলে তেওঁক চুফীসকলৰ দলভুক্ত কৰে আৰু লোকসমাজৰ পৰা দূৰত ৰাখে।

২২। যিজন শিষ্যই বিবাহ কৰে আৰু লিখা-পঢ়া কামত (অর্থাৎ চাকৰি আদিত) লিপ্ত হয় তেওঁৰ পক্ষে মা'ৰেফাৎ (খোদাতত্ত্ব জ্ঞান) লাভ কৰাটো সহজ নহয়।

২৩। যাৰ সম্মুখত খাবলৈ আৰু পাবলৈ ভঁৰাল আছে তেওঁ মোনাজাতৰ (প্রার্থনাৰ) সোঁৱাদ পাব নোৱাৰে।

২৪। যিসকল লোক ভাল কামত সাহসী আৰু অটল তেওঁলোক চক্ষুষ্মান আৰু যিসকলৰ কেৱল ইচ্ছা আছে, কিন্তু কামত সাহস নাই তেওঁলোক অন্ধ।

২৫। যেতিয়া সাধকে আল্লাৰ প্রেমত নিজকে বিলীন কৰি দিয়ে তেতিয়া তেওঁ দিনে হাজাৰ বাৰ মৰিবলৈও সাজু হয়।

২৬। চুফীসকল পৃথিৱীৰ দৰে ; তেওঁলোকৰ ওপৰত সকলোবোৰ আবৰ্জনা পেলোৱা হয় ; অথচ ইয়াৰ ভিতৰৰ পৰা সকলো প্ৰকাৰ সেউজীয়া উদ্ভিদ উৎপন্ন হয়।

২৭। সকলোবোৰ সম্বন্ধ এৰি কেৱল আল্লাৰ প্ৰেমত নিজকে ডুবাই দিয়াটোকে তাছাউফ বা তৰীকত বোলা হয়। আন কোনো পিনে মন নিদি আল্লাৰ জিকিৰত (স্মৰণত) নিজকে বিলীন কৰি দিয়াৰ নামেই তৰীকত।

২৮। প্ৰেম হৈছে আল্লাৰ আমানত। যি প্ৰেম স্বাৰ্থসিদ্ধিৰ কাৰণে হয় স্বাৰ্থ সিদ্ধি হ'লেই সেই প্ৰেম নাথাকে।

২৯। যেতিয়ালৈকে আল্লাৰ পথত মানুহে নিজৰ জীৱন কুৰবান (উচৰ্গা) নকৰে তেতিয়ালৈকে আল্লাৰ ভালপোৱা লাভ কৰাটো তেওঁৰ পক্ষে সম্ভৱপৰ নহয়।

৩০। ধৈৰ্য্যই মানুহক সদায় আল্লাৰ লগত লিপ্ত ৰাখে।

## ৪৪। হজৰত আ'মৰ ইব্‌নে ওছমান মক্কী (ৰঃ)

হজৰত আ'মৰ ইব্‌নে ওছমান মক্কী (ৰঃ) মক্কাত জন্ম গ্ৰহণ কৰিছিল। তেওঁ গোটেই পৃথিৱীৰ বস্তি স্বৰূপ আছিল। তেওঁ চুফী-সকলৰ নেতা আছিল। গতিকে সকলোৱে তেওঁৰ আদেশ নিষেধবোৰ মানি চলিছিল। সেই সময়ত সাধনা ক্ষেত্ৰত তেওঁৰ সমতুল্য কোনো নাছিল। তেওঁ হজৰত জুনায়েদ বাগদাদীৰ শিষ্য আছিল আৰু তৰীকতৰ বিষয়ে বহুতো ভাল কিতাপ লিখিছিল। তেওঁ মক্কাৰ পীৰ হজৰত আবু চাইদ (ৰঃ)-ৰ লগত বহুত দিন কটাইছিল।

হজৰত মানছুৰ হাল্লাজ তেওঁৰ শিষ্য আছিল। এদিনাখন হজৰত মানছুৰ হাল্লাজে কিবা লিখি আছিল। হজৰত আ'মৰে এইটো দেখি কি লিখিছে বুলি তেওঁক সুধিলে। হজৰত মানছুৰ হাল্লাজে অহঙ্কাৰ কৰি ক'লে যে তেওঁ এনেবোৰ কথা লিখিছে যিবোৰ কোৰ্‌আন শ্বৰীফৰ লগত তুলনা কৰিব পাৰি। হজৰত আ'মৰে এইটো শুনি মনত বৰ দুখ পালে আৰু তেওঁক অভিশাপ দি দলৰ পৰা উলিয়াই দিলে। তেওঁৰ অভিশাপৰ ফলত হজৰত মানছুৰ হাল্লাজৰ জীৱনত কি নিৰ্মম ঘটনা ঘটিছিল এইটো জগতৰ প্ৰায় সকলোৱে জানে।

তেওঁ এবাৰ মক্কাৰ পৰা হজৰত জুনায়েদ বাগদাদী আৰু ইৰাকৰ আন আন সম্মানিত পীৰসকলৰ ওচৰলৈ লিখিছিল, "ইৰাকবাসী-সকলৰ যিসকলে কা'বা ঘৰটি চাবলৈ ইচ্ছা কৰে তেওঁলোকক আপোনালোকে কৈ দিয়ক তেওঁলোকে যেন নিজৰ ৰিপুক নাকাটি ইয়ালৈ নাহে। তৰীকতৰ পথ অতিক্ৰম কৰিবলৈ আপোনালোকৰ সম্মুখত দুই হাজাৰ খন জুইৰ পাহাৰ আৰু দুই হাজাৰ খন বহল সাগৰ আছে। এইবোৰ অতিক্ৰম কৰিবলৈ যিসকলৰ যোগ্যতা আৰু সাহস নাই তেওঁলোকে যেন দৰবেশী দাবী নকৰে।"

এদিনাখন তেওঁ এজন যুবকক দেখা কৰিবলৈ ইস্পাহানলৈ গ'ল। সেই যুবকজন তেওঁৰ লগৰীয়া আৰু বৰ প্ৰিয়-পাত্ৰ আছিল। হজৰত আ'মৰ তাত গৈ পোৱাত এদিনাখন হঠাতে সেই যুবকটি বেমাৰত পৰিল। তেওঁ যুবকটিক এটি আৰবী কৱিতা মাতি শুনালে। কবিতাটি শুনা মাত্ৰেই যুবকটিৰ বেমাৰ আৰোগ্য হ'ল আৰু শৰীৰৰ দুৰ্বলতা আঁতৰি গ'ল। যুবকজনৰ পিতাকে তেওঁৰ এই অলৌকিক শক্তি দেখি পুতেকক তেওঁৰ হাতত সপি দিলে। যুবকটি তেওঁৰ সংশ্ৰৱত থাকি পিছত গৈ এজন ডাঙৰ আওলীয়া হ'ল।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ

১। আল্লাৰ শ্ৰেষ্ঠত্ব আৰু তেওঁৰ মহৎ গুণবোৰৰ বিষয়ে সন্দেহ কৰা উচিত নহয়। কিয়নো আল্লাৰ বিষয়ে সন্দেহ কৰাটো কুফ্‌ৰি (নাস্তিকতা)

২। প্ৰেম সন্তুষ্টিৰ অন্তৰ্ভুক্ত। কিয়নো তুমি যাৰ ওপৰত সন্তুষ্ট থাকা তেওঁৰ লগতহে তুমি প্ৰেম কৰা।

৩। আল্লাৰ লগত অৱস্থান কৰা আৰু বিপদক আনন্দেৰে গ্ৰহণ কৰাকেই ধৈৰ্য্য বোলে।

## ৪৫। হজৰত আবু ছাঈদ খাৰ্‌ৰাজ (ৰঃ)

হজৰত আবু ছাঈদ খাৰ্‌ৰাজ (ৰঃ) বাগদাদ নগৰত জন্ম গ্ৰহণ কৰিছিল। তেওঁ হজৰত জুন্‌নূন মিছৰীক দেখিছিল আৰু হজৰত ছৰ্‌ৰী ছক্‌তী আৰু হজৰত বিছৰে হাফীৰ সংশ্ৰৱত থাকি বহুতো শিক্ষা লাভ কৰিছিল। তেওঁ অতিশয় প্ৰতিভাশালী আৰু মা'ৰেফাতত

( খোদাতত্ত্ব জ্ঞানত ) শ্ৰেষ্ঠ দৰবেশ আছিল। তেওঁ সাধকসকলৰ নেতৃত্ব কৰিছিল আৰু সেই সময়ত তেওঁ সকলোৰে সন্মানৰ পাত্ৰ আছিল। তেওঁৰ বহুতো অলৌকিক শক্তি আছিল। তেওঁ মা'ৰেফাতত অতিশয় জ্ঞানী আৰু নানা শাস্ত্ৰত সুপণ্ডিত আছিল। তেওঁ শিষ্যসকলক অতিশয় মৰম-স্নেহ কৰিছিল আৰু মা'ৰেফাত সম্বন্ধে চাৰিশখন কিতাপ লিখিছিল। তেওঁ 'কিতাবুস্ছিৰে' ( তত্ত্বগ্ৰন্থ ) নামেৰে এনেকুৱা এখনি কিতাপ লিখিছিল যে সেইখনিৰ কিছুমান শব্দৰ অৰ্থ বুজিব নোৱাৰি কিছুমানে তেওঁক কাফেৰ ( নাস্তিক ) বুলিও অভিহিত কৰিছিল।

তেওঁ কেইবছৰমান চুফীসকলৰ সংশ্ৰৱত কটাইছিল। প্ৰথম অৱস্থাত তেওঁলোকৰ মাজত কোনো মতভেদ হোৱা নাছিল। পিছত মতভেদ হোৱাত তেওঁলোৰ পৰা দূৰত থকাটোকে তেওঁ পছন্দ কৰিলে।

তেওঁৰ দুজন পুতেক আছিল। তেওঁৰ মৃত্যুৰ আগেয়ে তেওঁৰ এজন পুতেকৰ মৃত্যু হয়। পুতেকৰ মৃত্যুৰ পিছত তেওঁ ত্ৰিশ বছৰ কাল জীয়াই আছিল। ইয়াৰ ভিতৰত এদিনাখন আল্লাৰ দৰবাৰত কিছু পাৰ্থিৱ বস্তু প্ৰাৰ্থনা কৰিবলৈ তেওঁৰ ইচ্ছা হ'ল। তেতিয়াই অদৃশ্যৰ পৰ এইবুলি এটি শব্দ হ'ল, "আল্লাৰ দৰবাৰত একমাত্ৰ তেওঁৰ বাহিৰে আন কোনো বস্তু প্ৰাৰ্থনা কৰা উচিত নহয়।"

এদিনাখন তেওঁ এখন ময়দানৰ পথেৰে গৈ আছিল। ৰাস্তাত তেওঁৰ বৰ ভোক লাগিল। তেওঁৰ মনটোৱে ক'লে, "আল্লাৰ দৰবাৰত তুমি কিছু খাবলৈ বিচাৰা।" তেওঁ ক'লে, "এইটো নিৰ্ভৰশীলতাৰ কাম নহয়।" এইদৰে কৈ তেওঁ মনটোক দমন কৰি ৰাখিলে। কাৰণ, তেওঁ ভালদৰে জানিছিল যে আল্লাহ গোটেই জগতৰ জীৱিকাৰ মালিক আৰু কাক কেতিয়া কি দিব লাগে আল্লাই ভালদৰে জানে। গতিকে তেওঁৰ ওচৰত জীৱিকা বিচৰাটো বৰ লাজৰ কথা।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ

১। যেতিয়া আল্লাই কাৰোবাক বন্ধু হিচাপে ল'বলৈ ইচ্ছা কৰে তেতিয়া তেওঁৰ কাৰণে আল্লাই জিকিৰৰ ( ধ্যান বা স্মৰণৰ ) দুৱাৰ মুকলি কৰি দিয়ে। তাৰ পিছত তেওঁক আল্লাই তৌহিদৰ ( আল্লাৰ একত্ববাদৰ ) ঘৰত স্থান দিয়ে।

২। আল্লাৰ দয়া নহ'লে তেওঁৰ মিলন লাভ অসম্ভৱ।

৩। গোটেই জগত আল্লাৰ ক্ষমতাৰ অধীন। যেতিয়া তেওঁৰ কোনো বান্দাৰ ( দাসৰ ) হৃদয়ত আল্লাহ উপস্থিত হয় তেতিয়া আল্লাৰ বাহিৰে তেওঁৰ অন্তৰত আন কোনো বস্তুই স্থান নাপায়।

৪। তোমাৰ জীৱনৰ আটাইতকৈ প্ৰিয় আৰু মূল্যবান বস্তু হৈছে বৰ্তমান মুহূৰ্তবোৰ। গতিকে সেইবোৰৰ সৰ্বোচ্চ আৰু উত্তম মূল্য নোলোৱাকৈ হাতৰপৰা এৰি নিদিবা।

৫। যিয়ে উত্তম পোহৰত দেখে তেওঁ আল্লাৰ নূৰৰ ( জেউতিৰ ) দ্বাৰাই দেখে। গতিকে তেওঁৰ ভুল ভ্ৰান্তিৰ সম্ভাৱনা নাই। বৰং তেওঁৰ মুখৰপৰা যি বাহিৰ হয় ই আল্লাৰ হুকুম।

৬। আল্লাৰ বান্দা ( দাস )-সকলৰ ভিতৰত এনেকুৱা লোকসকলো আছে যিসকলে প্ৰকৃতপক্ষে আল্লাৰ বাণীসমূহ প্ৰচাৰ কৰিবলৈ অতি পাৰ্গত ; কিন্তু আল্লাৰ ভয়তে তেওঁলোকে নীৰৱে থাকে।

৭। যাৰ অন্তৰত আল্লাৰ মা'ৰেফাতে ( তত্ত্বজ্ঞানে ) স্থান লাভ কৰে তেওঁ ইহকাল আৰু পৰকালত একমাত্ৰ আল্লাৰ বাহিৰে আন কাকো চকুৰে নেদেখে, আল্লাৰ বাণীৰ বাহিৰে আন কাৰো কথা তেওঁৰ কাণত নুসুমায় আৰু আল্লাৰ বাহিৰে আন কাৰো কথা তেওঁৰ কাণত নুসুমায় আৰু আল্লাৰ বাহিৰে আন কাৰো পিনে মুখ নুঘুৰায়।

৮। আল্লাৰ বাহিৰে আন সকলোবোৰ বস্তুৰ পৰা নিজৰ অন্তৰক পবিত্ৰ ৰাখিবা। তেওঁৰ জিকিৰত ( স্মৰণ বা ধ্যানত ) মজি থকাটোত আছে প্ৰকৃত শান্তি। মানৱৰ প্ৰকৃত ধৰ্মও সেইটোৱে।

৯। জিকিৰ ( স্মৰণ ) তিনি প্ৰকাৰ : [১] কিছুমানৰ জিভাই জিকিৰ কৰে ; কিন্তু তেওঁলোৰ অন্তঃকৰণ উদাসীন। ইয়াক অভ্যস-জনিত জিকিৰ বোলা হয়। [২] কিছুমানৰ জিভাই জিকিৰ কৰে আৰু তেওঁলোকৰ অন্তঃকৰণো তাত উপস্থিত থাকে। এই জিকিৰত পুণ্য আছে। [৩] এই প্ৰকাৰ জিকিৰত অন্তৰ মজি থাকে ; কিন্তু জিভা নিৰ্বাক বোবা হৈ থাকে। ইয়াৰ মৰ্য্যাদা আল্লাৰ বাহিৰে আনে নাজানে।

১০। সমস্ত বিষয়ৰ পৰা সম্পৰ্কহীন হৈ একমাত্ৰ আল্লাৰ পিনে প্ৰত্যাৱৰ্তন কৰাকেই তৌহীদ ( একেশ্বৰবাদ ) বোলে।

১১। সাধকে যেতিয়ালৈকে পূৰ্ণতা লাভ নকৰে তেতিয়ালৈকে তেওঁ পৃথিৱীৰ সকলোবোৰ বস্তুৰে সাহায্য প্ৰাৰ্থনা কৰি থাকে। তেতিয়া তেওঁ আল্লাৰ কৃপাত পৃথিৱীৰ কোনো বস্তুৰে মুখাপেক্ষী নহয়। বৰং সমস্ত বস্তুই তেওঁৰ মুখাপেক্ষী হয়।

১২। যেতিয়া তোমাৰ মনত আন বিষয়ৰ কল্পনাই স্থান নাপায় আৰু যদিও ই মনলৈ আহে সেই পিনে লক্ষ্য নাথাকে তেন্তে সেইটোকে আল্লাৰ নৈকট্য লাভ বোলে।

১৩। প্ৰকৃত ইল্‌ম (জ্ঞান) সেইটোকে কয় যাৰ দ্বাৰা তুমি কৰ্ম কৰিবলৈ সক্ষম হোৱা আৰু প্ৰকৃত ঈমান (বিশ্বাস) সেইটোকে কয় যিয়ে তোমাক উন্নত কৰে।

১৪। আল্লাৰ বাহিৰে আন কাকো ভাল নোপোৱাটোৱেই হৈছে মহৎ চৰিত্ৰৰ লক্ষণ।

১৫। নিজৰ উপাসনাত পবিত্ৰতা দেখি গাৰ্বিত হোৱাটো অনুচিত। কাৰণ, উপাসনাকাৰীসকল ৰিপুৰ পৰা পৃথক হৈ থাকে।

১৬। আল্লাৰ ওচৰত পবিত্ৰ থকা, তেওঁৰ পবিত্ৰ নূৰৰ (জেউতিৰ) দ্বাৰা অন্তৰ আবাদ ৰখা আৰু তেওঁৰ জিকিৰৰ জোঁৱাদ গ্ৰহণ কৰাকে ফকীৰি বোলে।

## ৪৬। হজৰত আবুল হাছান নুৰী বাগদাদী (ৰঃ)

হজৰত আবুল হাছান নুৰী (ৰঃ) বাগদাদ চহৰত জন্ম গ্ৰহণ কৰিছিল। আন্ধাৰ ৰাতি কথা কওতে তেওঁৰ মুখৰ পৰা নূৰ (জেউতি) ওলাই আহি গোটেইটো ঘৰ আলোকিত কৰিছিল আৰু ৰাতি তেওঁৰ উপাসনাঘৰৰ ওপৰত নূৰ (জেউতি) দেখা গৈছিল বাবে তেওঁক নুৰী বোলা হৈছিল।

তেওঁ হজৰত ছৰ্‌ৰী ছক্‌তীৰ শিষ্য আছিল আৰু হজৰত আহ্‌মদ হাওৱাৰীৰ সংশ্ৰৱত থাকি মা'ৰেফাতৰ বহুত শিক্ষা লাভ কৰিছিল। তেওঁ হজৰত জুনায়েদ বাগদাদীৰ সমসাময়িক আছিল আৰু সেই সময়ৰ চুফী সম্প্ৰদায়ৰ নেতা আছিল। তেওঁৰ কাম-কাজবোৰ হজৰত জুনায়েদ বাগদাদীৰ কাম-কাজৰ নিচিনা আছিল।

তেওঁৰ মূল নীতিৰ ভিতৰত এইটো আছিল যে তেওঁ আগেয়ে আনৰ উপকাৰ তাৰ পিছতহে নিজৰ উপকাৰ সাধন কৰিছিল। তাৰ বিপৰীত কৰাটোক তেওঁ হাৰাম (নিষিদ্ধ) বুলি ধৰি লৈছিল। তেওঁ অকলে থকাটোক পছন্দ নকৰি সদায় আওলীয়া-দৰবেশসকলৰ লগত থকাটোক ফৰজ (কৰ্তব্য) বুলি ধৰি লৈছিল।

তেওঁ কঠোৰ সাধনা কৰিছিল আৰু এবাদতত (উপাসনাত) সৰ্বশ্ৰেষ্ঠ আছিল। তেওঁ জীৱনৰ প্ৰথম অৱস্থাত সদায় ৰাতিপুৱা নিজৰ খোৱাৰ কাৰণে ঘৰৰপৰা ৰুটী লৈ দোকানলৈ গৈছিল, কিন্তু যাওঁতে বাটত আটাইবোৰ ৰুটী দুখীয়া আৰু অভাৱগ্ৰস্ত লোকসকলক দান কৰি দিছিল। দুপৰীয়ালৈকে তেওঁ মছজিদত নামাজ পঢ়িছিল আৰু জোহৰৰ নামাজৰ পিছতহে তেওঁ দোকানলৈ গৈছিল। ঘৰৰ সকলোৱে ভাবিছিল যে ঘৰৰপৰা নিয়া ৰুটীবোৰ তেওঁ দোকানত বহি বহি খাইছিল। এইদৰে বিশ বছৰ কাল অতিবাহিত হৈছিল; কিন্তু ঘৰৰ কোনেও এই বিষয়ে জানিব পৰা নাছিল।

এবাৰ খলীল নামেৰে এজন যুৱকে সেই সময়ৰ খলিফাৰ ওচৰত এইবুলি গোচৰ দিলে যে সেই অঞ্চলত এনেকুৱা কিছুমান লোক ওলাইছে যে তেওঁলোকে গান গায়, নাচে আৰু বেয়া বেয়া কথাবোৰ কয়। যদি খলিফাই তেওঁলোকক ধৰি আনি ৰাজ-দৰবাৰত কাটি পেলায় তেন্তে খলিফাৰ বহুত পূণ্য হ'ব। খলিফাই এই কথা শুনি হজৰত আবু হামজা, হজৰত ৰোকাম, হজৰত ছিবলী, হজৰত নূৰী, হজৰত জুনায়েদ আৰু তেওঁলোকৰ লগৰীয়াসকলক ধৰাই নি দৰবাৰত হাজিৰ কৰিলে আৰু তেওঁলোকৰ শিৰচ্ছেদ কৰিবলৈ হুকুম দিলে।

খলিফাৰ হুকুম পাই কতোৱালে পোন প্ৰথমে হজৰত ৰোকামৰ শিৰচ্ছেদ কৰিবলৈ ওলাল। তাকে দেখি হজৰত নূৰীয়ে এটি মিচিকিয়া হাঁহি মাৰি হজৰত ৰোকামৰ ঠাইত বহিল। খলিফাই হজৰত নূৰীৰ এই অসাধাৰণ খোদা প্ৰেম, সততা আৰু অপূৰ্ব ত্যাগ দেখি আচৰিত হ'ল আৰু তেওঁলোক আটাইবিলাকক সসম্মানে বিদায় দিলে।

এবাৰ হজৰত জুনায়েদ বাগদাদী হজৰত হাছান নূৰী বাগদাদীৰ ওচৰত উপস্থিত হ'ল। হজৰত হাছান নূৰী বাগদাদী তেওঁৰ সন্মুখত মাটিৰ-ওপৰত বহি পৰিল আৰু ক'লে, "মোক কিবা এটা উপায় কৈ দিয়ক। মই ভীষণ সংগ্ৰামৰ সন্মুখীন হৈছোঁ। যোৱা ত্ৰিশ বছৰেই এই সংগ্ৰাম চলি আছে। এতিয়া মই নিৰুপায় হৈছোঁ। যেতিয়া মোৰ প্ৰভু থাকে মই নাথাকোঁ আৰু যেতিয়া মই থাকোঁ তেওঁ নাথাকে। এই সুদীৰ্ঘকাল মই কান্দি কান্দি আবেদন কৰাত তেওঁ ক'লে, "হয়তো মই থাকিম নহ'লে তুমি থাকিবা।" এই কথা শুনি হজৰত জুনায়েদ বাগদাদীয়ে ক'লে, "খোদা প্ৰেমিক লোকসকল এনেকুৱাই হয়। হে নূৰী! তুমি এনেকুৱা হোৱা বাঞ্চনীয় যে আল্লাহ প্ৰকাশ্যে

থাকক বা গোপনে থাকক তুমি কোনো অৱস্থাতে নাথাকিবা ; কেৱল তেওঁহে থাকিব।"

এবাৰ কেইজনমান মানুহে আহি হজৰত জুনায়েদ বাগদাদীক ক'লে, "যোৱা তিনি দিন হজৰত হাছান নুৰী বাগদাদী এটা শিলৰ ওপৰত বহি কেৱল 'আল্লহ আল্লহ' কৰি আছে। এই তিনি দিনৰ ভিতৰত তেওঁৰ আহাৰ নিদ্ৰা নাই। কেৱল নামাজৰ সময়ততে উঠি আহি নামাজ আদায় কৰে।" হজৰত জুনায়েদ বাগদাদীয়ে ক'লে, "তেওঁ নিজে বেহুঁচ হৈ থাকিলেও আল্লাই তেওঁৰ প্ৰতি লক্ষ্য কৰি আছে, যাতে তেওঁ নিজ কৰ্মৰ পৰা বঞ্চিত নহয়।" তাৰপিছত হজৰত জুনায়েদ বাগদাদীয়ে হজৰত হাছান নুৰী বাগদাদীৰ ওচৰলৈ আহি ক'লে, "যদি জানিলোহেঁতেন যে চিয়ঁৰ বাখৰত লাভ আছে তেন্তে ময়ো চিয়ঁৰ বাখৰ কৰিলোঁহেতে। নীৰৱে থাকি সন্তুষ্ট থাকিবা। তেতিয়া হ'লে মনটোৱে মুক্তি পাব।" এইটো শুনি তেওঁ নীৰৱ হ'ল আৰু ক'লে, "আপুনিহে মোৰ উত্তম গুৰু।"

এদিনাখন এজন যুৱকে ইস্পাহানৰ পৰা হজৰত হাছান নুৰী বাগদাদীক দেখা কৰিবলৈ খালি ভৰিৰে বাগদাদলৈ আহিল। হজৰত হাছান নুৰী বাগদাদীয়ে তেওঁক সুধিলে, "বাৰু, যদি ইস্পাহানৰ বাদচাহে তোমাৰ কাৰণে হাজাৰ দীনাৰ খৰচ কৰি এটি বিৰাট প্ৰাসাদ সাজি দিলেহেঁতেন আৰু হাজাৰ দীনাৰ মূল্যৰ এজনী ৰূপৱতী যুৱতী দাসী কিনি তাইৰ লগত আন আন বহুতো মূল্যবান বস্তু তোমাক দান কৰিলেহেঁতেন আৰু যদি ক'লেহেঁতেন যে তুমি যাক বিচাৰি যাবলৈ ওলাইছা সেইজনক পৰিত্যাগ কৰি এই দান গ্ৰহণ কৰা তেন্তে তুমি সেইবোৰ ত্যাগ কৰি জানো মোক দেখা কৰিবলৈ আহিলা-হেঁতেন ?" প্ৰকৃততে ইস্পাহানৰ বাদচাহে তেওঁক সেইবোৰ দিবলৈ ওলাইছিল। কিন্তু যুৱকে সেইবোৰ গ্ৰহণ নকৰি গুচি আহিছিল। যুৱকে নিজৰ কথাবোৰ হজৰত হাছান নুৰী বাগদাদীৰ মুখত শুনি আচৰিত হ'ল।

এদিনাখন তেওঁ গা ধুই থাকোতে এজন মানুহে তেওঁৰ কাপোৰবোৰ লৈ গ'ল। তেওঁ আল্লাৰ ওচৰত নিবেদন কৰিলে। তেতিয়াই সেই মানুহজনে আহি তেওঁক কাপোৰবোৰ ঘূৰাই দিলে আৰু তেওঁৰ ওচৰত ক্ষমা খুজিলে।

এবাৰ বাগদাদৰ বজাৰত জুই লাগিল। সেই অগ্নি কাণ্ডত বহুতো মানুহ মৰিল। সেই জুইয়ে দুটি ঘৰ ধুনীয়া গোলাম ল'ৰাক আগুৰি ধৰিলে। ল'ৰা দুটিৰ মালিকে উদ্ধাৰৰ কোনো উপায় নেদেখি ক'লে, "যিয়ে এই গোলাম ল'ৰা দুটিক জুইৰপৰা বচাব পাৰিব মই তেওঁক দুহাজাৰ দীনাৰ উপহাৰ দিম।" কোনেও সাহ নকৰিলে। হজৰত হাছান নুৰী বাগদাদীয়ে জুইৰ ভিতৰত প্ৰৱেশ কৰি সুস্থ শৰীৰে ল'ৰা দুটিক জুইৰ মাজৰ পৰা উলিয়াই আনিলে। ল'ৰা দুটিৰ মালিকে সন্তুষ্ট হৈ দুহাজাৰ দীনাৰ আনি তেওঁক দিলে। তেওঁৰ সেইবোৰ গ্ৰহণ নকৰি ক'লে যে তেওঁ পৰকালৰ কাৰণে সংসাৰ ত্যাগ কৰিছে।

এদিনাখন তেওঁ ৰাস্তাদি গৈ থাকোতে দেখিলে যে এজন পথিকৰ মাল-বস্তুবোৰ ৰাস্তাৰ ওপৰত পৰি আছে আৰু বোজা কঢ়িয়াই অনা গাধটো ৰাস্তাৰ কাষত মৃত অৱস্থাত পৰি আছে। পথিকজন নিৰুপায় হৈ অতি ব্যস্তভাৱে কান্দি আছে। হজৰত হাছান নুৰী বাগদাদীয়ে এইটো দেখি গাধটোক হাতেৰে ঠেলা মাৰি 'উঠ' বুলি ক'লে, লগে লগে গাধটি উঠি থিয় হ'ল আৰু পথিকজনে গাধটোৰ পিঠিত মাল-বস্তুবোৰ বোজাই দি গন্তব্য স্থানলৈ গুচি গ'ল।

এবাৰ হজৰত জুনায়েদ বাগদাদী কঠিন বেমাৰত পৰিল। হজৰত হাছান নুৰী বাগদাদীয়ে তেওঁৰ কেইজনমান শিষ্য লগত লৈ তেওঁক দেখা কৰিবলৈ গ'ল। তেওঁ হজৰত জুনায়েদ বাগদাদীৰ অৱস্থা দেখি শিষ্যসকলক ক'লে, "তোমালোকে হজৰত জুনায়েদ বাগদাদীৰ বেমাৰৰ কিছু অংশ ভাগ কৰি লোৱা।" অলপ পিছতে দেখা গ'ল যে হজৰত জুনায়েদ বাগদাদী সম্পূৰ্ণ আৰোগ্য লাভ কৰিলে।

এদিনাখন হজৰত হাছান নুৰী বাগদাদীয়ে আল্লাৰ ওচৰত মোনা-জাত ( প্ৰাৰ্থনা ) কৰি ক'লে, "হে আল্লাহ! তুমি মোক এনেকুৱা গুণ আৰু আবেগ দিয়া, যাৰ কোনো পৰিবৰ্তন নহয়।" তেতিয়া অদৃশ্যৰপৰা এটি শব্দ শুনা গ'ল, "হে আবুল হাছান! তুমি জানো মোৰ সমতুল্য হ'বলৈ ইচ্ছা কৰা? মোৰহে কোনো পৰিবৰ্তন নাই। মোৰ সৃষ্ট বস্তুবোৰক পৰিবৰ্তনৰ অধীন কৰি সৃজন কৰিছোঁ। সেইটো নহ'লে স্ৰষ্টা আৰু সৃষ্টিৰ প্ৰভেদ নাথাকিলেহেঁতেন।

এদিনাখনৰাতি কাদেছিয়াৰ লোকসকলে অদৃশ্যৰপৰা এই বুলি এটি শব্দ শুনিবলৈ পালে, "এজন আল্লাৰ বন্ধুই হিংস্ৰ জন্তুৰে ভৰা ওচৰৰ এখন হাবিত অৱস্থান কৰিছে। তোমালোকে গৈ তেওঁক লৈ

আহা।” এইটো শুনি মানুহবিলাকে দলে দলে হাবি লৈ গ'ল আৰু তাৰপৰা তেওঁক লৈ আহিল। মানুহবিলাকে যেতিয়া তেওঁক হাবিলৈ যোৱাৰ কাৰণ সুধিলে তেওঁ ক'লে, “মই কেইদিনমান মরুদানত একোকে খাবলৈ পোৱা নাছিলোঁ। তাৰপিছত চহৰলৈ আহি খেৰ্মাৰ বাগান দেখি খেৰ্মা খাবলৈ মোৰ প্ৰবল ইচ্ছা হ'ল। মই মনটোক কলোঁ যে তাৰ যেতিয়া লোভ শৰীৰত আছে এই শৰীৰটো হাবিলৈ নি বাঘৰ দ্বাৰা তাৰ মাংস খুৱাম। সেই কাৰণেহে মই হাবিলৈ গৈছিলোঁ।”

এদিনাখন তেওঁ বেহুঁচ অৱস্থাত হাবিলৈ গ'ল। তাত কাইটৰ খোঁচত তেওঁৰ গোটেই শৰীৰৰ পৰা তেজ বৰলৈ ধৰিলে। প্ৰবাদ আছে যে তেওঁৰ টোপালবোৰ 'আল্লাহ' আকৃতি ধাৰণ কৰিছিল। তেজৰ সেইঅৱস্থাত মানুহবিলাকে তেওঁক ঘৰলৈ লৈ আহিল আৰু লগে লগে তেওঁৰ মৃত্যু হ'ল।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ

১। যেতিয়ালৈকে হজৰত মোহাম্মদ ( ছঃ )-ৰ হুকুম পালন কৰা নহয় তেতিয়ালৈকে মুছলিম চৰিত্ৰৰ সমস্ত পথ বন্ধ থাকে।

২। যাৰ প্ৰাণ পাৰ্থিৱ কলঙ্কৰ পৰা মুক্ত, ৰিপুৰ তাড়নাৰ পৰা পবিত্ৰ আৰু নিৰ্জনে খোদাৰ লগত থাকি শান্তি পায় তেৱেঁই চুফী। চুফীয়ে আল্লাৰ বাহিৰে পাৰ্থিৱ সকলো বিষয়ৰপৰা আঁতৰি থাকে। তেওঁ মালিকো নহয় গোলামো নহয়।

৩। যিয়ে কাৰো জেলখানাত আবদ্ধ নহয় আৰু তেওঁৰ জেলখানাতো আন কোনেও আবদ্ধ নহয় তেৱেঁই প্ৰকৃত চুফী।

৪। সাধাৰণ নিয়ম পালন বা পুথিগত বিদ্যাৰ দ্বাৰাই আধ্যাত্মিকতা লাভ নহয়। যদি ই সৎ স্বভাৱ আৰু নিয়ম পালনৰ দ্বাৰা লাভ হ'লহেঁতেন তেন্তে সকলোৱে ইয়াক যত্নৰ দ্বাৰা লাভ কৰিব পাৰিলেহেঁতেন।

৫। আল্লাৰ গুণ অনুযায়ী তোমালোকে নিজৰ চৰিত্ৰ গঠন কৰিবা। আল্লাৰ গুণ কেৱল আচাৰ অনুষ্ঠান বা জ্ঞান অৰ্জনৰ দ্বাৰা লাভ নহয়; বৰং চৰিত্ৰ গঠনৰ দ্বাৰাইহে ই লাভ হয়।

৬। প্ৰতাৰণা ত্যাগ কৰা, বীৰত্বভাৱ দেখুৱা আৰু সুখ সম্ভোগ, জাক-জমক, আদি ত্যাগ কৰাটো হৈছে চুফীৰ ৰীতি।

৭। পৃথিৱীৰ লগত শত্ৰুতা আৰু আল্লাৰ লগত বন্ধুতা হৈছে চুফীৰ স্বভাৱ।

# ৪৭। হজৰত আবু ওছমান হীৰী (ৰঃ)

হজৰত আবু ওছমান হীৰী ( ৰঃ ) খোৰাচানৰ অধিবাসী আছিল। তেওঁ খোৰাচানৰ এটি সম্ভ্ৰান্ত বংশত জন্ম গ্ৰহণ কৰিছিল। তেওঁ সেই সময়ৰ আওলীয়াসকলৰ ভিতৰত শ্ৰেষ্ঠ আছিল। তেওঁৰ কথাবোৰৰ ফল লগে লগে দেখা গৈছিল।

তেওঁ হজৰত জুনায়েদ বাগদাদী, হজৰত আবু মোহাম্মদ ৰুয়াইম, হজৰত ইউছুফ হুছাইন আদি আওলীয়াসকলৰ সংশ্ৰৱত থাকি বহুতো তত্বজ্ঞান লাভ কৰিছিল। তেওঁৰ গুৰু তিনিজন আছিল—প্ৰথমজন হজৰত ইয়াহ ইয়া ইব্‌নে মায়াজ, দ্বিতীয়জন হজৰত শাহ চুজা কিৰ্-মানী আৰু তৃতীয়জন হজৰত আবু হাফ্‌ছ হাদ্দাদ। এই তিনিওজন গুৰুৰপৰা তেওঁ বহুতো তত্বজ্ঞান লাভ কৰিছিল।

তেওঁ নিচেই বাল্য কালৰে পৰা সকলো বিষয়ৰে নিগূঢ় তত্ত্ব জানিবলৈ ইচ্ছুক আছিল। তেওঁ এইটো ভালদৰে জানিছিল যে সাধাৰণ লোকসকলে প্ৰকাশ্যভাবে যিবোৰ কাম কৰিছিল নিশ্চয় সেইবোৰত কিছু গোপন ৰহস্য আছে।

বাল্যকালত এদিনাখন তেওঁ অতি মূল্যবান ৰেছমী পোছাক পিন্ধি মক্তবলৈ ( স্কুললৈ ) গৈছিল। তেওঁৰ হাতত সোণৰ দোৱাত আৰু মূৰত সোণ খটোৱা মূল্যবান পাগুৰি আছিল। তেওঁ দেখিলে যে ৰাস্তাৰ ওপৰত এটি গাধ থিয় হৈ আছে। গাধটোৰ পিঠিত এটুকুৰা ঘাঁ আছে আৰু এটি কাউৰীয়ে বহি সেই ঘাঁ টুকুৰাৰপৰা ঠোঁটেৰে খুঁটি খুঁটি মাংস খাই আছে। বেচেৰা গাধটিয়ে কাউৰীটোক খেদিব নোৱাৰি বিহৰ যন্ত্ৰণাত ছট্-ফটাই আছে। এইটো দেখি গাধটিৰ প্ৰতি তেওঁৰ দয়া উপজিল। তেওঁ তেতিয়াই নিজৰ সেই মূল্যবান চোলাটো খুলি গাধটিৰ ঘাঁ ডোখৰ ঢাকি দিলে আৰু পাগুৰিটো খুলি তাৰে ইয়াৰ ওপৰত পটী বান্ধি দিলে। তেওঁৰ এইটো কামত আল্লাহ সন্তুষ্ট হ'ল আৰু তেওঁ গৈ ঘৰ পোৱাৰ আগেয়ে আল্লাৰ প্ৰেমত তেওঁৰ মন অস্থিৰ হৈ পৰিল। তেওঁ গোপনে গোপনে গৈ হজৰত ইয়াহ ইয়া ইব্‌নে মায়াজৰ সভাত উপস্থিত হ'ল আৰু হজৰত ইয়াহ ইয়া ইব্‌নে মায়াজৰ উপদেশৰ দ্বাৰা তেওঁৰ অন্তৰৰ দুৱাৰ মুকলি হ'ল।

তাৰ পিছত তেওঁ মাক-বাপেকৰ অনুমতি লৈ হজৰত ইয়াহ ইয়া ইব্‌নে মায়াজৰ ওচৰলৈ গ'ল আৰু তাত সুদীৰ্ঘ কাল থাকি আল্লাৰ

জিকিৰ ( ধ্যান ) আৰু সাধনাত মনোনিবেশ কৰিলে। ইয়াৰ ভিতৰতে কেৰ্মানৰ পৰা এদল লোক আহি খোৰাচানত উপস্থিত হ'ল। তেওঁ তেওঁলোকৰ মুখত হজৰত শ্বাহছুজা কেৰমানীৰ গুণ গৰিমাৰ কথা শুনি মুগ্ধ হ'ল। তেওঁ হজৰত ইয়াহ ইয়া ইবৃনে মায়াজৰ অনুমতি লৈ হজৰত শ্বাহ চুজা কেৰমানীক দেখা কৰিবলৈ গ'ল। তাত তেওঁ হজৰত শ্বাহ ছুজা কেৰমানীৰ লগত সুদীৰ্ঘ কাল থাকি জীৱনত বহুতো উপকাৰ লাভ কৰে।

তাৰ পিছত তেওঁ হজৰত শ্বাহ ছুজা কেৰমানীৰ লগত নিছাপুৰলৈ গ'ল। তাত হজৰত আবু হাফ্ছ হাদ্দাদৰ লগত তেওঁলোকৰ সাক্ষাৎ হ'ল। হজৰত আবু হাফ্চ হাদ্দাদৰ উন্নত আৰু মহান কাৰ্য্যবোৰ দেখি হজৰত আবু ওছমান হীৰী মুগ্ধ হ'ল আৰু তেওঁৰ লগত কিছুদিন থাকিবলৈ ইচ্ছা কৰিলে। আল্লাই তেওঁৰ ইচ্ছা পূৰ্ণ কৰিলে। কেই-দিনমান পিছত হজৰত শ্বাহ ছুজা কেৰ্মানী ঘৰলৈ উভতি আহিল। কিন্তু হজৰত আবু হাফছ হাদ্দাদৰ লগত বহুত দিন থাকি মা'ৰেফাতৰ ( খোদাতত্ত্ব জ্ঞানৰ ) গভীৰ জ্ঞান লাভ কৰে। অৱশেষত হজৰত আবু হাফ্ছ হাদ্দাদে তেওঁক জোৱায়েক হিচাবে পছন্দ কৰিলে আৰু নিজৰ জীয়েকক তেওঁৰ লগত বিয়া দিলে।

এদিনাখন এজন মানুহে তেওঁক পৰীক্ষা কৰিবলৈ নিমন্ত্ৰণ কৰিলে। তেওঁ যেতিয়া সেই মানুহজনৰ ঘৰ পালে মানুহজনে ক'লে "খকুৰা, খাবলৈ আহিছা। আজি খাবলৈ ঘৰত একো নাই, গুচি যোৱা।" এইদৰে সেই মানুহজনে তেওঁক ত্ৰিশবাৰ নিমন্ত্ৰণ কৰিলে আৰু ত্ৰিশ বাৰেই কিছুমান কটু কথা কৈ ঘূৰাই পঠালে। তেওঁ মনত অলপো দুখ নকৰিলে; কিন্তু সেই মানুহজনৰ হাত আৰু ভৰি অৱশ হৈ পৰিল। তেতিয়া সেই মানুহজনে তেওঁৰ ভৰিত দীঘল দি পৰি বৰকৈ কান্দিলে আৰু তৌবাহ ( অনুতাপ ) কৰি ক'লে, "আপুনি কি আচৰিত লোক। আপোনাক ত্ৰিশবাৰ অপমান কৰি ঘূৰাই পঠালোঁ। অথচ আপোনাৰ ভাবৰ তিল মাত্ৰও পৰিবৰ্তন নহ'ল।" তেওঁ ক'লে, "ই অতি সহজ কাম। এটা সামান্য কুকুৰেও এইটো কৰে। তুমি তাক মাতা, সি আহিব; খেদি দিয়া, সি গুচি যাব। ইয়াত তাৰো ভাবৰ কোনো পৰিবৰ্তন নহয়। গতিকে ই একো আচৰিত কথা নহয়।"

এদিনাখন তেওঁ ৰাস্তাৰ কাষেদি গৈ আছিল। এজন মানুহে ছাদৰ ওপৰৰ পৰা তেওঁৰ মূৰত কিছুমান ছাই ঢালি দিলে। এইটো দেখি

তেওঁৰ লগত থকা শিষ্যসকলৰ খং উঠিল। তেওঁ ক'লে, "তোমালোকে খং নকৰিবা। সেই মানুহজনে মোৰ মূৰত জুইৰ আঙঠা চালি নিদি যে ঠাণ্ডা ছাই চালি দিছে সেইটো মোৰ সৌভাগ্য। তাৰ বাবে আল্লাৰ ওচৰত মই অশেষ কৃতজ্ঞতা প্ৰকাশ কৰিছোঁ।"

এদিনাখন এজন মানুহে তেওঁক ক'লে, "মই জিভাৰে আল্লাৰ জিকিৰ (স্মৰণ) কৰোঁ, কিন্তু মোৰ অন্তৰখনিয়ে তাত যোগ নিদিয়ে।" তেওঁ ক'লে, "আল্লাৰ ওচৰত অশেষ কৃতজ্ঞ যে শৰীৰৰ এটি অঙ্গ বাধ্য হৈছে। এটি অংশক তেওঁ পথ দেখুৱাইছে যেতিয়া মনটোও এদিন তাৰ লগত যোগ দিব পাৰে।"

এদিনাখন এজন মানুহ ক্ষৰগানৰ পৰা মক্কাত হজ্জ কৰাৰ উদ্দেশ্যে আহি ৰাস্তাত নিছাপুৰ পালে। যেতিয়া সেই মানুহজনে শুনিলে যে নিছাপুৰত হজৰত আবু ওছমান হীৰী আছে তেওঁ দেখা কৰিবলৈ আহি তেওঁক এটি ছালাম দিলে। হজৰত আবু ওছমান হীৰীয়ে ছালামৰ উত্তৰ নিদি ক'লে, "তুমি তোমাৰ মাতৃক চিন্তা আৰু দুৰ্দশাগ্ৰস্ত অৱস্থাত এৰি মক্কাত হজ্জ কৰিবলৈ আহিছা। এইটো জানো তোমাৰ পক্ষে উচিত হৈছে? এই কথা শুনি মানুহজনে ক্ষৰগনালৈ উভতি গ'ল আৰু মাকৰ মৃত্যুলৈকে মাকৰ সেৱা শুশ্ৰূষাত লাগি থাকিল।

যেতিয়া হজৰত আবু ওছমান হীৰীৰ মৃত্যুৰ সময় ওচৰ চাপিল তেওঁৰ পুতেকে শোকত বিহ্বল হৈ বৰকৈ কান্দিবলৈ ধৰিলে। তেওঁ ক'লে "বোপা! তুমি চুন্নতৰ (হজৰত মোহাম্মদ (ছঃ)-ৰ ৰীতি-নীতিৰ) বিপৰীত কাম কিয় কৰিছা? এইটো মুনাফিকৰ (ভণ্ডৰ) চিন।" এইবুলি কৈ তেওঁ পৃথিৱীৰ পৰা শেষ বিদায় ল'লে।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ

১। কাৰ্পণ্য আৰু বদান্যতা, মান আৰু অপমান এই চাৰিটা বস্তু যেতিয়ালৈকে মানুহৰ মাজত সমানভাৱে নাথাকে তেতিয়ালৈকে মানুহ কেতিয়াও আওলীয়া হ'ব নোৱাৰে।

২। আল্লাই যাক মা'ৰেফাতৰ (খোদাতত্ত্ব জ্ঞানৰ)-দ্বাৰা শ্ৰেষ্ঠ কৰিছে পাপৰ দ্বাৰা নিজকে হেয় নকৰাটো তেওঁৰ কৰ্তব্য।

৩। সকলো কামতে আল্লাৰ ওপৰত যাৰ পূৰ্ণ ভয় নাথাকিব তেওঁৰ প্ৰত্যেকটি কামতে আল্লাৰ লগত সম্বন্ধ অসম্পূৰ্ণ ৰয়।

৪। যিয়ে সদায় পৰকালৰ বিষয়ে চিন্তা কৰিব পৰকালত তেওঁ তাৰ ফল পাব।

৫। যিয়ে পাৰ্থিৱ সুখ আৰু মান-সন্মান ত্যাগ কৰে আল্লাই তেওঁৰ অন্তৰ যকল কৰে।

৬। ভয়ে মানুহক আল্লাৰ নিকটবৰ্ত্তী কৰে আৰু অহঙ্কাৰে আল্লাৰ পৰা দূৰলৈ আঁতৰাই পঠায়।

৭। সহিষ্ণু লোক সেইজন যিয়ে বিপদত ধৈৰ্য্য ধৰিবলৈ অভ্যাস কৰে।

৮। বিনয়ৰ মূল স্ৰোত তিনিটা : [১] মানুহ যে অজ্ঞ আৰু অক্ষম সেইটো স্মৰণ কৰা, [২] নিজৰ পাপবোৰ স্মৰণ কৰা, [৩] আল্লাৰ ওচৰত যে কিমান অভাৱী সেইটো স্মৰণ কৰা।

৯। তোমালোকে সকলোবোৰ কামতে আল্লাৰ ওপৰত নিৰ্ভৰ কৰিবা।

১০। যিয়ে আল্লাক যিমান বেছি ভাল পায় তেওঁ সিমানেই আল্লাৰ সাক্ষাৎ লাভ কৰিবলৈ ইচ্ছা কৰে।

১১। ভয়ে আল্লাৰ প্ৰেমক বিশুদ্ধ কৰে আৰু কৰ্মৰ দ্বাৰা প্ৰেম আৰু বন্ধুত্ব দৃঢ় হয়।

১২। এনেহুৱা লোকে প্ৰেমৰ সোঁৱাদ নাপায়।

১৩। আল্লাৰ বাধ্য হৈ থকা আৰু তেওঁৰ অসন্তুষ্টিৰ ভয় সদায় অন্তৰত ৰখাটো হৈছে সৌভাগ্যৰ চিন।

১৪। ৰিপুৰ দাসত্ব কৰা আৰু জেলত আবদ্ধ থকা একেই কথা।

১৫। পাৰ্থিৱ আমোদ-প্ৰমোদ আল্লাৰ সন্তুষ্টি লাভৰ চিন্তাক অন্তৰৰ পৰা আঁতৰাই দিয়ে।

১৬। আল্লাৰ বাহিৰে আনক ভয় নকৰিবা আৰু আল্লৰ বাহিৰে আনৰ ওচৰত কোনো বিষয়ে আশা নকৰিব।

১৭। আল্লাৰ সন্তুষ্টিক ৰিপুৰ সন্তুষ্টিৰ ওপৰত স্থান দিবা।

১৮। মানুহে যিমানে পাৰ্থিৱ বস্তুবোৰ ত্যাগ কৰিব সিমানেই তেওঁৰ পক্ষে মঙ্গল।

১৯। মানুহক অৱজ্ঞা আৰু ঘৃণা কৰাটো এনেকুৱা এটি ৰোগ যাৰ কেতিয়াও প্ৰতিকাৰ নহয়।

২০। খোদাৰ প্ৰতি ভয়ে তেওঁৰ লগত সাক্ষাৎ কৰাত তোমাক সক্ষম কৰিব, অহঙ্কাৰ আৰু অভিমানে তাৰ পৰা তোমাক পৃথক কৰিব।

## ৪৮। হজৰত আবু আবদুল্লাহ জাল্লা (ৰঃ)

হজৰত আবু আবদুল্লাহ জাল্লা ( ৰঃ ) তুৰস্কৰ অধিবাসী আছিল। তেওঁ সেই সময়ত আওলীয়াসকলৰ ভিতৰত শ্ৰেষ্ঠ আৰু মাননীয় আছিল। তেওঁ হজৰত আবু তোৰাব, হজৰত জুন্নুন মিছৰী, হজৰত জুনায়েদ বাগদাদী আৰু হজৰত আবুল হাছান নুৰীৰ সংশ্ৰৱত থাকি অলৌকিক জীৱনৰ আদৰ্শ আৰু মা'ৰেফাতৰ ( খোদাতত্ত্ব জ্ঞানৰ ) বিষয়ে অতুলনীয় শিক্ষা লাভ কৰিছিল।

তেওঁ জীৱনৰ আৰম্ভণিতে এদিনাখন মাক-দেউতাকক কৈছিল, "আপোনালোকে মোক আল্লাৰ কামত নিয়োগ কৰক।" মাক-দেউতাকে সম্মতি জনাই তেওঁক আল্লাৰ কামত নিয়োগ কৰিলে। পিছদিনাখন তেওঁ মাক-দেউতাকৰ পৰা বিদায় লৈ ঘৰৰপৰা ওলাই গ'ল।

কেইদিনমান পিছত তেওঁ ঘৰলৈ উভতি আহি মাক-দেউতাকক দুৱাৰৰ বাহিৰৰ পৰা মাত লগালে। মাক-দেউতাকে ঘৰৰ ভিতৰৰপৰা "তুমি কোন ?" বুলি সোধাত তেওঁ নিজৰ পৰিচয় দিলে। তেওঁলোকে ক'লে, "আমাৰ একমাত্ৰ ল'ৰা যিটো আছিল তাক আমি আল্লাৰ ৰাস্তাত এৰি দিছোঁ তাক আমি আকৌ গ্ৰহণ কৰিব নোৱাৰিম।" এই বুলি কৈ তেওঁলোকে ঘৰৰ দুৱাৰ মেলি নিদিলে। তেতিয়া তেওঁ তাৰপৰা উভতি গৈ হজৰত জুনায়েদ বাগদাদীৰ ওচৰত দীক্ষা ল'লে।

এদিনাখন এজন মানুহে তেওঁক ফকিৰি সম্বন্ধে সুধিলে। তেওঁ একো উত্তৰ নিদি বাহিৰলৈ ওলাই গ'ল। অলপ পিছত যেতিয়া উভতি আহি তেওঁ ঘৰত সোমাল মানুহজনে তেওঁক উত্তৰ নিদিয়াৰ কাৰণ সুধিলে। তেওঁ ক'লে, "মোৰ লগত ২৪ ৰতি ৰূপ আছিল। বাহিৰলৈ গৈ মই সেইখিনি দান কৰি আহিলোঁ। কিয়নো মোৰ লগত ৰূপ ৰাখি ফকিৰিৰ বিষয়ে আনক ক'বলৈ যোৱাটো বৰ লাজৰ কথা। এতিয়া মোৰ হাতত একো নাই যেতিয়া ফকিৰিৰ বিষয়ে মই ক'ব পাৰোঁ।"

এবাৰ তেওঁ পথৰ কষ্ট আৰু উপবাসৰ জ্বালা সহ্য কৰি গৈ মদিনাত উপস্থিত হ'ল আৰু হজৰত মোহাম্মদ (ছঃ)-ৰ কবৰৰ ওচৰত ক'লে, "আজি মই আপোনাৰ ওচৰত আলহী।" ঠিক সেই মুহূৰ্ত্ততে তেওঁৰ টোপনি আহিল। সপোনত তেওঁ দেখিলে যে হজৰত মোহাম্মদ ( ছঃ )-এ আহি তেওঁৰ হাতত এডোখৰ ৰুটী দিলে। তেওঁ তাৰ আধা

খাওঁতেই টোপনিৰপৰা সাৰ পালে আৰু দেখিলে যে বাকী আধাখিনি তেওঁৰ হাতত আছে।

যেতিয়া তেওঁৰ মৃত্যুৰ সময় ওচৰ চাপিল, তেওঁ হাঁহি হাঁহি মৃত্যু-বৰণ কৰিলে। মৃত্যুৰ পিছতো তেওঁৰ মুখত হাঁহি দেখা গৈছিল। আনকি চিকিৎসকসকলেও তেওঁক দেখি জীৱিত বুলি ধাৰণা কৰিছিল।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ

১। যিয়ে ঠিক সময়ত নিজৰ ফৰজ ( কৰ্তব্য ) কামবোৰ আদায় কৰে তেওঁহে আল্লাৰ প্ৰকৃত ভক্ত।

২। যিয়ে আল্লাক ভয় কৰে তেওঁ সমস্ত ভয় আৰু চিন্তাৰ পৰা বাচি থাকে।

৩। যিয়ে নিজৰ শক্তি আৰু কৌশলৰদ্বাৰা মান সম্মান লাভ কৰে তেওঁ সোনকালে পতিত হয়। যিয়ে আল্লাৰ গোপন ইংগিতৰদ্বাৰা মান সম্মান লাভ কৰে তেওঁ সেই উচ্চ পদত চিৰদিন স্থায়ী হিচাবে থাকিব পাৰে।

৪। জীৱিকা উপাৰ্জনৰ চেষ্টায় মানুহক আল্লাৰ পৰা আতৰাই নিয়ে আৰু আনৰ প্ৰত্যাশী কৰে।

## ৪৯। হজৰত আবু মোহাম্মদ ৰুয়াইম ( ৰঃ )।

হজৰত আবু মোহাম্মদ ৰুয়াইম ( ৰঃ ) বাগদাদৰ অধিবাসী আছিল। তেওঁ মা'ৰেফাতত ( খোদা তত্বজ্ঞানত ) মহাজ্ঞানী আৰু তৰীকতৰ ৰাজ্যত উজ্জ্বল বেলিৰ দৰে জিলিকি আছিল। তেওঁ হজৰত জুনায়েদ বাগদাদীৰ পথৰ শ্ৰেষ্ঠ আওলীয়া আছিল। কোৰআন শৰীফৰ ব্যাখ্যা আৰু বিশ্লেষণত তেওঁৰ পূৰা দক্ষতা আছিল আৰু তৰীকত শাস্ত্ৰৰ তেওঁ বহুতো কিতাপ লিখিছিল। তেওঁ এজন মহা জ্ঞানী আলেম ( শিক্ষিত লোক ) আৰু নানা গুণে বিভূষিত দৰবেশ আছিল।

তেওঁ বহুতো দেশ ভ্ৰমণ কৰিছিল আৰু যেতিয়াই তেওঁ কিবা খাবলৈ মন কৰিছিল তেতিয়াই তাক তেওঁৰ সন্মুখত উপস্থিত পাইছিল। তেওঁ কোনো বস্তুৰে অভাৱ অনুভৱ কৰা নাছিল। তেওঁ কৈছিল,

"আল্লাই এটা বস্তুৰ ভিতৰত জান বস্তু গোপণ ৰাখিছে, কিন্তু তেওঁ নিজৰ গুণ গৰিমা গোপন ৰখা নাই।"

তেওঁ সদায় আত্ম গোপন কৰি চলিছিল। তেওঁ জীৱনৰ শেষত যদিও খলিফাৰ হুকুম অনুযায়ী কাজী পদ গ্ৰহণ কৰিছিল তেওঁ ত্যাগৰ দ্বাৰা সমাজত নেতৃত্ব লাভ কৰিছিল। সেই কাৰণে হজৰত জুনায়েদ বাগদাদীয়ে কৈছিল, "আমি সংসাৰ ত্যাগী হৈও সংসাৰৰ কামত জৰিত আৰু কয়াইম সংসাৰৰ কামত জৰিত হৈও সংসাৰ ত্যাগী।"

তেওঁ কেতিয়া কিদৰে ক'ত শেষ নিশ্বাস ল'লে কোনেও নাজানে।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ

১। আল্লাই যদি তোমাক কথা কোৱা আৰু কামকৰা শক্তি দান কৰে তেন্তে সেইটো তোমাৰ সৌভাগ্য, যদি তেওঁ তোমাৰ কথা কোৱা শক্তি কাঢ়ি লৈ কেৱল তোমাৰ কামকৰা শক্তি বজাই ৰাখে তেন্তে এইটো তেওঁৰ মহান দান। যদি তেওঁ তোমাৰ কাম কৰা শক্তি কাঢ়ি লয় আৰু কেৱল কথা কোৱা শক্তি ৰৈ যায় তেন্তে এইটো তোমাৰ কাৰণে মহা বিপদ।

২। তোমালোকে সাধাৰণ বিছনাত শুৱা আৰু আমোদ প্ৰমোদৰ পৰা বিৰত থাকিবা।

৩। আল্লাৰ লগত বন্ধুত্ব ৰখাটো আৰু তেওঁৰ প্ৰেমত আসক্ত হৈ থকাটোৱেই প্ৰকৃত তৌহিদ (একেশ্বৰবাদ)।

৪। আওলীয়াসকলৰ লগত এখনকৈ আয়না থাকে। যেতিয়া তেওঁলোকে ইয়াৰ পিনে দৃষ্টি পেলায় তেতিয়া তাত আল্লাই দেখা দিয়ে।

৫। আল্লাৰ বাহিৰে আনৰ লগত শত্ৰুতা ভাব থকাটোকে খোদা প্ৰেম বোলে।

৬। খোদা প্ৰেমৰদ্বাৰা সৎসাহস প্ৰতিষ্ঠা হয়।

৭। পাৰ্থিব বস্তুবোৰক তুচ্ছ জ্ঞান কৰা আৰু সেইবোৰৰ প্ৰেম অন্তৰৰপৰা আঁতৰাই দিয়াটোকে সংসাৰ ত্যাগ বোলে।

৮। খোদা ভীৰু সেইজন যিয়ে খোদাৰ বাহিৰে আনক ভয় নকৰে।

৯। ভাল কাম কৰি ইহকাল আৰু পৰকালত তাৰ বিনিময় আশা কৰাটো উচিত নহয়। অৱশ্যে পৰকালৰ প্ৰতি আশা ৰাখি কাম কৰাটো উচিত।

## ৫০। হজৰত ইব্‌নে আতা' (ৰঃ)।

হজৰত ইব্‌নে আতা' ( ৰঃ ) বাগদাদৰ অধিবাসী আছিল। তেওঁ হজৰত জুনায়েদ বাগদাদীৰ শিষ্য আছিল। তেওঁ সেই সময়ৰ আধ্যাত্মিক পুৰুষসকলৰ ভিতৰত শ্ৰেষ্ঠ আৰু ধৰ্মীয় ফেকাহ্‌ শাস্ত্ৰৰ মুফতী আছিল। তেওঁ অতি সুন্দৰ ভাবে কোৰআন শ্বৰীফৰ ব্যাখ্যা আৰু বিশ্লেষণ কৰিব পাৰিছিল। সেই কাৰণে তেওঁক সকলোৱে সন্মান কৰিছিল আৰু ফকিৰিত একমাত্ৰ তেওঁকেই সকলোৱে শ্ৰেষ্ঠ বুলি জানিছিল।

এদিনাখন এইজনমান মানুহে তেওঁৰ লগত দেখা কৰিবলৈ তেওঁৰ উপাসনা কোঠালৈ আহিল। তেওঁলোকে দেখিলে যে তেওঁ কান্দি আছে। তেওঁলোকে কন্দাৰ কাৰণ সোধাত তেওঁ ক'লে, "বাল্য কালত মই এজন মানুহৰ এটি পাৰ চৰাই চুৰি কৰিছিলোঁ। যদিও তাৰ কাৰণে মই মালিকক এক হাজাৰ দিৰহাম দি তেওঁৰ ক্ষতি পূৰণ কৰিছোঁ তথাপি আজিলৈ মোৰ মনলৈ শান্তি অহা নাই। মই নাজানোঁ যে মোৰ অৱস্থা কি হ'ব। সেই কাৰণেহে মই কান্দিছোঁ।"

তেওঁৰ দহজন বৰ ধুনীয়া পুতেক আছিল। এবাৰ তেওঁ আটাই কেইজন পুতেকক লগত লৈ ফুৰিবলৈ গ'ল। ৰাস্তাত এটা ডকাইতৰ দলে তেওঁলোকক আক্ৰমণ কৰিলে। ডকাইতসকলে তেওঁৰ চকুত বান্ধি এটি এটিকৈ পুতেক কেইটাক কাটিবলৈ ধৰিলে। তেওঁ একো নকৈ কেৱল আকাশৰ পিনে চাই চাই হাঁহিছিল।

যেতিয়া ডকাইতসকলে ৯ জন পুতেকক কাটি দহমজনক কাটিবলৈ আগবাঢ়িলে তেতিয়া সেই ল'ৰাটিয়ে পিতাকক ক'লে, "পিতা! আপুনি কেনেকুৱা হৃদয় হীন। আপোনাৰ চকুৰ আগত ৯ জন সন্তানক ইহঁতে কাটিলে, অথচ আপুনি হাঁহি থাকিল, একো নকয়।" তেওঁ ক'লে, "বোপা! যিজনে এইটো কৰাইছে তেওঁক একো কোৱা নাযায়। তেওঁ নিজেই এইটো জানে আৰু সকলোবোৰ দেখি আছে। যদি তেওঁ ইচ্ছা কৰে বচাব পাৰে।" এইটো শুনি ডকাইতসকলৰ অন্তৰত চিন্তাৰ ঢৌ উঠিল। সিহঁতে ক'লে, "হজুৰ! আপুনি আগেয়ে এনেকুৱা কথা কিয় নক'লে! তেতিয়াহ'লে আপোনাৰ কোনোজন পুত্ৰকে আমি নাকাটিলোঁহেঁতেন।"

কিছুমানে হজৰত ইব্‌নে আতা'ক সুধিলে, "চুফীসকলৰ কি হ'ল যে তেওঁলোকে এনেকুৱা কিছুমান শব্দ আবিষ্কাৰ কৰিছে যে সাধাৰণ

লোকে বুজিব নোৱাৰে?" তেওঁ ক'লে, "এইবোৰ আচৰিত শব্দ এই কাৰণে আবিষ্কাৰ কৰা হৈছে, যাতে চুফীসকলৰ বাহিৰে আনে সেইবোৰ বুজিব নোৱাৰে। তেওঁলোকৰ ওচৰত ফকিৰি অতিশয় প্ৰিয়। গতিকে তেওঁলোকে সাধৰণ প্ৰচলিত কথা ব্যৱহাৰ কৰি ইয়াক সাধাৰণ বস্তুত পৰিণত কৰিবলৈ ইচ্ছা নকৰে। গতিকে তেওঁলোকে কিছুমান বিশেষ শব্দ আবিষ্কাৰ কৰিছে।"

অনেকে তেওঁক ধৰ্ম বিৰোধী বুলি অপবাদ দিছিল। এবাৰ সেই সময়ৰ খলিফাই তেওঁক দৰবাৰলৈ মতাই নি বহুত টান কথা ক'লে। তেৰোঁ টান কথাৰে উত্তৰ দিলে। খলিফাৰ খং উঠিল। তেওঁ হুকুম দিলে যে হজৰত ইবনে আত'ৰ ভৰিৰ পৰা জোতা খুলি তাৰ দ্বাৰাই যেন তেওঁৰ মূৰত জোতা মৰা হয়। খলিফাৰ সহচৰ সকলে তাকে কৰিলে। তেতিয়া হজৰত ইবনে আত'ই আল্লাৰ ওচৰত হাত উঠাই ক'লে, "খলিফাৰ যেন হাত আৰু ভৰি কটা যায়।" অৱশেষত তেওঁৰ মৃত্যু হ'ল।

কেইদিনমান পিছত হজৰত ইবনে আতা'ৰ অভিশাপ খলিফাৰ অনুযায়ী হাত আৰু ভৰি কটা যায়। কাৰণ খলিফা বৰ অত্যাচাৰী আছিল। তেওঁৰ শাস্তি হোৱাত বহুতো লোকৰ মঙ্গল হ'ল। গতিকে হজৰত ইবনে আতা'ৰ অভিশাপ বহুত লোকৰ মঙ্গলত পৰিণত হ'ল।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ

১। সাধকসকলে যিবোৰ কাম কৰে সেইবোৰ উত্তম কাম আৰু তেওঁলোকে যিবোৰ শিক্ষা কৰে সেইবোৰ উত্তম শিক্ষা।

২। যিটো বস্তুই আল্লাৰ পৰা মানুহক উদাসীন কৰি ৰাখে সেইটো আটাইতকৈ বেয়া বস্তু।

৩। যিয়ে আল্লাৰ বাহিৰে আন বস্তুৰ দ্বাৰা শান্তি লাভ কৰিবলৈ বিচাৰে অৱশেষত সেইটোৱেই বিপদৰ কাৰণ হয়।

৪। আল্লাৰ কামত যি বুদ্ধি সেইটোহে খাঁটি বুদ্ধি। যি জিকিৰত (স্মৰণত) মনলৈ অহঙ্কাৰ আহে সেইটোৱেই নিকৃষ্ট জিকিৰ। যি পাপৰ পিছত তৌবাহ (অনুতাপ) কৰা হয় সেইটোৱেই উত্তম পাপ।

৫। পাৰ্থিব ধন দৌলতৰ ওপৰত নিৰ্ভৰ কৰিলে মনত অহঙ্কাৰ জন্মে।

৬। মানুহে বাহিৰৰ পিনে নজৰ কৰে আল্লাই অন্তৰৰ পিনে নজৰ কৰে। গতিকে মানুহে দেখা ঠাইতকৈ আল্লাই দেখা ঠাইক বেছি পৰিস্কাৰ কৰি ৰখা কৰ্তব্য।

৭। যিটো বস্তুই মানুহক পৰকালৰ পথৰ পৰা দুৰাই ৰাখে সেইটো হৈছে পাৰ্থিৱ মোহ।

৮। আত্মাৰ বাসনা হৈছে আল্লাৰ নৈকট্য লাভ কৰা আৰু ৰিপুৰ বাসনা হৈছে পাৰ্থিৱ সুখ শান্তি লাভ কৰা। গতিকে ৰিপুৰ স্বাভাৱিক গতিয়ে মানুহক আল্লাৰ বিৰুদ্ধ পথলৈ ধাবিত কৰে আৰু আল্লাৰ ভক্তসকলক আল্লাৰ সন্ধানত বাধা দিয়ে। গতিকে যি সকলৰ ভাগ্য বেয়া একমাত্ৰ তেওঁলোকে হে বেয়া কামত ৰিপুৰ লগত যোগ দিয়ে।

৯। দৰবেশসকলৰ নীতিত চলিবলৈ যাৰ ভাগ্য হয় তেওঁ আল্লাৰ জিকিৰ (স্মৰণ) আৰু এবাদতত (উপাসনাত) শক্তি পায়।

১০। খোৰা আৰু নিদ্ৰাৰ দ্বাৰা মুনাফিকৰ (ভণ্ডৰ) শক্তি লাভ হয় আৰু জিকিৰ আৰু আল্লাৰ প্ৰশংসাৰ দ্বাৰা মোমিনৰ (বিশ্বাসকাৰীৰ) শক্তি লাভ হয়।

১১। যিজন লোক ৰিপুৰ জালত আবদ্ধ তেওঁ আল্লাৰ ওচৰ চাপিবলৈ অক্ষম হয়।

১২। যেতিয়া মানুহে আল্লাৰ পৰা অন্তৰ চকু লাভ কৰে তেতিয়া তেওঁৰ পক্ষে অহঙ্কাৰ কৰাটো হাৰাম (নিষিদ্ধ) হয়। তেওঁ আল্লাৰ প্ৰেমত এনেকুৱা ভাবে মত্ত হয় যে তাতে তেওঁ বিলীন হৈ নিজকে পাহৰি যায়।

১৩। খোদা প্ৰেমিকৰ জীৱন যাপন অন্তৰৰ দ্বাৰা, অনুৰাগীৰ জীৱন যাপন চকুৰ পানীৰ দ্বাৰা, সাধকৰ জীৱন যাপন আল্লাৰ জিকিৰৰ (স্মৰণৰ) দ্বাৰা, একেশ্বৰবাদীৰ জীৱনৰ জিভাৰ দ্বাৰা যাপন আৰু সম্মানিত লোকৰ জীৱন যাপন ৰিপুৰ দ্বাৰা প্ৰকাশ হয়।

১৪। ভয়, লাজ আৰু শান্তি এই তিনিটা হৈছে 'মা'ৰেফাতৰ (খোদাতত্ত্বজ্ঞানৰ) খুটা।

## ৫১। হজৰত ইব্ৰাহিম ইব্‌নে দাউদ ৰক্কী (ৰঃ)।

হজৰত ইব্ৰাহিম ইব্‌নে দাউদ ৰক্কী (ৰঃ) শ্যাম দেশৰ অধিবাসী আছিল। তেওঁ হজৰত জুনায়েদ বাগদাদীৰ সময়ত জীৱিত আছিল।

তেওঁ চুফীসকলৰ নেতা আৰু সাধকসকলৰ আদৰ্শ লোক আছিল। তেওঁ জীৱনত কঠোৰ সাধনা কৰিছিল আৰু অলৌকিক শক্তিত শ্ৰেষ্ঠ আছিল। তেওঁ বিখ্যাত দৰবেশ হজৰত ইবনে আল্লাৰ বন্ধু আছিল।

এদিনাখন এজন দৰবেশ হাবিব মাজেদি লৈ আছিল। এনেতে এটা বাঘ আহি তেওঁৰ সন্মুখত উপস্থিত হ'ল। দৰবেশ জনে বাঘটোৰ পিনে চোৱাৰ লগে লগে বাঘটো তল মুৰ কৰি মনে মনে থাকিল আৰু অলপ পিছতে তাৰপৰা গুচি গ'ল। বাঘটোৰ এইৰকম অৱস্থা দেখি দৰবেশজন বৰ আচৰিত হ'ল। তেওঁ নিজৰ চোলাটোৰ পিনে লক্ষ্য কৰি দেখিলে যে হজৰত ইব্ৰাহিম ইবনে দাউদ ফকীয়ে দিয়া এডোখৰ কাপোৰ তেওঁৰ চোলাটোত যোগ কৰা আছে। তেতিয়া তেওঁ বুজিলে যে সেই কাপোৰ ডোখৰৰ প্ৰভাবতে বাঘে তেওঁক স্পৰ্শ কৰিব পৰা নাই।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ—

১। মা'ৰেফাতে (খোদাতত্ত্বজ্ঞানে) সত্যক সমৰ্থন কৰে। কল্পনাত যিটো অনুমান কৰা যায় সেইটো ইয়াৰ ওপৰত।

২। আল্লাৰ লগত বন্ধুতাৰ লক্ষ্যণ হৈছে তেওঁৰ উপাসনা পছন্দ কৰা আৰু হজৰত মোহাম্মদ (ছঃ) ৰীতি-নীতিবোৰ মানি চলা।

৩। যিয়ে নিজৰ ৰিপুক দমন কৰিব নোৱাৰে তেওঁ সৃষ্টিৰ ভিতৰত আটাইতকৈ দুৰ্বল আৰু যিয়ে ইয়াক দমন কৰিব পাৰে তেওঁ আটাইতকৈ সবল।

৪। মানুহৰ সাহস অনুযায়ী তেওঁৰ মূল্য হয়। যদি পাৰ্থিৱ কামত তেওঁৰ সাহ থাকে তেন্তে তেওঁৰ কোনো মূল্য নাই। যদি আল্লাৰ সন্তুষ্টিৰ কাৰণে তেওঁৰ সাহ থাকে তেন্তে তেওঁৰ মূল্য অসীম।

৫। আল্লাৰ প্ৰতিশ্ৰুতিৰ প্ৰতি দৃঢ় বিশ্বাস ৰাখি তাতে সুখী হোৱাৰ নামেই হৈছে নিৰ্ভৰশীলতা।

৬। আল্লাই যাৰ ভাগ্যত যি ধাৰ্য্য কৰি থৈছে সেইটো অনায়াসে হ'ব।

৭। অধিক পাবলৈ ইচ্ছা কৰিলে কষ্ট ভোগিব লগীয়া হয়।

৮। দৰবেশসকলৰ পক্ষে আল্লাৰ ওপৰত নিৰ্ভৰ কৰাটোৱেই যথেষ্ট। ধনী লোকসকলে ধনৰ ওপৰতহে নিৰ্ভৰ কৰে।

৯। যেতিয়ালৈকে তোমাৰ অন্তৰত আল্লাৰ সম্বন্ধে সন্দেহ থাকে তেতিয়ালৈকে আল্লাৰ দৰবাৰত তোমাৰ কোনো স্থান নাই।

১০। যিয়ে আল্লাৰ বাহিৰে আনৰ দ্বাৰা মান সম্মান লাভৰ আশা আছে বুলি ভাবে তেওঁ মান সম্মানৰ পৰিবৰ্তে অপমানহে পায়।

১১। মই পৃথিৱীত দুটি বস্তু পছন্দ কৰোঁ—[১] দুখীয়াৰ সঙ্গ লাভ আৰু [২] দৰবেশসকলক সম্মান কৰাটো।

## ৫২। হজৰত ইউচুফ আছ্বাত (ৰঃ)।

হজৰত ইউচুফ আছবাত (ৰঃ) চুফী সম্প্ৰদায়ৰ নেতা আছিল। তেওঁ নীৰৱ পথৰ পথিক আৰু সাধনা ক্ষেত্ৰত মহাবীৰ আছিল। তেওঁ তাবেয়ীসকলৰ সমসাময়িক দৰবেশ আছিল। সেই সময়ত তেওঁৰ সমকক্ষ সাধক আন কোনো নাছিল। তেওঁ পাৰ্থিব সুখ সম্পদৰ পৰা বিৰত আছিল আৰু নিজৰ জিকিৰ (স্মৰণ বা ধ্যান) আৰু অৱস্থা সদায় গোপন ৰাখিছিল। তেওঁ বহুতো আওলীয়াৰ সংশ্ৰৱত থাকি মা'ৰেফাত (খোদাতত্ত্বজ্ঞান) লাভ কৰিছিল।

তেওঁ পৈতৃক সম্পত্তি হিচাবে সত্তৰ হাজাৰ দীনাৰ লাভ কৰিছিল। তেওঁ তাৰপৰা নিজৰ প্ৰয়োজনত এটি দীনাৰো খৰচ কৰা নাছিল। তেওঁ খেজুৰ পাতৰ কিছুমান বস্তু বনাই তাৰ উপাৰ্জনৰ দ্বাৰাই জীৱন যাপন কৰিছিল। তেওঁ এটি চোলাৰে প্ৰায় চল্লিশ বছৰ কাল কটাই-দিছিল। ইয়াৰ ভিতৰত তেওঁ কোনো নতুন চোলা পিন্ধা নাছিল।

তেওঁৰ কেইটামান সদুপদেশ তলত দিয়া হ'ল ঃ

১। আল্লাৰ হুকুম তুমি যি কালৰ পৰাই নুশুনা কিয় তুমি তাক গ্ৰহণ কৰিবা।

২। অতি নিকৃষ্ট লোকৰ লগতো তুমি ভদ্ৰ ভাবে ব্যৱহাৰ কৰিবা। যিসকল লোক পদ গৌৰৱত তোমাত কৈ বেছি তেওঁলোকক তুমি সন্মান কৰিবা।

৩। নিজৰ ক্ষতি হ'লেও ধৈৰ্য্য ধৰিবা আৰু আল্লাৰ দানত কৃতজ্ঞতা প্ৰকাশ কৰিবা।

৪। তুমি যি'তেই নাথাকা কিয় আল্লাৰ আশ্ৰয় বিচাৰিবা—এইটোৱে বিনয় আৰু নম্ৰতাৰ চিন।

৫। যিয়ে দেখে যে ভাল কামৰ বাহিৰে মুক্তি নাই তুমি তেওঁৰ কথা মানি চলিবা আৰু যিয়ে দেখে যে আল্লাই যিটো ভাগ্যত লিখি

থৈছে তাৰ বাহিৰে আন একো তেওঁ নাপাব তুমি তেনেকুৱা লোকৰ দৰে নির্ভৰশীল হ'বা।

৬। আল্লাৰ প্ৰেমৰ চিন পাচটা—[১] সদায় নির্জনে থাকা, (২) মানুহৰ লগতো মিলাপ্রীতি পছন্দ নকৰা, [৩] একমাত্র আল্লাৰ জিকিৰতহে (ধ্যানতহে) সোঁৱাদ পোৱা, [৪] সাধনাত শান্তি লাভ কৰা, [৫] উপাসনাৰ ৰচীডালি দৃঢ় ভাবে ধৰা।

৭। আল্লাৰ শ্ৰেষ্ঠত্ব জানি লৈ নিজৰ মনটো কোঁচাই ৰাখিবা।

৮। কথা কোৱাৰ সময়ত ওজন কৰি কৰা।

৯। যিটো কাম কৰি পিছত ক্ষমা চাব লগীয়া হয় তেনেকুৱা কামৰ পৰা দূৰত থাকিবা।

১০। যি বিষয়ে চিন্তা কৰিলে লাজ পাবলগীয়া হয় তাক পৰিত্যাগ কৰিবা।

১১। তোমাৰ চকু আৰু জিভাক শাসনত ৰাখিবা, খোৱা লোৱা আৰু ৰিপুৰ সেৱাত খুব সাৱধান হ'বা, জীৱন যাপনত আৰাম ত্যাগ কৰিবা আৰু কবৰস্থান আৰু মৃতসকলক সদায় স্মৰণ কৰিবা।

১২। সুখৰ সময়ত মৃত্যুক স্মৰণ কৰিবা।

১৩। আনন্দত মতলীয়া হ'লে জীৱনক শত্রু হিচাবে গণ্য কৰিবা।

১৪। সুস্থ অৱস্থাত আল্লাৰ জিকিৰত (স্মৰণ বা ধ্যানত) নিজকে মগ্ন ৰাখিবা।

১৫। আল্লাৰ সৃষ্টি কৌশলত গবেষণা কৰিবা আৰু ধ্যানত কিবা ভাহি উঠিলে সন্তোষ পাবা।

## ৫৩। হজৰত আবু ইয়াকুব নহৰজোৰী (ৰঃ)।

হজৰত আবু ইয়াকুব নহৰজোৰী (ৰঃ) মক্কাৰ অধিবাসী আছিল। তেওঁৰ দেউতাকৰ নাম ইছহাক আছিল। তেওঁৰ চৰিত্ৰ অতি নির্মল আৰু মধুৰ আছিল। তেওঁ অতি কঠোৰ সাধনাৰ দ্বাৰা আওলীয়া সকলৰ ভিতৰত শ্ৰেষ্ঠ হ'ব পাৰিছিল। সেই সময়ত তেওঁৰ নিচিনা সিদ্ধ পুৰুষ আন কোনো নাছিল।

এদিনাখন এজন মানুহে তেওঁৰ ওচৰত উপস্থিত হৈ ক'লে, "অনুমান হয় যে মোৰ মন খুব কঠিন হৈ গৈছে। ইয়াৰ প্ৰতিকাৰৰ

বাবে মই বহুতৰ ওচৰত পৰামৰ্শ বিচাৰিলোঁ।' কোনোবাই ক'লে, ৰোজা ( উপবাস ) ৰাখিব লাগে, কোনোবাই ক'লে, দেশ ভ্ৰমণ কৰিব লাগে। মই দুয়োটা কৰিলোঁ; কিন্তু কোনো কাম নহ'ল।" তেওঁ ক'লে, "তোমাৰ বেমাৰৰ ঔষধ হৈছে এই যে ৰাতি যেতিয়া মানুহ শুই পৰে তুমি নীৰৱে মছজিদলৈ গৈ বিনয় ভাবে কান্দি কান্দি আল্লাৰ ওচৰত দোৱা (প্ৰাৰ্থনা) কৰিবা আৰু তেওঁৰ সহায় বিচাৰিবা।" তেতিয়া সেই মানুহজনে তাকে কৰিলে আৰু তেওঁৰ অন্তৰৰ বেমাৰ আৰোগ্য হ'ল।

এদিনাখন এজন মানুহে তেওঁক সুধিলে, "হুজুৰ! মই সদায় নামাজ পঢ়োঁ; কিন্তু তাৰ সোঁৱাদ অন্তৰে নাপায়। ইয়াৰ কাৰণ কি?" তেওঁ ক'লে, তুমি নামাজত থিয়হৈ অন্তৰৰ খবৰ ল'লে নামাজত কেনেকৈ সোঁৱাদ পাবা? কাৰণ, গাধৰ ভৰি ৰচীৰে বান্ধি ভ্ৰমণত ওলালে গাধই পথ অতিক্ৰম কৰিব নোৱাৰে।"

এবাৰ তেওঁ এজন অন্ধক কা'বা ঘৰৰ চাৰিওপিনে তওৱাফ ( প্ৰদক্ষিণ ) কৰা দেখিলে। তেওঁ অন্ধজনৰ পৰিচয় সোধাত অন্ধ-জনে ক'লে, "এদিনাখন মই এজন ধুনীয়া ল'ৰাৰ পিনে বেয়া ভাবে চাইছিলোঁ। এনেতে কৰবাৰ পৰা এছাটি বতাহ আহি মোৰ চকুত আঘাত কৰিলে। লগে লগে মোৰ দুয়োটা চকু অন্ধ হৈ গ'ল। তাৰ পিছত অদৃশ্যৰ পৰা এই বুলি এটি শব্দ শুনা গ'ল, "তুমি এবাৰ চাইছিলা, তাৰ বাবে এটি থাপৰ খালা, যদি বেছিকৈ চালাহেঁতেন তেন্তে বেছি শাস্তি পালাহেঁতেন।"

তেওঁৰ কথাবোৰ মানুহবিলাকে অন্তৰেৰে সৈতে গ্ৰহণ কৰিছিল। তেওঁ মক্কা নগৰতে বেমাৰত পৰিল আৰু তাতে তেওঁৰ মৃত্যু হ'ল।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ

১। পৃথিবীখন সাগৰৰ দৰে। ইয়াৰ শেষ সীমা পৰকাল। সকলো মানুহেই ইয়াত ভ্ৰমণকাৰী আৰু ইয়াক পাৰ হ'বলৈ নাও হ'ল খোদা ভীকতা।

২। যিয়ে খাই তৃপ্তি লাভ কৰে তেওঁৰ ভোক সকলো সময়তে নকমে। যিজন লোক পাৰ্থিৱ ধনত ধনী তেওঁ প্ৰকৃত পক্ষে সকলো সময়তে দুখীয়া। যিয়ে আনৰ ওচৰত নিজৰ অভাৱ জনায়, তেওঁ একোকে নাপায়। যিয়ে নিজৰ কামত আল্লাৰ সহায় নিবিচাৰে, তেওঁ সদায় লাঞ্ছিত আৰু অপমানিত হয়।

৩। তুমি আল্লাৰ যি নিয়ামতৰ (অনুগ্ৰহৰ) কৃতজ্ঞতা প্ৰকাশ কৰা তাৰ ধ্বংস নাই।

৪। আল্লাৰ বান্দাই ( দাস বা ভক্তই ) যেতিয়া প্ৰকৃত ঈমানৰ ( বিশ্বাসৰ ) দ্বাৰা পূৰ্ণতা লাভ কৰে তেতিয়া তেওঁৰ ওচৰত বিপদো অনুগ্ৰহত পৰিণত হয়।

৫। প্ৰকৃত সংযম অৰ্থে চাৰিটা বস্তুক বুজায় (১) কম খোৱা (২) কম কথা কোৱা, (৩) কম শুৱা (৪) ৰিপুৰ বাসনা ত্যাগ কৰা।

৬। যেতিয়া মানুহ আল্লাত বিলীন হয় তেতিয়া আল্লাৰ কিছুমান গুণ তেওঁৰ ভিতৰত প্ৰকাশ পায়। সেই কাৰণে কিছুমান সাধকে "আনাল্ হক্" (মইয়ে আল্লাহ) বুলি কৈছিল।

৭। যিয়ে আল্লাৰ এবাদতত (উপাসনাত) আনন্দ নাপায় আৰু দুখ কষ্টত এবাদতৰ ধৰণ ঠিক নাৰাখে তেনেকুৱা প্ৰেমিক মিছলীয়া।

৮। আল্লাৰ ওপৰত নিৰ্ভৰশীল লোকৰ বিশ্বাস যেতিয়া দৃঢ় হয় তেতিয়া তেওঁক জুইৰ ওপৰলৈ নিলেও তেওঁ গম নাপায়। সেই অৱস্থাত তেওঁক জুইত পেলাই দিলেও তেওঁৰ কোনো কষ্ট বোধ নহয়।

## ৫৪। হজৰত ছাম্নুন্ মুহেব্ব (ৰঃ)

হজৰত ছামনুন্ মুহেব্ব (ৰঃ) বাগদাদৰ অধিবাসী আছিল। তেওঁ হজৰত জুনায়েদ বাগদাদীৰ সমসাময়িক লোক আছিল। তেওঁৰ আল্লাৰ প্ৰতি গভীৰ প্ৰেম আছিল আৰু আল্লাৰ সাক্ষাৎ লাভৰ কাৰণে সদায় অস্থিৰ হৈ আছিল। আল্লাৰ প্ৰতি তেওঁৰ গভীৰ প্ৰেমৰ কাৰণে মানুহে তেওঁক মুহেব্ব বা প্ৰেমিক বুলি সম্বোধন কৰিছিল।

তেওঁ হজৰত ছৰ্ৰী ছক্তীৰ সংস্ৰৱত থাকি বহুতো জ্ঞান লাভ কৰিছিল আৰু মা'ৰেফাতৰ (খোদাতত্বৰ) জ্ঞান প্ৰকাশ কৰিছিল। তেওঁ আল্লাৰ প্ৰেমক মা'ৰেফাতৰ ওপৰত স্থান দিছিল। তেওঁ কৈছিল, "প্ৰেমহে মূল বস্তু আৰু আল্লাক পাবলৈ প্ৰধান উপায়। প্ৰেমৰ গণনাত জ্ঞান অকল্যাণৰ বস্তু আৰু স্থান লেখ থেমাজি যায়। যিজন লোক খোদা প্ৰেমিক তেওঁৰ পতন নাই।"

একদিন তেওঁ হজৰ পৰা উভতি আহোতে কয়েদ নামেৰে এখন ঠাইৰ লোকসকলে তেওঁক ওৱাজ কৰিবলৈ ( ধৰ্মোপদেশ দিবলৈ ) অনুৰোধ

কৰিলে। তেওঁ কিছু সময় ওৱাজ কৰিলে। তাৰ পিছত তেওঁ দেখিলে যে তেওঁৰ ওৱাজে লোকসমাজত মুঠেই ক্ৰিয়া কৰা নাই। শ্ৰোতাসকলে অমনোযোগী হৈ ইফালে সিফালে চাই আছে। তেওঁ বিৰক্তহৈ জলি থকা লেম্পবোৰক সম্বোধন কৰি কলে, "আহা, মই এতিয়া তোমালোকৰ লগত প্ৰেমৰ আলাপ কৰিম।" এই বুলি কোৱাৰ লগে লগে তাত থকা সকলোবোৰ লেম্প জৰি চাপৰি নাচিবলৈ আৰম্ভ কৰিলে। তাৰ ফলত এটাৰ গাত আনটো খুন্দা লাগি আটাইবোৰ লেম্প ভাগি চুৰমাৰ হৈ গ'ল। উপস্থিত থকা লোকসকলে এইটো দেখি আচৰিত হ'ল।

এদিনাখন এখন সভাত আল্লাৰ প্ৰেমৰ বিষয়ে তেওঁ ভাষণ দি আছিল। তেতিয়া এটি চৰাই শূন্যৰপৰা উৰি আহি তেওঁৰ মূৰত বহিল। তাৰ পিছত ই মূৰৰপৰা নামি আহি তেওঁৰ হাতত বহিল। তাৰ পিছত ই-হাতৰপৰা উৰি গৈ মাটিত বহিল আৰু ঠোঁটেৰে ই ইমান জোৰকৈ মাটিত খুটিবলৈ ধৰিলে যে ইয়াৰ ঠোঁটৰপৰা তেজ ওলাবলৈ ধৰিলে। তাৰ ফলত অলপ পিছতে চৰাইটি মৰি গ'ল।

সেই সময়ত খলিল নামেৰে এজন যুৱকে বাগদাদৰ খলিফাৰ ওচৰত নিজকে চুফী বুলি পৰিচয় দিছিল। তেওঁ যেতিয়া দেখিলে যে হজৰত ছামনূন্ মুহেব্বৰ নাম যশ বাগদাদৰ চাৰিওপিনে বিয়পি পৰিছে তেওঁ সহ্য কৰিব নোৱাৰিলে। তেওঁ গৈ হজৰত ছামনূন্ মুহেব্বৰ বিৰুদ্ধে বাদচাহৰ ওচৰত খল লগালে আৰু বাকী চুফীসকলৰ বিৰুদ্ধেও নানা ৰকম কথা ক'লে। তেওঁৰ উদ্দেশ্য আছিল যে বাদচাহে আৰু পাৰিষদসকলে যেন তেওঁৰ বাহিৰে আন কাকো সন্মান বা ভক্তি নকৰে।

এদিনাখন এজনী ধনী তিৰোতাই হজৰত ছামনূন্ মুহেব্বৰ ওচৰলৈ আহি তেওঁক বিয়া কৰাৰ লাগে বুলি অনুৰোধ কৰিলে। তেওঁ সেই তিৰোতাজনীৰ প্ৰস্তাৱ অগ্ৰাহ্য কৰিলে। তেতিয়া সেই তিৰোতাজনীয়ে হজৰত জুনায়েদ বাগদাদীৰ ওচৰত উপস্থিত হৈ হজৰত ছামনূন মুহেব্বক সেই বিয়াৰ প্ৰস্তাৱত সন্মত কৰাবলৈ অনুৰোধ কৰিলে। হজৰত জুনায়েদ বাগদাদীয়ে তিৰোতাজনীক প্ৰশ্ৰয় নিদি তাৰপৰা উলিয়াই দিলে। ইয়াতো কোনো সুবিধা কৰিব নোৱাৰি সেই তিৰোতাজনীয়ে খলিফাৰ ওচৰত উপস্থিত হৈ হজৰত ছামনূন মুহেব্বৰ বিৰুদ্ধে এটা মিছা অপবাদ প্ৰচাৰ কৰিলে। খলিলে এই সুযোগতে হজৰত ছামনূন মুহেব্বৰ

বিৰুদ্ধে নানা কথা কৈ বাদচাহক উত্তেজিত কৰিলে।

তাৰ ফলত বাদচাহে হজৰত ছাম্‌নুন মুহেব্বক মতাই নিলে আৰু তেওঁক শিৰচ্ছেদ কৰিবৰ কাৰণে আদেশ দিবলৈ উদ্যত হ'ল। কিন্তু অতি আচৰিত কথা যে সেই মুহূৰ্ততে বাদচাহৰ কথা কোৱা শক্তি বন্ধ হৈ গ'ল। বাৰে বাৰে চেষ্টা কৰিও তেওঁ কোনো এটি শব্দ উচ্চাৰণ কৰিব নোৱাৰিলে। তাৰ পিছত সেই ৰাতিয়ে বাদচাহে সপোনত দেখিলে যে তেওঁক যেন কোনোবাই কৈছে, "ছাম্‌নুনক মাৰি পেলালে তোমাৰ ৰাজ্য ধ্বংস হ'ব।" বাদচাহে বৰ ভয় পালে আৰু ৰাতিপুৱাই হজৰত ছাম্‌নুন মুহেব্বক দৰবাৰলৈ মতাই আনিলে আৰু তেওঁৰ ওচৰত ক্ষমা চাই অতি সম্মানেৰে তেওঁক বিদায় দিলে।

ইয়াৰ কেইদিনমান পিছত খলিলৰ কুষ্ঠ ৰোগ হ'ল। খলিলে বুজিলে যে তেওঁৰ কুকামৰ কাৰণেই এই বেমাৰ হ'ল। তেওঁ নিজৰ অপৰাধ বুজিব পাৰি আল্লাৰ ওচৰত তৌবাহ (অনুতাপ) কৰিলে। আৰু তেওঁৰ ধন দৌলত আটাইবোৰ দৰবেশসকলৰ ওচৰলৈ পঠাই দিলে, কিন্তু দৰবেশসকলে সেইবোৰ গ্ৰহণ নকৰিলে।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল :—

১। পবিত্ৰ ভাল পোৱাৰে নিজৰ প্ৰিয় পাত্ৰক অধিক স্মৰণ কৰাকে প্ৰকৃত প্ৰেম বোলে।

২। যিয়ে আল্লাৰ লগত ভাল পোৱা ভাব ৰাখে তেওঁ ইহকাল আৰু পৰকালত সৌভাগ্য লাভ কৰিবলৈ সক্ষম হয়।

৩। আল্লাৰ প্ৰেমতকৈ উত্তম বস্তু জগতত নাই। ইয়াক কেৱল এবাদত (উপাসনা) বা মৌখিক বচনৰ দ্বাৰাই লাভ কৰা নাযায়।

৪। প্ৰেমিকক বিপদগ্ৰস্ত কৰা হয় এই কাৰণে যাতে অনুপযুক্ত আৰু সাধাৰণ লোকে প্ৰেমৰ গৌৰব আৰু দাবী কৰিব নোৱাৰে। কাৰণ অনুপযুক্ত আৰু সাধাৰণ লোকে বিপদ দেখিলেই অধৈৰ্য্য হৈ পলায়ন কৰে।

৫। মুৰ্খই ধনক যিদৰে ভাল পায় প্ৰকৃত ফকিৰে দীনতাক সেই-দৰে ভাল পায়। মুৰ্খই দৰিদ্ৰতাক যিমান ভয় কৰে ফকিৰে ধনক সিমান ভয় কৰে।

## ৫৫। হজৰত আবু মোহাম্মদ মোৰতায়েছ (ৰঃ)।

হজৰত আবু মোহাম্মদ মোৰতায়েছ (ৰঃ) নিছাপুৰৰ অধিবাসী আছিল। তেওঁ ছোনিজিয়া নামেৰে এখন ঠাইত বাস কৰিছিল। তেওঁ হজৰত আবু ওছমান ছীৰী আৰু হজৰত জুনায়েদ বাগদাদীৰ সংশ্ৰৱত থাকি শিক্ষা লাভক ৰিছিল আৰু হজৰত আবু হাফ্‌ছ হাদ্দাদ খোৰাচানীৰ লগতো দেখা কৰিছিল। তেওঁ অকলে বহুতো দেশ ভ্ৰমণ কৰিছিল আৰু সংসাৰ ত্যাগী হিচাবে সকলো ঠাইতে সন্মান লাভ কৰিছিল।

তেওঁ কৈছিল যে তেওঁ তেৰ বছৰ আল্লাৰ ওপৰত নিৰ্ভৰ কৰিয়ে হজ্ব কৰিছিল। পিছত তেওঁ গভীৰ ভাবে লক্ষ্য কৰি দেখিছিল যে তেওঁৰ এটি হজ্বো ৰিপুৰ তাড়নাৰ পৰা মুক্ত নাছিল। মানুহবিলাকে যেতিয়া সুধিছিল যে তেওঁ কেনেকৈ এইটো বুজিছিল তেওঁ কৈছিল, "মোৰ মাই এবাৰ মোক একলহ পানী আনিবলৈ হুকুম দিছিল। এই হুকুমত মই অলপ বিৰক্তি বোধ কৰিছিলোঁ। তেতিয়া মই বুজি-ছিলোঁ যে মোৰ সকলোবোৰ হজ্ব ৰিপুৰ ইচ্ছা অনুযায়ী হৈছিল। সেইটো নহ'লে সেই হজ্ববোৰত ৰিপুই দেখোন কোনো দিনেই বিৰক্তি প্ৰকাশ কৰা নাছিল।"

এদিনাখন তেওঁ বাগদাদৰ এখন গাঁওৰ মাজেদি গৈ আছিল। তেতিয়া তেওঁ পিয়াহত কাতৰ হৈ এটি ঘৰৰ দুৱাৰ মুখত পানী খুজিলে। ঘৰৰ ভিতৰৰপৰা এজনী ছোৱালীয়ে হাতত এগিলাচ পানী লৈ আহি তেওঁৰ সম্মুখত উপস্থিত হ'ল। তেওঁ ছোৱালীজনীৰ ৰূপত মুগ্ধ হ'ল আৰু পানী খাই তাতে বহি থাকিল।

অলপ পিছতে ঘৰৰ মালিকজন আহি যেতিয়া তাত উপস্থিত হ'ল হজৰত মোৰতায়েছে ক'লে, "জনাব। আপোনাৰ ঘৰৰ পৰা মোক এগিলাচ পানী খাবলৈ দি তাৰ পৰিৱৰ্তে মোৰ দেখোন প্ৰাণ কাঢ়ি ললে। এনেকুৱা ভাবে এঢোক পানীৰ বিনিময়ত প্ৰাণৰ নিচিনা মূল্যবান বস্তু কাঢ়ি লোৱাটো অন্যায়।" ঘৰৰ মালিকজন বৰ উদাৰ প্ৰকৃতিৰ লোক আছিল। তেওঁ আগৰেপৰা হজৰত মোৰতায়েছক চিনি পাইছিল। তেওঁ ক'লে, "সেইজনী মোৰ ছোৱালী। যদি আপুনি ইচ্ছা কৰে মই তাইক আপোনাৰ সেৱাত দিবলৈ প্ৰস্তুত আছোঁ।"

হজৰত মোৰতায়েছে প্ৰস্তাৱত সন্মতি দিলে। তেতিয়া ঘৰৰ মালিকজনে আত্মীয় স্বজনক মাতি আনি ধুম-ধামেৰে ছোৱালীজনীক তেওঁৰ লগত বিয়া দিলে। বিয়াৰ সময়ত মানুহবিলাকে হজৰত মোৰতায়েছক গা ধুৱাই দিলে আৰু তেওঁৰ পুৰণি পোছাকটো সোলোকাই দি এটি মূল্যবান পোছাক পিন্ধাই দিলে। বিয়াৰ পিছত তেওঁ নতুন পত্নীক ঘৰলৈ লৈ গ'ল আৰু নিজে নামাজত মগ্ন হ'ল।

এদিনাখন হঠাতে তেওঁ চিঞঁৰি উঠি ক'লে, "মোৰ পুৰণি পোছাকটি কি হ'ল! সোনকালে আনি দিয়া।" তাৰ পিছত তেওঁ সেই মূল্যবান পোছাকটি দূৰলৈ দলিয়াই দি আগৰ সেই ফকিৰি পোছাকটি পিন্ধি ললে। তাৰ পিছত তেওঁ ঘৈণীয়েকক তালাক দি (বিয়াৰ বন্ধন ছিন্ন কৰি) বাহিৰলৈ ওলাই আহিল। মানুহবিলাকে ইয়াৰ কাৰণ সোধাত তেওঁ ক'লে, "মই নামাজত থাকোতে অদৃশ্যৰ পৰা এনেকুৱা এটি শব্দ শুনিলোঁ, "মোৰ ইচ্ছাৰ বিৰুদ্ধে তুমি যে নাৰীৰ প্ৰতি এবাৰ নজৰ কৰিলা তাৰ বাবে মই তোমাৰ শৰীৰৰপৰা পুন্যবানসকলৰ বাহ্যিক পোছাক কাঢ়ি লৈছোঁ। যদি দ্বিতীয়বাৰ তুমি তেওঁৰ প্ৰতি নজৰ কৰা তেন্তে তোমাৰ অন্তৰৰপৰা আন্তৰিক পোছাক মই কাঢ়ি লম।"

এদিনাখন এজন মানুহে তেওঁক কলে, 'অমুক মানুহজনে পানীৰ ওপৰেদি খোজ কাঢ়ি আৰু আকাশেদি উৰি যাব পাৰে।" তেওঁ ক'লে, "যিয়ে নিজৰ ৰিপুক দমন কৰিব পাৰে তেওঁ সেইজন লোকতকৈ বেছি শ্ৰেষ্ঠ, যিয়ে পানী আৰু আকাশত চলা ফিৰা কৰিব পাৰে।"

পিছত বাগদাদ চহৰতে তেওঁৰ মৃত্যু হয়।

## ৫৬। হজৰত আবু আবদুল্লাহ মোহাম্মদ ইব্‌নে ফজল (ৰঃ)।

হজৰত আবু আবদুল্লাহ মোহাম্মদ (ৰঃ) খোৰাচানৰ অধিবাসী আছিল। তেওঁৰ বাপেকৰ নাম ফজল আছিল। তেওঁ মা'ৰেফাতত (খোদা তত্বজ্ঞানত) আৰু অলৌকিকতাত সূক্ষ্মদৰ্শী আছিল। তেওঁৰ হৃদয়ৰ প্ৰেম আৰু কোমলভাৱৰ বাবে সকলো তৰিকা বা পন্থাৰ লোকে একবাক্যে তেওঁৰ প্ৰশংসা কৰিছিল। সাধনা ক্ষেত্ৰত তেওঁৰ সমকক্ষ কোনো নাছিল।

তেওঁ হজৰত আহ্মদ খাজৰুইয়া বলখীৰ শিষ্য আছিল। তেওঁ হজৰত তিৰামজীৰ দৰ্শন লাভ কৰিছিল আৰু হজৰত আবু ওছমান হীৰীৰ সংস্ৰৱত থাকি বহুতো জ্ঞান লাভ কৰিছিল। হজৰত আবু ওছমান হীৰীয়ে কয় যে তেওঁ আল্লাৰ প্ৰকৃত বান্দা (দাস বা ভক্ত) সকলৰ ভিতৰত তৃতীয় স্থান পাইছিল। তেওঁ প্ৰেমৰ বাগানত বাস কৰিছিল আৰু জ্ঞান সাগৰৰ মুকুতা স্বৰূপ আছিল।

বল্খৰ লোকসকলে তেওঁক বহুতো কষ্ট দিছিল। তেওঁলোকে তেওঁক গালি শপনি পাৰিছিল আৰু নানা ৰকম অত্যাচাৰ উৎপীড়ন কৰিছিল। আনকি তেওঁলোকে তেওঁক বল্খৰ পৰা উলিয়াই দিছিল। তেতিয়া তেওঁ মনৰ দুখতে অভিশাপ দি কৈছিল, "হে খোদা! সিহঁতৰ পৰা তোমাৰ সত্যৰ নুৰ (পোহৰ) আঁতৰাই নিয়া।" তাৰ পিছত সঁচাকৈয়ে বল্খত প্ৰকৃত সত্যবাদী লোক ওলোৱা নাই।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ—

১। দুৰ্ভাগ্যৰ লক্ষণ তিনিটাঃ—(১) আল্লাই জ্ঞান দান কৰিছে, কিন্তু সি তাক কামত পৰিণত নকৰে। (২) কৰ্ম কৰে কিন্তু ফলৰ পৰা সি বঞ্চিত। (৩) পুণ্যবানসকলৰ সংস্ৰৱত থাকিও তেওঁলোকক সি সন্মান কৰিবলৈ অক্ষম।

২। অন্তৰত শান্তি পাবলৈ হ'লে পোন প্ৰথমে আল্লাৰ সম্বন্ধে জ্ঞান, আৰু তাৰ পিছত দৃঢ় বিশ্বাস অন্তৰত স্থাপন কৰি দ্বিধাহীন প্ৰেমত নিমগ্ন হোৱা উচিত।

৩। যিজন লোক পাৰ্থিব সকলোবোৰ আপদৰ পৰা মুক্ত আৰু যিয়ে পৃথিৱীৰ কোনো প্ৰকাৰ দান গ্ৰহণ নকৰে তেৱেঁই ছুফী।

৪। ৰিপুৰ তাড়নাৰপৰা মুক্ত হোৱাৰ ভিতৰত হে প্ৰকৃত শান্তি লুকাই আছে।

৫। সাধকে যেতিয়া পাৰ্থিব বস্তুবোৰক অন্তৰত স্থান দিয়ে তেতিয়া তুমি তেওঁৰ পিনে নজৰ নিদিবা।

৬। যিজন লোক শৰীয়তৰ (ইছলামী সংবিধানৰ) হুকুম আৰু মোহাম্মদ (ছঃ) ৰ ছুন্নত (ৰীতি-নীতি) পালনত অধিক মনোযোগী সেই-জন লোক সাধনা ক্ষেত্ৰত অধিকতৰ উন্নত।

৭। আল্লাৰ কাৰণে নিজকে বিলীন কৰি দিয়াকে প্ৰেম বোলে। ই চাৰি প্ৰকাৰে সাধন হয়— (১) অন্তৰত সদায় আল্লাৰ জিকিৰ (স্মৰণ) কৰা আৰু তাত আনন্দ পোৱা, (২) আল্লাৰ জিকিৰৰ (স্মৰণৰ) প্ৰতি গভীৰ আসক্তি জন্মা, (৩) পাৰ্থিৱ সকলোবোৰ বন্ধনৰ পৰা নিজকে ছিন্ন কৰা, (৪) জগতত যিবোৰ আছে সেই সকলোবোৰতকৈ, আনকি নিজৰ প্ৰাণতকৈও আল্লাক অধিক ভাল পোৱা।

## ৫৭। হজৰত আবুল হাছান বুশ্বঞ্জী (ৰঃ)।

হজৰত আবুল হাছান বুশ্বঞ্জী (ৰঃ) খোৰাচানৰ অধিবাসী আছিল। বুশ্বঞ্জ নামেৰে এখন ঠাইত তেওঁৰ ঘৰ আছিল। তেওঁ তাৰপৰা গৈ ইৰাকত বহুত বছৰ বসতি কৰি আছিল। তাৰ পিছত তেওঁ নিছাপুৰলৈ গৈ তাতে তেওঁৰ শেষ জীৱন অতিবাহিত কৰে। তেওঁ এজন কৰ্মী, সত্যনিষ্ঠ, কষ্ট সহিষ্ণু আৰু মহা প্ৰেমিক শিক্ষিত লোক আছিল। তেওঁ হজৰত আবু ওছমান হীৰী, হজৰত ইব্‌নে হাবীৰী, হজৰত ইব্‌নে আতা আৰু হজৰত আবু আ'মৰ নাহীলৰ দৰ্শন লাভ কৰিছিল। তেওঁ লোক সমাজত 'জিন্দা আবেদ' নামে জনাজাত আছিল।

এবাৰ এজন লোকৰ এটা গাধ হেৰাই যায়। তেওঁ হজৰত আবুল হাছান বুশ্বঞ্জীৰ ওচৰলৈ আহি ক'লে, "তুমি মোৰ গাধটো চুৰি কৰিছা।" তেওঁ ক'লে, "যুৱক! তুমি ভুল কৰিছা। মই তোমাৰ গাধ চুৰি কৰা নাই। মই তোমাক জীৱনত এই প্ৰথম দেখিলোঁ।" কিন্তু তেওঁ হজৰত আবুল হাছান বুশ্বঞ্জীৰ কথা মুঠেই গ্ৰাহ্য নকৰি বাৰে বাৰে কবলৈ ধৰিলে, "তুমিহে গাধটো চুৰি কৰিছা।" উপায় নাপাই তেওঁ হাত উঠাই এই বুলি দোৱা (প্ৰাৰ্থনা) কৰিলে, "হে খোদা! তুমি মোক এই বিপদৰ পৰা ৰক্ষা কৰা।" সেই মুহূৰ্ততে গাধটো আহি উপস্থিত হ'ল। তেতিয়া গাধটোৰ মালিকজনে তেওঁৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰি ক'লে, "হুজুৰ! মই জানো যে আপুনি গাধ চুৰি কৰা নাই। ইমানে আল্লাৰ দৰবাৰত হাজিৰ হৈ দৰ্খাস্ত কৰিবলৈও যোগ্যতা মোৰ নাই। গতিকে আপোনাৰ জৰিয়তে তেওঁৰ দুৱাৰত আঘাত কৰিলে হয়তো মোৰ মনৰ ইচ্ছা পূৰ্ণ হ'ব সেই আশাতে মই এনেকুৱা কৰিছিলোঁ।"

এদিনাখন তেওঁ তুৰ্কীৰ পোছাক পিন্ধি কবৰাতে গৈ আছিল। হঠাতে এজন তুৰ্কীয়ে তেওঁৰ মাৰত বৰ জোৰেৰে এটা থাপ্পৰ মাৰিলে।

লোকসকলে তুৰ্কীজনক তিৰস্কাৰ কৰি ক'লে, "তেওঁ এজন অমুক নামৰ বিখ্যাত দৰবেশ। তুমি কেলেই তেওঁৰ লগত এনেকুৱা দুৰ্ব্যৱহাৰ কৰিলা?" মানুহজনে এইটো শুনি হজৰত আবুল হাছানৰ ওচৰত ক্ষমা ভিক্ষা কৰিলে। তেওঁ ক'লে, "তুমি এই বিষয়ে একো চিন্তা নকৰিবা। কাৰণ, এই ঘটনা তোমাৰ দ্বাৰা ঘটা নাই বুলি মই ভাবোঁ। যাৰ দ্বাৰা এই ঘটনা ঘটিছে তেওঁ ভুল কৰা নাই।"

এদিনাখন তেওঁ গোছলখানাত গাধুই আছিল। হঠাতে তেওঁৰ মনত পৰিল যে তেওঁ চোলাটো এজন দৰবেশক দান কৰিব লাগে। তেওঁ তেতিয়াই চাকৰটোক মাত দি ক'লে, "ষোবা, মোৰ চোলাটো তুমি অমুক নামৰ দৰবেশজনক দি আহা।" চাকৰটোৱে ক'লে, "গোছলখানাৰ পৰা ওলাই অহালৈকে অলপ বাট চাওক।" তেওঁ ক'লে, "মোৰ ভয় হয়। গোছলখানাৰপৰা ওলাই যাওতে যিখিনি সময় পলম হ'ব হয়তো সেই সময়ৰ ভিতৰত চয়তানে মোৰ মনৰ সঙ্কল্প বদলাই দিবও পাৰে।"

তেওঁৰ মৃত্যুৰ পিছত এদিনাখন এজন দৰবেশে তেওঁৰ কবৰ জিয়াৰত ( দৰ্শন ) কৰিবলৈ গ'ল আৰু পাৰ্থিব উন্নতিৰ বাবে আল্লাৰ ওচৰত দোৱা ( প্ৰাৰ্থনা ) কৰিলে। সেই ৰাতিয়ে উক্ত দৰবেশজনে হজৰত আবুল হাছানক সপোনত দেখিলে। তেওঁ ক'লে, "ভাইটি! মোৰ কবৰলৈ গৈ পাৰ্থিব বস্তু নিবিচাৰিবা। যদি পাৰ্থিব বস্তু লাগে তেন্তে ধনীৰ কবৰলৈ গৈ প্ৰাৰ্থনা কৰিবা।"

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল :—

১। তোমালোকে বাসনা কম কৰিবা আৰু পুণ্য কাম বেছি কৰিবা।

২। আল্লাহ কোনো বস্তু বা প্ৰাণীৰ অনুৰূপ নহয়। এইটোৱেই তৌহিদ বা একত্ববাদ।

৩। যিয়ে নিজকে নত কৰে আল্লাই তেওঁক উন্নত কৰে আৰু যিয়ে নিজকে উন্নত বুলি ভাবে আল্লাই তেওঁক অৱনত কৰে।

## ৫৮। হজৰত মোহাম্মদ আলী হাকীম তিৰমিজী (ৰঃ)।

হজৰত মোহাম্মদ আলী (ৰঃ) তিৰমিজ দেশৰ লোক আছিল। তেওঁ ইতিহাস আৰু হদিছ শাস্ত্ৰত এজন বিজ্ঞ লোক আছিল। সেই

কাৰণে মানুহবিলাকে তেওঁক হাকীম ( তত্বজ্ঞ ) বুলি মাতিছিল। তেওঁ অতিশয় দয়ালু আৰু চৰিত্ৰবান লোক আছিল, কিন্তু মানুহবোৰৰ পৰা তেওঁ সদায় পৃথক আৰু অকলে থাকিবলৈ ভাল পাইছিল।

তেওঁ হজৰত আবু তোৰাব বখ্‌চী, হজৰত আহমদ খাজৰুইয়া বলখী; হজৰত আবু আবদুল্লাহ জাল্লা, আদি আওলীয়াসকলৰ সংশ্ৰৱত থাকি মা'ৰেফাতৰ ( খোদা তত্বৰ ) জ্ঞান লাভ কৰিছিল। তেওঁৰ জিকিৰ ( আল্লাৰ স্মৰণ ) আৰু কাৰামতৰ ( অলৌকিক শক্তিৰ ) তুলনা নাছিল। তেওঁ বহুতো কিতাপ লিখিছিল আৰু তেওঁৰ মহত্বৰ বাবে সেই সময়ৰ সকলো লোকৰ প্ৰশংসা লাভ কৰিছিল।

তেওঁৰ বাল্যকালত দুজন ছাত্ৰৰ লগত বিদেশলৈ যাবলৈ মন মেলিছিল। তেওঁৰ মাকে ক'লে, "বোপা! মই নিৰাশ্ৰয়া বৃদ্ধা, তুমিয়েই মোৰ একমাত্ৰ নিৰ্ভৰ। মোক এই অৱস্থাত কাৰ হাতত এৰি দি তুমি বিদেশলৈ যাবা?" মাকৰ কথা শুনি তেওঁ মনত বৰ দুখ পালে। অৱশেষত তেওঁৰ বিদেশলৈ যোৱা ন'হ'ল। তেওঁৰ লগৰীয়া দুজন গ'ল। যোৱাৰ প্ৰায় পাঁচ মাহমান পাছতে তেওঁৰ মাকৰ মৃত্যু হ'ল।

এদিনাখন তেওঁ মাকৰ কবৰৰ ওচৰত বহি মনৰ আক্ষেপত কান্দি কান্দি ক'লে, "হায়, মোৰ লগৰীয়া দুজন সময়ত শিক্ষিত হৈ দেশলৈ উভতি আহিব' আৰু মই ইয়াত অক্ষম হৈ পৰি ৰলোঁ।" ইতিমধ্যে এজন জ্যোতিৰ্ময় পুৰুষ তাত উপস্থিত হৈ তেওঁক ক'লে, "তুমি সন্মত হ'লে মই নিতৌ আহি তোমাক ইয়াতে পঢ়াই যাব পাৰোঁ। তুমি তোমাৰ লগৰীয়া দুজনৰ আগেয়ে পঢ়া শেষ কৰিব পাৰিবা।" তেওঁ সন্মত হ'ল আৰু সেই জ্যোতিৰ্ময় পুৰুষজনে তিনি বছৰ কাল তেওঁক জাহেৰী ( বাহ্যিক ) আৰু বাতেনী ( আন্তৰিক ) শিক্ষা দান কৰিলে। পিছত তেওঁ জানিব পাৰিলে যে সেই জ্যোতিৰ্ময় পুৰুষজন হজৰত খিজিৰ ( আঃ ) আছিল। তেতিয়া তেওঁ ক'লে, "মোৰ মাৰ সেৱা আৰু সন্তুষ্টিৰ বিধানতে মোৰ এই সৌভাগ্য।"

কেইদিনমান পিছত তেতিয়া তেওঁ দেখিলে যে বহু চেষ্টা কৰিও তেওঁ নিজৰ আত্মাক আল্লাৰ এবাদতত ( উপাসনাত ) নিমগ্ন কৰিব পৰা নাই তেওঁ নিৰাশ হৈ ক'লে, "আল্লাই মোৰ আত্মাক দোজখৰ ( নৰকৰ ) বাবেহে সৃজন কৰিছে। গতিকে মই এই দোজখীক আৰু বেছি দিন প্ৰতিপালন নকৰিম।" এইটো ভাবি তেওঁ জাইহুন নদীৰ

পাৰলৈ গৈ এজন মানুহক ক'লে, "ভাই। তুমি মোৰ হাত আৰু ভৰি বান্ধা।" তেওঁ হজৰত মোহাম্মদ আলীৰ অনুৰোধত তেওঁৰ হাত আৰু ভৰি বান্ধি গুচি গ'ল। তাৰ পিছত তেওঁ বাগৰি বাগৰি গৈ জাইহন্ নদীত পৰিল। তেওঁ ভাবিছিল যে তেওঁ এইবাৰ নদীত ডুবি মৰিব। কিন্তু দেখিলে যে তেওঁৰ হাত আৰু ভৰিৰ বান্ধ খুলি গৈছে আৰু পানীৰ এটি ঢৌ আহি তেওঁক পাৰত উঠাই দিছে। তেওঁ প্ৰাণ ত্যাগ কৰিব নোৱাৰিলে। তাৰ পিছত তেওঁৰ অন্তৰত এটি গোপন ভেদ প্ৰকাশ পালে। তেওঁ দেখিবলগীয়া বস্তুটো দেখা পালে। তাতে তেওঁ নিজকে বিলীন কৰি দিবলৈ সক্ষম হ'ল।

এদিনাখন তেওঁ হজৰত আবুবকৰ ওৱাৰ্ৰাক ক'লে, "যোৱা তুমি মোৰ এই লিখাঁ কিতাপখান জাইহুন নদীত পেলাই দি আহা।" হজৰত আবুবকৰ ওৱাৰ্ৰাকে যেতিয়া গৈ কিতাপখনি নদীত পেলাই দিলে সেই মুহূৰ্ত্ততে নদীৰ পানী দুভাগ হ'ল। তাৰ পিছত ঢাকনি খোলা বাকচ এটি ওলাল আৰু কিতাপখনি সেই বাকচটিত সোমোৱাত ঢাকনি-খনেৰে বাকচটি বন্ধ হ'ল। চওতে চাওতে বাকচটি অদৃশ্য হৈ গ'ল আৰু নদীখনিও আগৰ অৱস্থা ধাৰণ কৰিলে।

তাৰ পিছত হজৰত আবুবকৰ ওৱাৰ্ৰাকে আচৰিত হৈ তেওঁৰ ওচৰলৈ আহি ইয়াৰ কাৰণ সুধিলত তেওঁ ক'লে, "মই সেই কিতাপ-খনিত এনেকুৱা কিছুমান তত্ত্বজ্ঞানৰ কথা লিখিছিলোঁ যিবোৰৰ মৰ্ম কোনেও বুজিব পৰা নাছিল। তাৰ পিছত হজৰত খিজিৰ (আঃ) এ কিতাপখনি দেখি তেওঁক লাগে বুলি ক'লে। আল্লাই মাছ আৰু পানীক হুকুম দিছে যে মোৰ সেই কিতাপখনি সেই বাকচটোত নি হজৰত খিজিৰ (আঃ) ক দিব লাগে। গতিকে সেই কিতাপখনি নদীত পেলাই দিয়া হ'ল যাতে মাছ আৰু পানীয়ে ইয়াক নি হজৰত খিজিৰ (আঃ) ক দিব পাৰে।"

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল :—

১। যাৰ লক্ষ্য আৰু নিয়ত ( সংকল্প ) ধৰ্মৰ ফালে থাকে তেওঁৰ পাৰ্থিব সকলো কাম-কাজ ঠিকভাৱে সম্পন্ন হয়।

২। আল্লাই তেওঁৰ বান্দাৰ ( দাসৰ বা ভক্তৰ ) জীৱিকাৰ কাৰণে জামিন হৈছে। গতিকে তেওঁৰ বান্দাৰ জীৱিকাৰ কাৰণে তেওঁৰ ওপৰত নিৰ্ভৰ কৰাটো বান্দাৰ কৰ্ত্তব্য।

৩। যাৰ বাহিৰে পৃথিৱীত ভৰি দিবলৈ নিজৰ এখনি স্থান নাই তেওঁৰেই গুচৰত নত হোৱাটো মানুহৰ কৰ্তব্য।

৪। সদায় আল্লাৰ জিকিৰত ( স্মৰণ বা ধ্যানত ) আসক্তি প্ৰকাশ কৰাটোহে তেওঁৰ লগত প্ৰকৃত বন্ধুতাৰ লক্ষণ।

৫। যিয়ে যিটোক ভয় কৰে তেওঁ তাৰপৰা দূৰত থাকে ; কিন্তু যিয়ে আল্লাক ভয় কৰে তেওঁ আল্লাৰ আশ্ৰয়তে প্ৰতিপালিত হয়।

## ৪৯। হজৰত আবুবকৰ ওৰাৰ্ৰাক (ৰঃ)

হজৰত আবুবকৰ ওৰৰ্ৰাক (ৰঃ) বল্‌খ নগৰৰ অধিবাসী আছিল। নীতি-জ্ঞানত তেওঁৰ সমকক্ষ কোনো নাছিল। সেই কাৰণে তেওঁক আওলীয়াসকলৰ নীতি শিক্ষক বুলি কোৱা হৈছিল। তেওঁ ৰিপুবোৰক দমন কৰি আত্মাক পবিত্ৰ কৰি ৰাখিছিল। তেওঁ হজৰত অহ্‌মদ খাজৰুইয়া বল্‌খীৰ পৰম বন্ধু আছিল আৰু বহুতো আওলীয়াৰ সংশ্ৰৱত থাকি খোদা তত্ত্বজ্ঞান লাভ কৰিছিল। তেওঁ সাধনা বিষয়ে বহুতো কিতাপ লিখিছিল। তেওঁ নিজৰ শিষ্যসকলক দেশ ভ্ৰমণ কৰিবলৈ নিষেধ কৰিছিল। তেওঁ কৈছিল, "ধৈৰ্য্য সকলো উন্নতিৰমূল।"

তেওঁ বহুত দিনৰপৰাই হজৰত খিজিৰ ( আঃ ) ৰ দৰ্শন লাভ কৰিবলৈ ইচ্ছা কৰি আছিল। সেই উদ্দেশ্যে তেওঁ নিতৌ কবৰ স্থানলৈ গৈছিল আৰু তালৈ অহা যোৱা কৰোতে এপাৰা কোৰ্‌আন শ্বৰীফ পঢ়িছিল। এদিনাখন তেওঁ ঘৰৰ পৰা ওলোৱাৰ লগে লগে দেখিলে যে এজন বৃদ্ধ জ্যোতিৰ্ময় পুৰুষ আহি সন্মুখত উপস্থিত। তেওঁলোক দুয়োজনে কথা কৈ কৈ বহুত দূৰ গ'ল। তাৰ পিছত যেতিয়া হজৰত আবুবকৰ ওৰাৰ্ৰাকে সেই বৃদ্ধ জ্যোতিৰ্ময় পুৰুষজনৰপৰা বিদায় লৈ আহিবলৈ ওলাল তেতিয়া সেই বৃদ্ধজনে ক'লে, "তুমি বহুত দিনৰপৰা দৰ্শন লাভ কৰিবলৈ ইচ্ছা কৰিছিলা। আজি তুমি মোৰ দৰ্শন লাভ কৰিলা, কিন্তু তোমাৰ আজি কোৰ্‌আন শ্বৰীফ পঢ়া নহ'ল। যেতিয়া খিজিৰৰ সংশ্ৰৱতে তোমাৰ এই ফল হ'ল আনৰ সংশ্ৰৱত তোমাৰ কি ফল হ'ব? গতিকে নিৰ্জনত বাস কৰাটোৱে আটাইতকৈ শ্ৰেয়।"

তেওঁৰ এটি পুতেক মাদ্ৰাছাত পঢ়িছিল। এদিনাখন তেওঁ দেখিলে যে তেওঁৰ পুতেকটিৰ মুখ মলিন আৰু সি কান্দি আছে। তেওঁ পুতেকক ইয়াৰ কাৰণ সোধাত সি ক'লে, "আজি মই কোৰ্‌আনত পালোঁ যে এনেকুৱা এটি দিন আহিব যিটো দিনে বালকক বৃদ্ধ কৰি পেলাব। সেই আয়াতটি পঢ়ি মোৰ বৰ ভয় লাগিছে।" ইয়াৰ পিছত সেই ল'ৰাটি কান্দি কান্দি বেমাৰত পৰিল আৰু অৱশেষত তাৰ মৃত্যু হ'ল।

পুতেকৰ এই অৱস্থা দেখি তেওঁৰ জীৱনত এটি পৰিৱৰ্তন আহিল। তেওঁ প্ৰায় পুতেকৰ কবৰৰ ওচৰলৈ যায় আৰু কান্দি কান্দি কয়, "হে আবুবকৰ! কোৰ্‌আনৰ এটি আয়াতৰ প্ৰভাৱত তোমাৰ পুতেৰাৰ এই অৱস্থা ঘটিল, সি প্ৰাণ ত্যাগ কৰিলে। অথচ তুমি ইমানদিনে গোটেইখন কোৰ্‌আন শ্বৰীফ পঢ়ি শেষ কৰিলা; তথাপি তোমাৰ জীৱনত কোনো প্ৰতিক্ৰিয়া নহ'ল।"

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল :—

১। দৃঢ় বিশ্বাস এটি জ্যোতিৰ দৰে, যাৰ দ্বাৰা বান্দা (আল্লাৰ দাস বা ভক্ত) জ্যোতিৰ্ময় হয়।

২। অলপ ধনৰ দ্বাৰা ইহকাল আৰু পৰকালৰ মঙ্গল হয় আৰু অধিক ধনৰ দ্বাৰা ইহকাল আৰু পৰকালৰ ক্ষতি হয়।

৩। বাসনাৰ কাষ চপাটোৱেই মানুহৰ পতনৰ মূল। কিয়নো বাসনা প্ৰবল হ'লে মন অপবিত্ৰ হয়। মন অপবিত্ৰ হ'লে স্বভাৱ বেয়া হয়। স্বভাৱ বেয়া হ'লে আনৰ ওপৰত অত্যাচাৰ হয়।

৪। যিয়ে পাৰ্থিৱ জীৱনৰ প্ৰতি আসক্ত হয়, অহঙ্কাৰ, হিংসা আৰু দুৰৱস্থাই তেওঁৰ প্ৰতি আসক্ত হয়।

৫। চয়তানে কয়, "মই ইমান অজ্ঞান নহওঁ যে পোন প্ৰথমে মই ঈমানদাৰ (বিশ্বাসকাৰী) লোকসকলক আল্লাৰ অবাধ্যতা কৰিবলৈ উদগনি দিম; বৰং মই প্ৰথমে তেওঁলোকক হালাল (বিধেয়) বস্তুৰ প্ৰতি আসক্ত কৰোঁ। যেতিয়া তেওঁলোক ইয়াৰ প্ৰতি আসক্ত হৈ পৰে তেতিয়া ৰিপুবোৰে তেওঁলোকৰ ওপৰত প্ৰবল হৈ পৰে। তাৰ ফলত পাপ কামলৈ তেওঁলোকৰ সাহ বাঢ়ে। তেতিয়াহে মই তেওঁলোকক আল্লাৰ অবাধ্যতা কৰিবলৈ উদগনি দিওঁ।"

৬। আল্লাহ, ৰিপু, চয়তান, পাথিৱ বস্তু আৰু মানুহৰ সমাজ— এই পাঁচটি বস্তু সদায় তোমাৰ লগত আছে। যদি তুমি আল্লাৰ বিধান মানি চলা, ৰিপুৰ বিৰুদ্ধাচৰণ কৰা, চয়তানৰ লগত শত্ৰুতা কৰা, পাথিৱ বস্তুবোৰৰ বিষয়ে ধৈৰ্য্য ধৰা আৰু আৰু মানুহৰ সমাজৰ প্ৰতি উদাৰ ব্যৱহাৰ কৰা, তেতিয়া হ'লে তুমি মুক্তি পাব পাৰা।

৭। যেতিয়ালৈকে তুমি সৃষ্টিৰ প্ৰতি আসক্তিৰ বান্ধ কাটিব নোৱাৰিবা তেতিয়ালৈকে তুমি আল্লাৰ নৈকট্য লাভৰ আশা নকৰিবা। যেতিয়ালৈকে তোমাৰ মন পাথিৱ বিষয়ত লিপ্ত থাকিব তেতিয়ালৈকে প্ৰকৃত শিক্ষা আৰু সৎচিন্তাৰ আশা নকৰিবা। যেতিয়ালৈকে তুমি কৰ্তৃত্ব আৰু প্ৰাধান্যৰ লিপ্সাৰ পৰা অন্তৰক মুক্ত নকৰিবা তেতিয়ালৈকে তুমি মা'ৰেফাত বা খোদা তত্ত্বজ্ঞান লাভৰ আশা নকৰিবা। তুমি বিনয় আৰু নম্ৰতাৰে সৈতে জ্ঞানীলোকৰ সঙ্গ লবা, সন্মান আৰু ভক্তিৰে সৈতে দৰবেশসকলৰ সঙ্গ লবা আৰু ধৈৰ্য্য আৰু সহিষ্ণুতাৰে সৈতে মূৰ্খ লোকৰ লগত মিলি থাকিবা।

৮। নবীসকলৰ পিছতে আওলীয়াসকলৰ স্থান। নবুৱাতৰ (মহাপুৰুষত্বৰ) স্তৰৰ পিছতে মা'ৰেফাতৰ (খোদা তত্ত্বজ্ঞানৰ) বাহিৰে আন কোনো স্তৰ নাই। মা'ৰেফাতৰ প্ৰথম লক্ষণ হ'ল নীৰৱতা আৰু প্ৰয়োজন মতে কথা কোৱা। এইটোৱে মানুহক সৎকামত প্ৰবৃত্ত কৰে।

৯। যিয়ে ৰাতিপুৱা নামাজ ঠিক ৰাখে কোৰ্'আন পঢ়ে আৰু জিকিৰ (স্মৰণ বা ধ্যান) কৰে তেওঁ ৰাতি হালাল (বিধেয়) আহাৰ কৰিছে বুলি অনুমান হয়। যিয়ে ৰাতিপুৱা উঠি অনৰ্থক কথা কয়, আনৰ দোষ বিচাৰে আৰু অশ্লীল বাক্যত লিপ্ত হয়, তেওঁ ৰাতি হাৰাম (নিষিদ্ধ) আহাৰ কৰিছে বুলি অনুমান হয়।

১০। মনৰ সঙ্কল্প হৈছে এটি নুৰ (পোহাৰ)। জ্ঞানৰ দ্বাৰাই মানুহে এই নুৰৰ (পোহৰৰ) সন্ধান পায়। পিছত সেই নুৰেই তাক দৰবেশৰ আসনত বহুৱায়।

## ৬০। হজৰত আব্দুল্লাহ মানাজিল (ৰঃ)

হজৰত আব্দুল্লাহ মানাজিল (ৰঃ) নিছাপুৰৰ অধিবাসী আছিল। তেওঁ এজন সংসাৰ ত্যাগী লোক আছিল আৰু নিৰ্জনে থাকিবলৈ ভাল

পাইছিল। তেওঁ হজৰত হামদুন কাচ্ছাৰৰ শিষ্য আছিল। তেওঁ সদায় আল্লাৰ ওপৰত নিৰ্ভৰ কৰি চলিছিল। তেওঁ জাহেৰী (বাহ্যিক) আৰু বাতেনী (আন্তৰিক) জ্ঞানত এজন বিজ্ঞ লোক আছিল। সেই সময়ত তেওঁৰ সমান বিদ্বান লোক আন কোনো নাছিল। তেওঁ বহুতো হাদিছ লিখি থৈ গৈছে।

এদিনাখন তেওঁ হজৰত আবু আলী মোহাম্মদ ছাকাফীৰ লগত কথা পাতি আছিল। কথা প্ৰসঙ্গত হজৰত আব্দুল্লাহ মানাজিলে ক'লে, "হেৰা আবু আলী! তুমি মৃত্যুৰ কাৰণে সাজু হোৱা। কাৰণ মৃত্যুৰপৰা ৰক্ষা পোৱাৰ কোনো উপায় নাই।" তেতিয়া হজৰত আবু আলীয়ে ক'লে, "আপুনি সাজু হক।" এই কথা শুনি হজৰত আব্দুল্লাহ মানাজিলে তেতিয়াই নিজৰ হাতখনিক গাৰু হিচাবে ব্যৱহাৰ কৰিলে আৰু তাৰ ওপৰত মূৰটো থৈ ক'লে, "চোৱা মই মৰি গলোঁ।" এই বুলি কৈ সচাঁকৈয়ে তেওঁ মৃত্যু বৰণ কৰিলে। এইটো দেখি হজৰত আবু আলী মোহাম্মদ ছাকাফী বৰ লাজ পালে। কাৰণ তেওঁ নানা ৰকম পাৰ্থিৱ বিষয়ত জড়িত আছিল। আন পিনে হজৰত আব্দুল্লাহ মানাজিল আছিল সংসাৰ ত্যাগী আৰু নিৰ্জন প্ৰিয়। গতিকে তেওঁৰ লগত প্ৰতিযোগিতাৰ বিষয়ে কল্পনাও কৰিব নোৱাৰি।

এদিনাখন এজন মানুহে তেওঁক এটি প্ৰশ্ন কৰিলে। তেওঁ লগে লগে প্ৰশ্নটিৰ উত্তৰ দিলে। মানুহজনে আচৰিত হৈ ক'লে, "হুজুৰ! আৰু এবাৰ কওকচোন।" তেওঁ ক'লে, "মই অতিশয় ব্যস্ত আছোঁ। এটা কথা দুবাৰ কবলৈ মোৰ সময় নাই।"

নিছাপুৰতেই তেওঁৰ মৃত্যু হয়।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ

১। যিয়ে ফৰজ (কৰ্তব্য) ত্যাগ কৰে তেওঁ চুন্নতো (হজৰতৰো ৰীতি-নীতি) ত্যাগ কৰে। আৰু যিয়ে কেৱল চুন্নত ত্যাগ কৰে সোনকালে তেওঁ বেদাতত (ধৰ্মত নতুনত্ব বিষয়ত) লিপ্ত হোৱাৰ সম্ভাৱনা থাকে।

২। যিটো সময়ত তোমাৰ অন্তৰ ৰিপুৰ তাড়নাৰ পৰা পৱিত্ৰ হৈ থাকে আৰু আনৰ ওপৰত কু-ধাৰণা কৰাৰ পৰা মুক্ত হৈ থাকে সেই সময়টো তোমাৰ কাৰণে উত্তম সময়।

৩। যিয়ে আনৰ ওচৰত নিজৰ সম্মান অধিক পৰিমাণে বিচাৰে তেওঁৰ এইটো কৰ্তব্য যে তেওঁ যেন নিজৰ বিপুক হীন আৰু ঘৃণাৰ চকুৰে চায়।

৪। আনুগত্য আৰু দাবী কেতিয়াও একে সময়ত হ'ব নোৱাৰে।

৫। যিয়ে কোনো মোহত আবদ্ধ হয় তেওঁ নিজৰ জ্ঞানৰ দ্বাৰা কেতিয়াও নিজৰ দোষ দেখা নাপায়।

৬। যিয়ে নিজৰ অসমৰ্থতাৰ কাৰণে ফকীৰ হয় তাত তেওঁৰ কোনো গৌৰব নাই।

## ৬১। হজৰত আলী চহল ইছ্‌পাহানী (ৰ)।

হজৰত আলী চহল ইছপাহানী (ৰঃ) ইৰান দেশৰ ইছ্‌পাহানত জন্ম গ্ৰহণ কৰিছিল। তেওঁ আল্লাৰ প্ৰেমত নিজকে বিলীন কৰি দিছিল। তেওঁ হজৰত আবু তোৰাব বখ্‌ছী আৰু হজৰত জুনায়েদ বাগদাদীৰ বন্ধু আছিল আৰু হজৰত জুনায়েদ বাগদাদীৰ লগত চিঠিৰ দ্বাৰা মা'ৰেফাতৰ (খোদাতত্ত্বৰ) যোগাযোগ ৰাখিছিল। তেওঁ মানৱ অন্তৰৰ দোষবোৰ দেখা পাইছিল আৰু অদৃশ্য জগতৰ তত্ত্বজ্ঞানত জ্ঞানী লোক আছিল। তেওঁৰ ত্ৰিশ হাজাৰ দিৰহাম ঋণ আছিল। এই সকলোবোৰ ঋণ মোহাম্মদ ইবনে ওছমান নামেৰে এজন লোকে পৰিশোধ কৰিছিল।

তেওঁ কয় যে ধন প্ৰাৰ্থনা কৰি তেওঁ এইটো মা'ৰেফাতত (খোদা তত্ত্বত) পালে, গৌৰব প্ৰাৰ্থনা কৰি তেওঁ এইটো দৰিদ্ৰতাত পালে, সুখ প্ৰাৰ্থনা কৰি তেওঁ এইটো সংসাৰ ত্যাগত পালে, কাৰো দোষ নিবিচাৰিবলৈ প্ৰাৰ্থনা কৰি তেওঁ এইটো নিৰৱতাত পালে, শান্তি প্ৰাৰ্থনা কৰি তেওঁ এইটো পৃথিৱীৰ প্ৰতি বিমুখ হৈ পালে।

তেওঁ কৈছিল, "তোমালোকে ভাবানে যে তোমালোকৰ নিচিনা মোৰ মৃত্যু হ'ব? তোমালোকে এইটোও ভাবানে যে তোমালোকৰ যিদৰে বেমাৰ হয় আৰু মানুহবিলাকে তোমালোকৰ সেৱা শুশ্ৰূষাৰ কাৰণে যিদৰে আহে মোৰ বেলিকাও তেনেকুৱা হৰুণ কেতিয়াও তেনেকুৱা নহ'ব। তেওঁ লোক মাতিলেই মই ওচি যাম।"

এদিনাখন তেওঁ ৰাস্তাইদি গৈ আছিল। হঠাতে তেওঁ লাব্বায়েকা (অৰ্থাৎ মই তোমাৰ ওচৰত উপস্থিত আছোঁ) বুলি কৈ মৃৰচো থলে। তাৰ পিছত তেওঁ কলিমা ছাহদাত পঢ়ি শেষ নিশ্বাস ললে।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ—

১। আল্লাৰ এবাদতৰ (উপাসনাৰ) পিনে আকৰ্ষণ হোৱাটো তেওঁৰ পৰা করুণা লাভৰ লক্ষণ আৰু কাৰো বিৰোধিতাৰ প্ৰতি ভ্ৰূক্ষেপ নকৰাটো উদাৰতাৰ লক্ষণ।

২। মা'ৰেফাতক (খোদাতত্ত্বক) সন্মান কৰাটো অন্তৰৰ চেতনাৰ লক্ষণ আৰু অহঙ্কাৰ প্ৰকাশ কৰাটো মূৰ্খতাৰ লক্ষণ।

৩। যিয়ে প্ৰথমে মনৰ ইচ্ছাক পবিত্ৰ নকৰে তেওঁ অৱশেষত সুখ আৰু শান্তিৰ পৰা বঞ্চিত হয়।

৪। যিয়ে নিজকে আল্লাৰ অতি নিকটবৰ্তী বুলি ভাবে তেওঁ প্ৰকৃততে অতি দূৰত থাকে।

৫। আল্লাৰ ওপৰত বিশ্বাস কৰা কামটোতকৈ তেওঁক সদায় উপস্থিত থকা বুলি জনাটো বেছি ভাল। কাৰণ, আল্লাৰ উপস্থিতিয়ে অন্তৰত স্থান লাভ কৰিলে অলসতাই তাত স্থান পাব নোৱাৰে।

## ৬২। হজৰত ছেখ খায়েৰ নাচ্ছাজ (ৰঃ)।

হজৰত ছেখ খায়েৰ নাচ্ছাজ (ৰঃ) বাগদাদৰ অধিবাসী আছিল। তেওঁৰ আচল নাম আবুল হাছান মোহাম্মদ ইব্‌নে ইছমাইল আছিল। তেওঁ মা'ৰেফাত (খোদাতত্ত্ব) জ্ঞানত মহাজ্ঞানী আছিল। আৰু মুখেৰে যিটোক কৈছিল সেইটোৱে সফল হৈছিল। তেওঁ বহুতো পীৰৰ গুৰু আছিল আৰু তেওঁৰ ভাষা ইমান মধুৰ আছিল যে তেওঁৰ ভাষণে বহুতৰে অন্তৰ স্পৰ্শ কৰিছিল। হজৰত জুনায়েদ বাগদাদীয়েও তেওঁক অতিশয় ভক্তি কৰিছিল। তেওঁ হজৰত ছৰ্‌ৰী ছক্‌তীৰ শিষ্য আছিল।

এবাৰ তেওঁ হজ্জ কৰিবলৈ ইচ্ছা কৰি মক্কালৈ যাত্ৰা কৰিলে। ৰাস্তাত কুফাৰ এটি ঘৰত উপস্থিত হ'ল। তেওঁৰ শৰীৰৰ বৰণ ক'লা আছিল আৰু গাৰ পিন্ধা কাপোৰো ফটা আৰু মৰলা আছিল। এজন

মানুহে তেওঁক কাৰোবাৰ গোলাম বুলি ভাবি ক'লে, "মই ভাবোঁ যে তুমি কাৰোবাৰ গোলাম আছিলা। তুমি তাৰ পৰা পলাই আহিছা।" তেওঁ 'হয়' বুলি উত্তৰ দিলে। মানুহজনে ক'লে, "তুমি মোৰ ঘৰত থাকিবা। পিছত মই তোমাক মালিকৰ ওচৰলৈ পঠাই দিম।" তেওঁ ক'লে, "মই বহুত দিনৰে পৰা এনেকুৱা এজন লোক বিচাৰি আছোঁ, যিয়ে মোক মোৰ প্ৰভুৰ ওচৰলৈ পঠাই দিব পাৰে।" তেওঁক চিনিব নোৱাৰি মানুহজনে তেওঁৰ নাম খায়েৰ ( মঙ্গল ) ৰাখিলে আৰু তেওঁক ঘৰলৈ নি কাপোৰ বনাবলৈ শিক্ষা দিলে। আৰবী ভাষাত তাঁতীক বা কাপোৰ বনোৱা লোকক নাচ্ছাজ ( তাঁতী ) বোলে। তেতিয়াৰে পৰা তেওঁৰ উপাধি নাচ্ছাজ হ'ল।

সেই মানুহজনে তেওঁৰ আচাৰ, ব্যৱহাৰ, ভদ্ৰতা, নম্ৰতা, সত্য-বাদিতা, খোদা ভীৰুতা, উপাসনা, আদি দেখি বৰ লাজ পালে আৰু ক'লে, "মই ভুল কৰিছোঁ। আজিৰ পৰা আপুনি মুক্ত। আপুনি যলৈকে ইচ্ছা যাব পাৰে।" তেতিয়া তেওঁ তাৰ পৰা বিদায় লৈ মক্কা শ্বৰীফলৈ গ'ল। তাত তেওঁ ইমান উচ্চ মৰ্য্যাদা লাভ কৰিলে যে হজৰত জুনায়েদ বাগদাদীয়েও ক'লে, "খায়েৰ সঁচাকৈয়ে আমাৰ সকলোৰে খায়েৰ ( মঙ্গল )। তেওঁ নিজেও 'খায়েৰ নাচ্ছাজ' এই নামটি পছন্দ কৰিছিল। তেওঁ কৈছিল, "এজন মুছলমানে যেতিয়া মৰম কৰি মোৰ এই নামটো ৰাখিছে মই ইয়াক পৰিবৰ্তন নকৰিম।"

এদিনাখন ৰাতি তেওঁ ঘৰতে আছিল। তেওঁৰ এইটো ধাৰণা আছিল যে হজৰত জুনায়েদ বাগদাদী যেন তেওঁৰ ঘৰৰ সন্মুখত আহি উপস্থিত। এই ধাৰণাটি এবাৰ এবাৰকৈ তিনিবাৰ তেওঁৰ মনত উদয় হ'ল। তাৰ পিছত তেওঁ বাহিৰলৈ ওলাই আহি দেখিলে যে সঁচাকৈয়ে হজৰত জুনায়েদ বাগদাদী আহি দুৱাৰ মুখত উপস্থিত। তেওঁ ক'লে, "তুমি প্ৰথমবাৰ ধাৰণা কৰিয়েই কিয় বাহিৰলৈ ওলাই অহা নাছিলা ?" তেওঁ লাজ পালে।

তেওঁ এশ বিশ বছৰ জীয়াই আছিল। এদিনাখন মগৰিবৰ ( গধূলিৰ ) নামাজৰ সময়ত তেওঁৰ প্ৰাণ হৰণ কৰিবলৈ হজৰত আজ্ৰাইল ( আঃ ) আহিল। তেওঁ হজৰত আজ্ৰাইল ( আঃ ) ক দেখি ক'লে, "আফাকাল্লাহ ( অৰ্থাৎ আল্লাই আপোনাক ক্ষমা কৰক )। আপুনি অলপ সময় বাট চাওক, পিছত আপোনাৰ কাম সমাধা কৰিব। আমি

দুয়োজনেই আল্লাৰ অনুগত বান্দা ( দাস )। এই সময়ত আপোনাৰ প্ৰতি হুকুম হৈছে যে আপুনি মোৰ প্ৰাণ হৰণ কৰিব লাগে। ঠিক এই সময়তে মোৰ ওপৰতো এই হুকুম যে নামাজৰ সময়ত নামাজ আদায় কৰিব লাগে। আপোনাৰ ওপৰত দিয়া আল্লাৰ হুকুম অন্যথা নহ'ব ; ইপিনে মোৰ ওপৰত দিয়া হুকুমো অন্যথা হ'ব নোৱাৰে। গতিকে আপুনি অল্প সময় বাট চাওক, যাতে মই ওজু কৰি নামাজখিনি আদায় কৰি লব পাৰোঁ।" তাৰ পিছত যেতিয়া তেওঁ ওজু কৰি নামাজ পঢ়ি উঠিল তেতিয়াহে হজৰত আজ্ৰাইল ( আঃ ) এ তেওঁৰ প্ৰাণ হৰণ কৰি নিলে।

মৃত্যুৰ পিছত এজনে যেতিয়া সপোনত দেখি তেওঁক সুধিলে যে তেওঁৰ লগত আল্লাই কেনেকুৱা ব্যৱহাৰ কৰিছে ; তেওঁ কলে যে আল্লাই তেওঁক অপবিত্ৰ পাৰ্থিব বস্তুবোৰৰপৰা ৰক্ষা কৰিছে।

## ৬৩। হজৰত আবু হাম্‌জা খোৰাচানী ( ৰঃ )।

হজৰত আবু হাম্‌জা (ৰঃ) খোৰাচান প্ৰদেশত জন্ম গ্ৰহণ কৰিছিল। তেওঁ খোৰাচানৰ দৰবেশসকলৰ ভিতৰত শ্ৰেষ্ঠ আছিল আৰু খোদাৰ ওপৰত নিৰ্ভৰশীল লোক আছিল। তেওঁ সকলোৰে প্ৰিয় আৰু শ্ৰদ্ধাৰ পাত্ৰ আছিল। তেওঁৰ কঠোৰ সাধনা আৰু অলৌকিক শক্তিত সকলোকে তেওঁ চেৰ পেলাইছিল। তেওঁ নিৰ্জনতা পছন্দ কৰিছিল আৰু বহু সময় নিৰ্জনে থাকি কটাইছিল। হজৰত আবু তোৰাব বখ্‌ছী আৰু হজৰত জুনায়েদ বাগদাদীৰ লগত তেওঁৰ দেখা হৈছিল। তেওঁৰ বহুতো সদগুণ আছিল।

এদিনাখন তেওঁ আল্লাৰ ওপৰত নিৰ্ভৰ কৰি এখন বহল মৰুভূমি ঠাইৰ মাজেদি অকলে গৈ আছিল। তেওঁ মনে মনে প্ৰতিজ্ঞা কৰিছিল যে বাটত তেওঁ কাৰো ওচৰত একো নিবিচাৰিব, কাৰো প্ৰতি লক্ষ্য নকৰিব আৰু এইদৰে সেই ঠাইডোখৰ পাৰ হ'ব। তেওঁৰ জেপত মাত্ৰ ভনীয়েকে দিয়া কেইটামান বাগৰ টুকুৰা পথৰ সম্বল হিচাবে আছিল।

হঠাতে তেওঁৰ মনত ভাবৰ উদয় হ'ল। তেওঁ নিজকে নিজে ক'লে, "দ্বিজনে খুটা নোহোৱাকৈ আকাশখনি ওপৰত বাখি সকলোবোৰ

ৰক্ষণা বেক্ষণ কৰিছে তেওঁ জানো ৰাগৰ টুকুৰাবোৰ নহ'লে মোৰ পেটৰ ৰক্ষণা বেক্ষণ কৰিব নোৱাৰে ?" এই বুলি কৈ তেওঁ জেপৰ পৰা ৰাগৰ টুকুৰাবোৰ দূৰলৈ পেলাই দি যাবলৈ ধৰিলে। ঈশ থাকোতে তেওঁ হঠাতে এটি কুঁৱাত পৰি গ'ল ; কিন্তু শৰীৰত কোনো দুখ নাপালে। তেওঁ নীৰৱে ধৈৰ্য্য ধৰি থাকিল।

অলপ পিছত এজন পথিকে সেই কুৱাঁটো দেখি ভাবিলে যে হয়তো কোনোবা পথিক তাত পৰি যাব পাৰে। গতিকে তেওঁ কিছুমান কাইট আৰু গছৰ ডালেৰে সেই কুঁৱাটোৰ মুখখন ঢাকি দিলে। তেওঁ ভাবিলে যে যিজনে কুঁৱাৰ বাহিৰত ৰক্ষা কৰে তেওঁ কুঁৱাৰ ভিতৰতো তেওঁক নিশ্চয় ৰক্ষা কৰিব। তেওঁৰ অৱস্থা প্ৰায় অসহনীয় হৈ উঠিল। তথাপি তেওঁ আল্লাৰ ওপৰত নিৰ্ভৰ কৰি স্থিৰ ভাবে নীৰৱে থাকিল।

ইতিমধ্যে হঠাতে এটি বাঘ আহি তাত উপস্থিত হ'ল আৰু কুঁৱাৰ মুখৰ পৰা কাইট আৰু গছৰ ডালবোৰ গুচাই দি তাৰ পিছৰ ঠেং দুখন কুঁৱাটোৰ ভিতৰত সোমাই দিলে। এনেতে তেওঁ অদৃশ্যৰ পৰা এই বুলি এটি শব্দ শুনিবলৈ পালে, "তুমি ইয়াত ধৰি ওলাই আহা।" তাৰ পিছত তেওঁ বাঘটোৰ ঠেংত ধৰি ওপৰলৈ উঠি আহিল। তেতিয়া অদৃশ্যৰ পৰা তেওঁ আকৌ এটি শব্দ শুনিবলৈ পালে, "হেৰা আবু হাম্জা ! তুমি মোৰ ওপৰত নিৰ্ভৰ কৰাৰ কাৰণে আজি মই তোমাক যমৰ ঘাৰা বচালোঁ। তুমি দেখিলা যে এইটো কেনেকুৱা উত্তম ব্যৱস্থা।" তাৰ পিছত সেই বাঘটো তাৰ পৰা মুখ ঘূৰাই গুচি গ'ল।

তেওঁ এখন কম্বলৰ দ্বাৰা শৰীৰ ঢাকি ৰাখিছিল আৰু বছৰত এবাৰহে মাত্ৰ লোকসমাজত দেখা দিছিল। তেওঁ জীৱনৰ শেষত নিছাপুৰত শেষ নিশ্বাস ললে। হজৰত আবু হাফছ হাদ্দাদ খোৱাচানীৰ কবৰৰ ওচৰত তেওঁক কবৰ দিয়া হয়।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল :—

১। আল্লাৰ লগত প্ৰকৃত অনুৰাগ হ'লে মানুহৰ লগত জীৱন যাপন কৰিবলৈ মন নাযায়।

২। আল্লাৰ লগত মিলন ঘটাই আত্মীয় স্বজনৰ মায়াজালত পৰা লোকৰ সংখ্যা অতি কম।

৩। যাৰ অন্তৰ মৃত্যুৰ পিনে আকৃষ্ট হয়, স্থায়ী বস্তুবোৰ তেওঁৰ বন্ধু হয় আৰু অস্থায়ী বস্তুবোৰ তেওঁৰ শত্রু হয়।

৪। ৰাতিপুৱা উঠি গধূলিৰ কাৰণে যিয়ে নাভাবে আৰু গধূলি হ'লে ৰাতিপুৱাৰ কাৰণে যিয়ে নাভাবে তেওঁহে আল্লাৰ ওপৰত প্ৰকৃত নিৰ্ভৰকাৰী।

৫। তোমাৰ সন্মুখত মহা যাত্ৰাৰ ব্যৱস্থা আছে। গতিকে তুমি প্ৰচুৰ পৰিমাণে পথৰ সম্বল গোটাই লবা।

## ৬৪। হজৰত আহ্মদ্ মাচ্ৰূক (ৰঃ)।

হজৰত আহমদ্ মাচৰূক (ৰঃ) খোৰাচানৰ অধিবাসী আছিল। তেওঁ বাদচাহৰ বংশত জন্ম গ্ৰহণ কৰিছিল। পিছত তেওঁ বাগদাদ নগৰত বসতি কৰিছিল। তেওঁ এজন উত্তম পুৰুষ আছিল। গতিকে দেশৰ সকলো লোকে তেওঁক আওলীয়া বুলি স্বীকাৰ আৰু শ্ৰদ্ধা কৰিছিল। তেওঁ হজৰত মুহাছেবী, হজৰত ছৰৰী ছকতি, আদি বহুতো আওলীয়াৰ সংশ্ৰৱত থাকি জিকিৰ (আল্লাৰ ধ্যান) আৰু এবাদতত (আল্লাৰ উপাসনাত) পূৰ্ণতা লাভ কৰিছিল। তেওঁ জাহেৰী ইলম (বাহ্যিক জ্ঞান) আৰু বাতেনী ইলম (আন্তৰিক জ্ঞানত) এজন সুদক্ষ আলেম (জ্ঞানীলোক) আছিল।

এদিনাখন এজন বুঢ়া মানুহ আহি তেওঁৰ লগত কথা পাতিবলৈ আৰম্ভ কৰিলে। সেই মানহজনৰ কথাবোৰ বৰ মধুৰ আৰু ভাষা অতি প্ৰাঞ্জল আছিল। তেওঁ কথা প্ৰসঙ্গত ক'লে, "আপোনাৰ মনত কিবা সন্দেহ থাকিলে মোক কব পাৰে।" তেওঁ ক'লে, "মই বুজিছোঁ যে আপুনি এজন ইহুদী।" তেতিয়া সেই বুঢ়া মানুহজনে অলপ সময় নীৰৱে থাকি ক'লে, "আপুনি ঠিকেই কৈছে। মই বহুতো দেশ ভ্ৰমণ কৰিলোঁ আৰু বহুতো ধৰ্মৰ তত্ত্বোৰ ললোঁ; কিন্তু কোনোটিতে তেনেকুৱা সাৰ বস্তু নাপালোঁ। অৱশেষত উপায় নাপাই আপোনাৰ মহান দৰবাৰত হাজিৰ হলোঁ আৰু আপোনাক পৰীক্ষা কৰি ঠিকেই পালোঁ।" এই বুলি কৈ তেওঁ কলিমা পঢ়ি মুছলমান হ'ল।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল:—

১। যিয়ে আল্লাক বাদ দি আন বিষয়ত আনন্দ পায় তেওঁৰ সকলোবোৰ আনন্দ দুখত পৰিণত হয়।

২। যিয়ে নিজৰ অন্তৰখনিক আল্লাৰ পিনে ঘূৰাই আনে তেওঁৰ শৰীৰৰ অলবোৰ পাপৰ পৰা মুক্ত হয়।

৩। যিয়ে আল্লাৰ উপাসনাৰ অভ্যাস কৰে তেওঁৰ কাৰণে সংসাৰ ত্যাগ সহজ।

৪। সংসাৰৰ বস্তুবোৰৰ প্ৰতি মঠেই নজৰ নকৰাৰ নাম হৈছে খোদা ভক্তি।

৫। তৌবাহ্ কৰাৰ ( অনুতপ্ত হোৱাৰ ) আগেয়ে অলৌকিকতা আশা কৰাটো মূৰ্খতাৰ আসনত বহাৰ দৰে।

৬। আল্লাৰ বাহিৰে যাৰ আন কোনো বন্ধু নাই তেওঁহে প্ৰকৃত আওলীয়া।

৭। যিদিনাখন তুমি মায়েৰাৰ উদৰৰ পৰা বাহিৰ হৈছা সেই দিনাৰ পৰাই তুমি নিজৰ জীৱন নষ্ট কৰিবলৈ প্ৰবৃত্ত হৈছা।

## ৬৫। হজৰত আব্দুল্লাহ মাগ্‌ৰেবী ( ৰঃ )।

হজৰত আব্দুল্লাহ মাগ্‌ৰেবী ( ৰঃ ) আওলীয়াসকলৰ গুৰু আছিল আৰু জিকিৰ ( স্মৰণ বা ধ্যান ) শিক্ষাদানত নিপুণ আছিল। তেওঁৰ সদগুণবোৰে বহুতো লোকৰ জীৱনত প্ৰভাৱ বিস্তাৰ কৰিছিল। তেওঁৰ কথাবোৰ অতি যুক্তিপূৰ্ণ আৰু অন্তৰস্পৰ্শী আছিল। তেওঁ এশ বিশ বছৰ জীয়াই আছিল। তেওঁ অনেক আচৰিত আচৰিত কাম কৰি গৈছে। যিবোৰ খোৱা বস্তুত মানুহৰ হাত লাগিছিল সেইবোৰ বস্তু তেওঁ খোৱা নাছিল। তেওঁ গছৰ পিপা খাই জীৱন ধাৰণ কৰিছিল। তেওঁৰ শিষ্যসকলেও নানা ঠাইৰ পৰা গছৰ পিপা তেওঁৰ কাৰণে যোগাৰ কৰি আনিছিল। তেওঁ সদায় শিষ্যসকলক লগত লৈ দেশ ভ্ৰমণ কৰিছিল আৰু ভ্ৰমণতে তেওঁলোকক সদুপদেশবোৰ দিছিল। তেওঁ সদায় এহ্ৰামৰ পোছাক ( এখন চাদৰ আৰু চিলাই নকৰা এখন লুঙি ) পৰিধান কৰিছিল। তেওঁ পিন্ধা কাপোৰ কেতিয়াও ময়লা হোৱা নাছিল আৰু চুলি আৰু নখ দীঘল হোৱা নাছিল।

তেওঁ পৈতৃক সম্পত্তি হিচাবে এটি ঘৰ পাইছিল। এই ঘৰটি তেওঁ পঞ্চাশ দীনাৰত বিক্ৰি সেই দীনাৰবোৰ কঁকালত বান্ধি লৈছিল আৰু

এখন ময়দানলৈ গৈ আছিল। বাটত এজন বেদুইনে তেওঁৰ লগত কি আছে বুলি সুধিলত তেওঁ ক'লে যে তেওঁৰ লগত পঞ্চাশটা দীনাৰ আছে। সেই বেদুইনজনে তেওঁক ক'লে, "সেইবোৰ মোক দিয়া।" তেওঁ সেইবোৰ তাক দিলে। তাৰ পিছত সি সেই দীনাৰবোৰ ভালদৰে চাই লৈ তেওঁক ঘূৰাই দিলে। সেইবোৰ ঘূৰাই দিয়াৰ কাৰণ তেওঁ সুধিলত সি ক'লে যে তেওঁৰ সততা দেখি সি মুগ্ধ হৈছে আৰু তাৰ অন্তৰ দয়াৰে ভৰি গৈছে। তাৰ পিছত সেই বেদুইনজন তেওঁৰ লগত হজ্জ কৰিবলৈ গ'ল আৰু তেওঁৰ লগত বহুত দিন থাকি অৱশেষত এজন আওলীয়া হ'ল।

তেওঁৰ চাৰিজন পুতেক আছিল। প্ৰত্যেকজনকে তেওঁ কাৰিকৰি বিদ্যা শিক্ষা দিছিল, যাতে তেওঁৰ মৃত্যুৰ পিছত এই ল'ৰা চাৰিজনে তাৰ দ্বাৰা নিজৰ নিজৰ জীৱিকা উপাৰ্জনৰ ব্যৱস্থা কৰিব পাৰে।

তুৰে চায়েনা নামেৰে এখন পাহাৰী ঠাইত তেওঁৰ মৃত্যু হয় আৰু তাতে তেওঁৰ কবৰ আছে।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল :—

১। তোমালোকে আল্লাৰ ধ্যানত লিপ্ত থাকি সময়ৰ সদ্ব্যৱহাৰ কৰিবা। কাৰণ, এইটো এটা শ্ৰেষ্ঠ কাম।

২। যিয়ে এবাদতৰ ( আল্লাৰ উপাসনাৰ ) দাবি কৰে, অথচ অন্তৰত পাৰ্থিব বাসনা থাকে তেওঁ নিজ দাবিত মিছলীয়া।

৩। খোদা-ভক্ত আওলীয়াসকল পৃথিৱীত খোদাৰ আমানতদাৰ। তেওঁলোকৰ দ্বাৰা জনসাধাৰণৰ ওচৰলৈ আল্লাৰ করুণা নামি আহে আৰু পৃথিৱীত বিপদ আপদবোৰ দূৰ হয়।

৪। যিজন দৰবেশ পাৰ্থিব জঞ্জালৰ পৰা পৃথক হৈ থাকে, যদিও তেওঁ কোনো বিশেষ আমল ( পুণ্য কাম ) নকৰে তথাপি তেওঁৰ সামান্য পুণ্য বহুতো পুণ্যবান লোকৰ এবাদতত্তকৈ ( উপাসনাতকৈ ) বেছি ভাল।

## ৬৬। হজৰত আবু আলী জুৰজানী ( ৰঃ )।

হজৰত আবু আলী জুৰজানী ( ৰঃ ) খোৰাচানৰ অধিবাসী আছিল। তেওঁ দৰবেশসকলৰ নেতা আৰু খোৰাচানৰ এজন [illegible]

পীৰ আছিল। তেওঁ আল্লাৰ জিকিৰত ( ধ্যানত ) সদায় মগ্ন আছিল আৰু বহুতো কিতাপ লিখিছিল। তেওঁ পুণ্য কামত নিজকে বিলীন কৰি দিছিল আৰু লোক সমাজত বৰ আদৰ পাইছিল। তেওঁ বিখ্যাত পীৰ হজৰত মোহাম্মদ আলী হাকীম তিৰমিজীৰ শিষ্য আছিল।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ—

১। আল্লাৰ একত্ববাদত এই তিনিটা মূল বস্তু— ( ১ ) ভয় ( ২ ) আশা আৰু ( ৩ ) প্ৰেম। ( ১ ) বেয়া কাম ত্যাগ কৰিলে অন্তৰত আল্লাৰ প্ৰতি ভয় সৃষ্টি হয়। ( ২ ) অধিক পুণ্য কামৰ যাৰা বেহেস্ত ( স্বৰ্গৰ বাগান ) লাভৰ আশা বৃদ্ধি পায়। ( ৩ ) আল্লাৰ অধিক জিকিৰ ( স্মৰণ ) কৰিলে আল্লাৰ প্ৰতি প্ৰেম পাকা হয়।

২। যিজন লোক আল্লাৰ ভয়ত ভীত তেওঁ পাৰ্থিব শোক দুখক ভয় নকৰে।

৩। আল্লাৰ ভয়ে মানৱ অন্তৰক আলোকিত কৰে। আল্লাৰ প্ৰেম হৈছে সেই পোহৰৰ ওপৰতো পোহৰ।

৪। যিজন লোক প্ৰকৃত আওলীয়া তেওঁৰ পাৰ্থিৱ জীৱন বিনাশ হৈছে। তেওঁ আল্লাৰ সাক্ষাৎ লাভ কৰি অমৰ হৈছে।

৫। যিয়ে নিজৰ আত্মাক আল্লাৰ ওচৰত সমৰ্পণ কৰিছে আৰু শৰীৰক মানুহৰ সেৱাত নিয়োগ কৰিছে তেওঁহে সাধক।

৬। আল্লাৰ সম্বন্ধে উত্তম ধাৰণা পোষণ কৰাটো হৈছে মা'ৰেফাতৰ ( খোদাতত্ত্বৰ ) চৰম অৱস্থা আৰু নিজৰ ৰিপুৰ ওপৰত সন্দেহ আৰু সতৰ্ক ভাৱ দেখুৱাটো হৈছে মা'ৰেফাতৰ মূল বস্তু।

৭। যিয়ে আল্লাৰ দুৱাৰত আটাইবোৰ ত্যাগ কৰি ৰহিব তেওঁৰ কাৰণে আল্লাৰ দুৱাৰ মুকলি হ'ব।

৮। ধাৰ্মিকতাৰে ঈমানক ( বিশ্বাসক ) সুদৃঢ় কৈ বান্ধিবা, অলৌকিকতাৰ প্ৰাৰ্থী নহ'বা। কাৰণ, তোমালোকৰ ৰিপুই চাই অলৌকিকতা আৰু আল্লাই চাই ঈমানৰ ( বিশ্বাসৰ ) দৃঢ়তা।

৯। কৃপণতা হৈছে নিজৰ আত্মাৰ ওপৰত এটি ডাঙৰ বিপদ স্বৰূপ।

## ৬৭। হজৰত আবু বক্কৰ কেতানী (ৰঃ)।

হজৰত আবুবক্কৰ কেতানী (ৰঃ) মক্কা শ্বৰীফত বসতি কৰিছিল আৰু জীৱনৰ শেষলৈ তেওঁ তাতে আছিল। তেওঁ আওলীয়াসকলৰ ইমাম (নেতা) আৰু মা'ৰেফাতত (খোদাতত্ত্ব জ্ঞানত) এজন সাধক পুৰুষ আছিল। সাধনা আৰু আল্লাৰ উপাসনাত সেই সময়ত তেওঁৰ সমকক্ষ আন কোনো নাছিল। তেওঁ হজৰত জুনায়েদ বাগদাদী, হজৰত আবুছাঈদ খাৰ্‌জ আৰু হজৰত হাছান নুৰী বাগদাদীৰ সংশ্ৰৱত থাকি আৰু সদায় পূণ্য কামত জীৱন যাপন কৰি এজন ডাঙৰ আলেম (জ্ঞানীলোক) আৰু আল্লাৰ এবাদতত (উপাসনাত) আটাইতকৈ শ্ৰেষ্ঠ বুলি খ্যাতি লাভ কৰিছিল। সেই কাৰণে তেওঁক 'চেৰাগে হৰম' অৰ্থাৎ মক্কাৰ বন্তি বুলি কোৱা হৈছিল।

তেওঁ ৰাতিপুৱাৰপৰা গধুলিলৈকে নামাজত মগ্ন আছিল আৰু কোৰ্‌আন শ্বৰীফ এক খতম দিছিল। তেওঁ ত্ৰিশ বছৰৰ ভিতৰত কা'বা শ্বৰীফ তোৱাফ (প্ৰদক্ষিণ) কৰি কৰি বাৰ হাজাৰ বাৰ কোৰ্‌আন শ্বৰীন খতম কৰিছিল। তাৰ পিছত ত্ৰিশ বছৰ তেওঁ এখন নিৰ্দিষ্ট ঠাইত বহি আৰু আল্লাৰ এবাদত (উপাসনা) কৰি কটাইছিল। এই ত্ৰিশ বছৰৰ ভিতৰত তেওঁ কেতিয়াও শুৱা নাছিল আৰু দিন ৰাতিৰ ভিতৰত মাত্ৰ এবাৰকৈ ওজু (হাত, মুখ, ভৰি, আদি ধুৱা কাম) কৰিছিল।

জীৱনৰ আৰম্ভণিতে তেওঁ মক্কাত হজ্জ্‌ কৰিবলৈ ইচ্ছা কৰি এদিনাখন মাকৰ পৰা অনুমতি ল'লে। মাকৰ পৰা অনুমতি পাই তেওঁ মক্কালৈ গৈ থাকোতে ৰাস্তাত তেওঁৰ স্বপ্ন দোষ হ'ল। তেওঁ ভাবিলে যে মাকে হয়তো তেওঁক পূৰা পুৰি ভাবে বিদায় দিয়া নাই। সেই বাবে তেওঁৰ হয়তো অপৰাধ হৈছে। গতিকে তেওঁ ৰাস্তাৰ পৰা ঘৰলৈ উভতি আহিল।

তেওঁ ঘৰলৈ উভতি আহি দেখিলে যে তেওঁৰ মাক মনৰ দুখতে ঘৰৰ পিছ ফালে বহি আছে। তেওঁ মাকক দুখৰ কাৰণ সুধিলত মাকে ক'লে, "বোপা! তুমি ঘৰত নথকাত ঘৰখনি একেবাৰেই খালি হৈ গৈছে। সেই কাৰণে মনৰ দুখতে অস্থিৰ হৈ মই ইয়াত বহি আছোঁ। মই ভাবিছিলোঁ যে যেতিয়ালৈকে তুমি উভতি নাহিবা

তেতিয়ালৈকে মই ইয়াৰ পৰা উঠি নাযাম।" তাৰ পিছত মাক যিমান দিন জীয়াই আছিল তেওঁ ঘৰৰপৰা ক'লৈকো যোৱা নাছিল। মাকৰ মৃত্যুৰ পিছত হে তেওঁ ঘৰৰ পৰা ওলাব পাৰিছিল।

এদিনাখন তেওঁ ৰাস্তাৰে গৈ থাকোতে এজন মৃত দৰবেশক হাঁহি থকা দেখা পালে। তেওঁ আচৰিত হোৱাত সেই মৃত দৰবেশজনে ক'লে যে আল্লাৰ প্ৰেম তেনেকুৱাই, মৰিলেও ইয়াৰ শেষ নাই।

এবাৰ হজৰত আবুল হাছান মুজাইয়ানে ঘৰৰপৰা পথৰ সম্বল নোহোৱাকৈ আল্লাৰ ওপৰত নিৰ্ভৰ কৰি এখন ঠাইলৈ গৈ আছিল। তেওঁ এটি নিজৰাৰ পাৰত বহি মনে মনে ভাবিবলৈ ধৰিলে,"পথৰ সম্বল নোহোৱাকৈয়ে হাবিখন পাৰ হৈ আহিলোঁ।" এই কথাটি ভবাত তেওঁৰ মনত অলপ অহঙ্কাৰ ভাব উদয় হৈছিল। তেতিয়া হজৰত আবু বক্‌ৰ কেতানীয়ে নিজৰাটোৰ পাৰৰপৰা মাত দি ক'লে, "তুমি মনে মনে অযথা কথা কৈছা কিয় ?" তেতিয়া তেওঁ সেই পিনে চাই হজৰত আবু বক্‌ৰ কেতানীক দেখিলে আৰু তৌবাহ কৰি ( অনুতপ্ত হৈ ) আল্লাৰ পিনে মুখ ঘূৰালে।

যেতিয়া তেওঁৰ মৃত্যুৰ সময় ওচৰ চাপিল এজন লোকে তেওঁক সুধিলে, "জীৱিত কালত আপুনি এনেকুৱা কি ভাল কাম কৰিছিল যাৰ ফলত আপুনি এনেকুৱা উচ্চ পদ লাভ কৰিলে।" তেওঁ ক'লে, "চল্লিশ বছৰ কাল মই নিজৰ অন্তৰখনিক এনেদৰে পহৰা দিছিলোঁ যে আল্লাৰ বাহিৰে মোৰ অন্তৰলৈ যিবোৰ আহিছিল বা অন্তৰত যিবোৰ আছিল সেই সকলোবোৰকে মই আঁতৰাই দিছিলোঁ। তাৰ ফল মোৰ অন্তৰখনি এনেকুৱা হৈছিল যে আল্লাৰ বাহিৰে তাত আন একো বস্তুই স্থান পাব পৰা নাছিল।"

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল :—

১। সৃষ্ট বস্তুৰ প্ৰতি আসক্তি হৈছে শাস্তিস্বৰূপ, সাংসাৰিক লোকৰ সংশ্ৰৱ হৈছে পাপ আৰু সেইবোৰৰ প্ৰতি অনুৰাগ প্ৰকাশ কৰাটো হৈছে অপমান।

২। যিয়ে কিবা বস্তু পাওক বা নাপাওক আল্লাৰ প্ৰতি সন্তুষ্ট থাকে আৰু সাধনাত লিপ্ত থকাটোক নিজৰ কৰ্তব্য বুলি ভাবে তেওঁহে প্ৰকৃত ধাৰ্মিক।

৩। আল্লাৰ কাৰণে স্বাৰ্থ ত্যাগত প্ৰকৃত প্ৰেম প্ৰকাশ পায়।

৪। তৌবাহ বুলিলে ছয়টি বিষয়ক বুজায় ঃ—[১] অতীতত যিবোৰ পাপ কৰা হৈছে সেইবোৰৰ বাবে অনুতাপ কৰা, (২) ভৱিষ্যতে যাতে পাপত লিপ্ত নহয় তাৰ বাবে সাৱধান হৈ থকা, [৩] আল্লাৰ যিবোৰ প্ৰাপ্য নষ্ট কৰা হৈছে সেইবোৰ সম্পাদন কৰা, [৪] মানুহৰ যিবোৰ প্ৰাপ্য নষ্ট কৰা হৈছে সেইবোৰ আদায় কৰা, [৫] হাৰাম ( নিষিদ্ধ ) বস্তু খাই শৰীৰৰ যি মাংস বৃদ্ধি কৰা হৈছে তাক ক্ষয় কৰা, [৬] যিদৰে পাপৰ সোঁৱাদ লোৱা হৈছে সেইদৰে শৰীৰ আৰু মনক তিক্ততা ভোগ কৰিবলৈ দিয়া।

## ৬৮। হজৰত আব্দুল্লাহ খফীফ (ৰঃ)।

হজৰত আব্দুল্লাহ খফীফ (ৰঃ) পাৰস্যৰ অধিবাসী আছিল। তেওঁ অতিশয় কম আহাৰ খাইছিল আৰু গোটেই দিন ৰোজা ( উপবাস ) ৰাখি গধূলি মাত্ৰ ৭ টি ফল আহাৰ কৰিছিল। সেই কাৰণে তেওঁৰ শৰীৰ আৰু মন খফীফ অৰ্থাৎ পাতল আছিল আৰু মানুহে তেওঁক খফীফ বুলি মাতিছিল।

তেওঁৰ সেই সময়ৰ সাধকসকলৰ ভিতৰত শ্ৰেষ্ঠ আছিল আৰু আওলীয়াসকলৰ নেতা বুলি গণ্য হৈছিল। তেওঁ ৰাজ বংশৰ লোক আছিল আৰু অকলে অকলে অনেক দেশ ভ্ৰমণ কৰিছিল। তেওঁ উচ্চস্তৰৰ লোক আছিল আৰু তেওঁৰ মনো অতি উচ্চ আছিল।

তেওঁ প্ৰত্যেক ৪০ দিনত মা'ৰেফাতৰ ( খোদতত্ত্বৰ ) এখনকৈ কিতাপ লিখিছিল। তেওঁ জাহেৰী ( বাহ্যিক ) ধৰ্মীয় বিষয়েও বহুত কিতাপ লিখিছিল। এই সকলোবোৰ কিতাপ সমাজত অতিশয় আদৰ পাইছিল। তেওঁ যিদৰে কঠোৰ এবাদত ( আল্লাৰ উপাসনা ) কৰিছিল সৰ্বসাধাৰণে সেইদৰে এবাদত কৰা টান। সেই সময়ত তেওঁৰ নিচিনা সূক্ষ্ম দৃষ্টি আন কাৰো নাছিল। তেওঁৰ মৃত্যুৰ পিছত পাৰস্যত এনেকুৱা লোক জন্মা নাই যে তেওঁৰ লগত তুলনা হব পাৰে।

তেওঁ হজৰত আবু মোহাম্মদ কৰাইম, হজৰত আবু মোহাম্মদ জৰীৰী, হজৰত হুছাইন মানছুৰ হাল্লাজ আদি আওলীয়াসকলৰ দৰ্শন লাভ কৰিছিল আৰু তেওঁলোকৰ সংস্ৰৱত থাকি মা'ৰেফাতৰ

উচ্চ শিখৰত আৰোহণ কৰিছিল। তেওঁ জীৱনৰ আৰম্ভণিতে নক্তৰ নামাজৰ প্ৰত্যেক ৰাকাতৰতে দহ হাজাৰ বাৰকৈ 'কুলহু আল্লাহু আহাদ' ছুৰাটি পাঠ কৰিছিল আৰু ৰাতি পুৱাবৰ পৰা মখুজিয়েৰক এক হাজাৰ ৰাকাত নামাজ পঢ়িছিল। তেওঁ জীৱনৰ বিশটি বছৰ ফটা চটু পিন্ধি কটাইছিল আৰু সেই ফটা চটু পিন্ধা অৱস্থাতে তেওঁৰ মৃত্যুও হৈছিল।

সেই সময়ত পাৰস্য দেশত মোহাম্মদ আকাৰী নামেৰে এজন দৰবেশ আছিল। তেওঁ দৰবেশৰ পোছাক পিন্ধা নাছিল। মানুহ-বিলাকে হজৰত আব্দুল্লাহ খফীফক দৰবেশৰ পোছাক পিন্ধিবলৈ কিবা চৰ্ত আছে নেকি বুলি সোধাত তেওঁ কৈছিল, "মোহাম্মদ আকাৰীয়ে বগা পোছাক পিন্ধি যি চৰ্ত পালন কৰিছে সেইটোৱেই হৈছে দৰবেশৰ পোছাক পিন্ধাৰ চৰ্ত। আমি ফটা চটু পিন্ধিও সেই চৰ্ত পালন কৰিব পাৰো নে নাই সেইটোহে সন্দেহ।"

এদিনাখন ৰাতি তেওঁৰ চাকৰটোৱে তেওঁক আঠটি ফল আনি খাবলৈ দিলে। তেওঁ সেই ৰাতি আন আন ৰাতিৰ দৰে এবাদতত (আল্লাৰ উপাসনাত) মজা নাপালে। ৰাতিপুৱা তেওঁৰ চাকৰটোক মাতি ইয়াৰ কাৰণ সোধাত চাকৰটোৱে ক'লে, "মই আপোনাক দুৰ্বল দেখি আপুনি নজনাকৈ আপোনাৰ শক্তি বঢ়াবলৈ, আঠটি ফল খাবলৈ দিছিলোঁ।" তেওঁ ক'লে, "তুমি মোৰ বন্ধু নোহোৱা, তুমি শত্ৰু। বন্ধু হোৱা হ'লে তুমি মোক বৰং ছয়টি ফলহে খাবলৈ দিলা-হেঁতেন।" এই বুলি কৈ তেওঁ চাকৰটোক বিদায় দিলে আৰু তাৰ ঠাইত আন এটা চাকৰ নিযুক্ত কৰিলে।

এদিনাখন গভীৰ ৰাতি তেওঁ চাকৰটোক মাতি আনি ক'লে যে তেওঁক এজনী তিৰোতা লাগে, তেওঁ বিয়া কৰাব। চাকৰটোৱে বিচাৰি বিচাৰি সেই ৰাতিয়ে এজনী তিৰোতা আনি হাজিৰ কৰিলে। তেওঁ সেই তিৰোতাজনীক বিয়া কৰালে। বিয়াৰ এবছৰ মান পিছত সেই তিৰোতাজনীৰ গৰ্ভত এটি ল'ৰা সন্তান জন্মিল। এই ল'ৰাটি কেইদিন-মান পিছত মৰি গ'ল। তেতিয়া তেওঁ চাকৰটোক মাতি আনি ক'লে, "তুমি গৈ মোৰ পত্নীক কোৱা যে ইচ্ছা হ'লে থাকিব পাৰে নহ'লে তালাক লৈ (বিয়াৰ বন্ধন ছিন্ন কৰি) গুচি যাব পাৰে।"

চাকৰটোৱে আচৰিত হৈ ইয়াৰ কাৰণ সুধিলত তেওঁ ক'লে, "সেইদিনাখন মই সপোনত কিয়ামত (পুনৰুত্থান) দেখিছিলোঁ।

তাত দেখিছিলোঁ যে বহুত লোক নিঃসহায় আৰু নিৰুপায় অৱস্থাত বিপদগ্ৰস্ত হৈছে। তেতিয়া এটি শিশু সন্তান আহি পিতাকৰ হাতত ধৰি দ্ৰুত গতিৰে পুল চেৰাত পাৰ কৰি লৈ গ'ল। সেইটো দেখি মোৰ ইচ্ছা হৈছিল যে মোৰো যেন এটি সন্তান হয়। এতিয়া মোৰ সেই ইচ্ছা পূৰ্ণ হ'ল।"

তেওঁৰ আহমদ্‌কাহ আৰু আহমদ্ মাহ নামেৰে দুজন শিষ্য আছিল। তেওঁ আহমদ্‌কাহক অতিশয় ভাল পাইছিল। তাৰ বাবে তেওঁৰ লগৰীয়াসকল তেওঁৰ ওপৰত অলপ অসন্তুষ্ট হৈছিল। কাৰণ আহমদ্‌কাহতকৈ আহমদ মাহ বেছি বুদ্ধিমান আৰু অভিজ্ঞ সাধক আছিল। তেওঁ বন্ধুসকলৰ এনেকুৱা মনোভাৱ বুজিব পাৰি এদিনাখন তেওঁলোক দুয়োজনকে তেওঁৰ বন্ধুসকলৰ সন্মুখত হাজিৰ কৰি ক'লে, "চোৱা, এওঁলোক দুজনৰ পাৰ্থক্য মই আজি তোমালোককে দেখুৱাম।"

তাৰ পিছত তেওঁ পোন প্ৰথমে আহমদমাহক মাতি আনি ক'লে, "খান্‌কাহৰ দুৱাৰৰ ওচৰত যিটো উট থিয় হৈ আছে তাক তুমি দাঙি নি ঘৰৰ চালৰ ওপৰত তোলা।" আহমদ্‌মাহে ক'লে, "হুজুৰ! উটটোক মই কেনেকৈ দাঙি নি ঘৰৰ চালৰ ওপৰত তুলিম?" তাৰ পিছৰ হজৰত আব্দুল্লাহ খফীফে আহমদ্‌কাহক মাতি আনি ক'লে, "খানকাহৰ দুৱাৰৰ ওচৰত যিটো উট থিয় হৈ আছে তাক তুমি দাঙি নি ঘৰৰ চালৰ ওপৰত তোলা।" আহমদ্‌কাহে হুকুম শুনাৰ লগে লগে কঁকালত গামোচা এখন বান্ধি সাজু হৈ ওলাল আৰু উটটোৰ পেটত হাত এখন দি দাঙিবলৈ চেষ্টা কৰিলে; কিন্তু তেওঁ দাঙিব নোৱাৰিলে। হজৰত আব্দুল্লাহ খফীফে তেতিয়া তেওঁৰ বন্ধুসকলক ক'লে, "চোৱা এওঁলোক দুজনৰ ভিতৰত এই হ'ল পাৰ্থক্য। আহমদ্‌কাহে নিজৰ কৰ্তব্যত ত্ৰুটি কৰা নাই। তেওঁ হুকুম পোৱা মাত্ৰেই কামটো কৰিব পাৰক বা নোৱাৰক সেই পিনে লক্ষ্য নকৰি মোৰ হুকুম পালন কৰিবলৈ প্ৰাণপণে চেষ্টা কৰিছে। কিন্তু আহমদ্‌মাহে মোৰ হুকুমত আপত্তি আৰু যুক্তি দেখুৱালে। তেওঁ মোৰ হুকুম পালন কৰিবলৈ অলপো চেষ্টা নকৰিলে। এতিয়া বাহিৰৰ আচৰণৰ দ্বাৰাই প্ৰত্যেকৰে অন্তৰৰ ভাব তোমালোকে বুজি লোৱা।"

এদিনাখন এজন মানুহে মূৰত ক'লা পাগুৰি আৰু গাত ক'লা পোচাক পিন্ধি আহি হজৰত আব্দুল্লাহ খফীফৰ ঘৰত হাজিৰ হ'ল।

তেওঁ মানুহজনৰ ক'লা পোছাক দেখি বিৰক্ত হৈ সুধিলে, "ভাই। তুমি ক'লা পোছাক কি কাৰণে পিন্ধিছা?" মানুহজনে ক'লে, "মোৰ শাসন-কৰ্তাৰ অৰ্থাৎ বিপুৰ মৃত্যু হৈছে।" এই কথা শুনি তেওঁ চাকৰটোক ক'লে, এই মানুহজনক উলিয়াই দিয়া।" যেনে হুকুম তেনে কাম। চাকৰটোৱে মানুহজনক উলিয়াই দিলে। তেওঁ আকৌ ক'লে, "মানুহ-জনক ঘুৰাই আনা।" চাকৰটোৱে মানুহজনক ঘুৰাই আনিলে। এইদৰে তেওঁ সেই মানুহজনক সত্তৰবাৰ ঘৰৰপৰা উলিয়াই দিলে আৰু সত্তৰবাৰ ঘৰলৈ মতাই আনিলে। তথাপি সেই মানুহজনৰ ভাবৰ কোনো পৰিবৰ্তন নহ'ল। তেওঁ আগৰদৰেই হাঁহি মুখে স্থিৰ হৈ থাকিল। তেতিয়া তেওঁ আনন্দেৰে আগ বাঢ়ি গৈ সেই মানুহজনৰ মুৰত এটি চুমা খালে আৰু তেওঁৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলে আৰু ক'লে, "ক'লা পোছাক পিন্ধিবলৈ তুমিহে উপযুক্ত লোক। কাৰণ, সত্তৰবাৰ অপমান কৰাৰ পিছতো তোমাৰ মনৰ কোনো পৰিবৰ্তন নহ'ল।"

এবাৰ দুজন চুফী লোক সুদূৰ বিদেশৰ পৰা তেওঁৰ লগত দেখা কৰিবলৈ আহিল। তেওঁলোকে তেওঁক খানকাহত লগ নাপালে। তেওঁলোকে খবৰ লৈ জানিব পাৰিলে যে তেওঁ বাদচাহ আজদুদ্দৌলাৰ ওচৰলৈ গৈছে। তেতিয়া তেওঁৰ বিষয়ে তেওঁলোকৰ মনত কিছু কু-ধাৰণা জন্মিল যে বাদচাহৰ দৰবাৰত দৰবেশৰ কি প্ৰয়োজন থাকিব পাৰে। অলপ পিছত তেওঁলোক বজাৰলৈ গ'ল আৰু এখন ফটা জেপ চিলাই কৰিবলৈ এজন দৰ্জীৰ দোকানত সোমাল। ঘটনাক্ৰমে সেই সময়ত দৰ্জীজনৰ এখন কেঁচী হেৰাল। দৰ্জীজনে কেঁচী চোৰ বুলি তেওঁলোক দুয়োজনকে ধৰি নি বাদচাহ আজদুদ্দৌলাৰ দৰবাৰত হাজিৰ কৰিলে। বাদচাহে তেওঁলোক দুয়োজনৰে হাত কাটিবলৈ হুকুম দিলে। সেই সময়ত হজৰত আব্দুল্লাহ খফীফ তাত উপস্থিত আছিল। তেওঁ বাদচাহক ক'লে, "হুজুৰ। এই বেচাৰা চুফী দুজনক এৰি দিয়ক। এওঁলোক নিৰপৰাধ।"

তেওঁৰ কথা মতে দুয়োজন চুফীকে এৰি দিয়া হ'ল। তেতিয়া তেওঁ চুফীজনলৈ চাই ক'লে, "তোমালোকে যিটো ভাবিছিলা সেইটো সত্য। কিন্তু এনেকোৱা ঘটনাৰ কাৰণেহে বাদচাহৰ ওচৰলৈ আহিব লগাত পৰো।" তাৰ পিছত সেই চুফী দুয়োজন তেওঁৰ ওচৰত মুৰীদ হ'ল (দীক্ষা) ললে।

মৃত্যুৰ সময়ত তেওঁ চাকৰটোক ক'লে, "মই বৰ পাপী। ইমান দিন মই মালিকৰ পৰা পলাই আছিলোঁ। মোৰ মৃত্যু হ'লে তোমালোকে মোৰ ডিঙিত এডাল ৰছী লগাবা আৰু মোৰ হাত আৰু ভৰিত বেৰী লগাই পশ্চিমৰ পিনে মুখ কৰি মোক কবৰত থবা। হয়তো এই দৃশ্য দেখি আল্লাই মোক নিজ দয়াৰে ক্ষমা কৰিব।"

যেতিয়া তেওঁৰ মৃত্যু হ'ল তেতিয়া তেওঁৰ চাকৰটোৱে তেওঁৰ হুকুম কামত পৰিণত কৰিবলৈ আগবাঢ়িল। তৎক্ষণাত অদৃশ্যৰপৰা এই বুলি এটা শব্দ ভাহি আহিল, "হেৰা অবোধ! এইটো নকৰিবা। তুমি জানো মোৰ ভক্তক অপমান কৰিবলৈ ওলাইছা?" চাকৰটোৱে এইটো শুনি বিৰত হ'ল।"

## ৬১। হজৰত আবু মোহাম্মদ জৰীৰী (ৰঃ)।

হজৰত আবু মোহাম্মদ জৰীৰী (ৰঃ) বাগদাদৰ অধিবাসী আছিল। তেওঁ এবছৰ কাল মক্কাত বাস কৰিছিল। ইয়াৰ ভিতৰত তেওঁ কেতিয়াও শুৱা নাছিল, কাৰো লগত কথা কোৱা নাছিল কোনো পিনে বোৱা নাছিল আৰু কাবা ঘৰৰ পিনে পিঠি দিয়া নাছিল।

তেওঁ এজন মহা তত্ত্বজ্ঞ দৰবেশ, অক্লান্ত সাধক আৰু মা'ৰেফাতৰ (খোদা তত্ত্বজ্ঞানৰ) সূক্ষ্মদৰ্শী লোক আছিল। তেওঁ সেই সময়ৰ তৰীকত পন্থী দৰবেশসকলৰ ভিতৰত শ্ৰেষ্ঠ আছিল। তেওঁক সকলোৱে ভাল পাইছিল আৰু তেওঁৰ পথ সকলোৱে গ্ৰহণ কৰিছিল। তেওঁ নানা বিদ্যাত সুপণ্ডিত আছিল আৰু ফেকাহ শাস্ত্ৰৰ মুফতী আৰু ইমাম আছিল। হজৰত জুনায়েদ বাগদাদীয়ে তেওঁৰ নিজৰ শিষ্য-সকলক কৈছিল, "মোৰ পিছত আবু মোহাম্মদ জৰীৰী মোৰ ঠাইত বহিব।" তেওঁ হজৰত আব্দুল্লাহ তছতৰীৰ লগত বহুত দিন থাকি মা'ৰেফাতৰ (খোদাতত্ত্বৰ) জ্ঞান লাভ কৰিছিল।

এদিনাখন হজৰত আবু বকৰ কেত্তানীয়ে তেওঁক সুধিলে, "তুমি এনেকুৱা কঠোৰ সাধনা কিদৰে কৰিব পাৰিলা?" তেওঁ উত্তৰ দি ক'লে, "মোৰ অন্তৰৰ ইচ্ছাই মোৰ শৰীৰত বল দিছে। গতিকে মই কষ্ট স্বীকাৰত ক্ষমতা পাইছোঁ।" হজৰত জুনায়েদ বাগদাদীৰ মৃত্যুৰ

পিছত তেওঁৰ শিষ্যসকলে তেওঁক তেওঁৰ ঠাইত বহুৱায়। তেওঁ জাৰ আৰু গৰমত মাত্ৰ একেটা পোছাক পিন্ধিছিল। দ্বিতীয় পোছাক তেওঁ পিন্ধা নাছিল।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ—

১। ইছলামৰ প্ৰথম যুগত প্ৰকৃত ধৰ্মৰ কাৰণেহে কৰ্ম হৈছিল, দ্বিতীয় যুগত কথা অনুযায়ীহে কৰ্ম হৈছিল, তৃতীয় যুগত ভদ্ৰতা ৰক্ষাৰ্থে কৰ্ম হৈছিল, চতুৰ্থ যুগত লজ্জা নিবাৰণৰ বাবে কৰ্ম হৈছিল। এতিয়া সেই সকলোবোৰ উঠি গৈছে। বৰ্ত্তমান মানুহে ভয়তহে কৰ্ম কৰে।

২। যিয়ে ৰিপুৰ কথা শুনে আৰু ৰিপুৰ কথা মতে চলে তেওঁ ৰিপুৰ জেলখানাত বন্দী হৈ পৰে। তেতিয়া তেওঁৰ কাৰণে আল্লাই সকলোবোৰ সুফল হাৰাম ( নিষিদ্ধ ) কৰি দিয়ে। তেওঁ ধৰ্মৰ কামত সুখ নাপায় আৰু তেওঁৰ দোৱাও কবুল ( প্ৰাৰ্থনাও মঞ্জুৰ ) নহয়।

৩। আল্লাৰ মহিমা বুজিব পৰাটোকে আল্লাৰ নৈকট্য লাভ কৰা বুজায়।

৪। উপায়হীন হ'লেই মানুহ নিৰ্ভৰশীল হয়।

৫। সাধাৰণ লোকে যুঁজিব লগা হয় ৰিপুৰ বিৰুদ্ধে, ধৰ্মপ্ৰাণ লোকে যুঁজিব লগা হয় কুধাৰণাৰ বিৰুদ্ধে, সংসাৰত্যাগী লোকে যুঁজিব লগা হয় কামনা বাসনাৰ বিৰুদ্ধে, তৌবাহকাৰী (অনুতপ্ত) লোকে যুঁজিব লগা হয় পদস্খলনৰ বিৰুদ্ধে আৰু আওলীয়া দৰবেশসকলে যুঁজিব লগা হয় আকাঙ্ক্ষাৰ বিৰুদ্ধে।

৬। তিনিটা বিষয়ত ঈমানৰ (বিশ্বাসৰ) পূৰ্ণতা নিহিত আছে ঃ— (১) নিজৰ যি আছে তাৰ দ্বাৰা কাম সমাধা কৰা (২) হাৰাম ( নিষিদ্ধ ) কামৰ পৰা বিৰত থকা (৩) খোৱা-লোৱাৰ প্ৰতি সতৰ্ক দৃষ্টি ৰখা।

৭। যিয়ে হাৰাম ( নিষিদ্ধ ) বিষয়বোৰৰ পৰা বিৰত থাকে তেওঁৰ অন্তৰ উজ্জল হয়। যিয়ে খাদ্য বিষয়ত সাৱধান হয় তেওঁ সহিষ্ণু হয় আৰু আল্লাৰ উপাসনাত সোৱাদ পায়।

৮। আল্লাই যিজন দৰবেশক নিজৰ নূৰেৰে ( জ্যোতিৰে ) জীৱিত কৰে তেওঁৰ আৰু কেতিয়াও মৃত্যু নহয়।

৯। খোদাতত্ত্বজ্ঞ লোকসকলে প্ৰথমৰ পৰাই খোদাৰ ফালে প্ৰত্যাবৰ্তন কৰে আৰু সাধাৰণ লোকসকলে পাৰ্থিৱ বস্তুৰপৰা নিৰাশ হোৱাৰ পিছতহে খোদাৰ ফালে প্ৰত্যাবৰ্তন কৰে।

## ৭০। হজৰত হুছায়েন মানছুৰ হাল্লাজ (ৰঃ)।

হজৰত হুছায়েন মানছুৰ হাল্লাজ (ৰঃ) বাগদাদত জন্ম গ্ৰহণ কৰিছিল। তেওঁ মা'ৰেফাতৰ (খোদাতত্ত্বৰ) গভীৰ জ্ঞান লাভ কৰিছিল। তেওঁৰ লিখা বহুত কিতাপ আছিল, যিবোৰৰ মাজেদি তেওঁৰ গভীৰ জ্ঞানৰ পৰিচয় পোৱা গৈছিল। তেওঁ বক্তৃতা দানত অদ্বিতীয় বাগ্মী আছিল। তেওঁৰ জীৱনত নানা অদ্ভুত আৰু আচৰিত ঘটনাবোৰ ঘটিছিল। তেওঁ যথেষ্ট উপাসনা আৰু কঠোৰ পৰিশ্ৰম কৰিছিল।

তেওঁৰ সকলোবোৰ বিষয় অতি গোপন আৰু ৰহস্যজনক আছিল। গতিকে তেওঁৰ মুখৰপৰা যেতিয়া 'আনাল হক' (অৰ্থাৎ মইয়ে খোদা) এই শব্দটি ওলাই আহিছিল সকলোৱে এইটো শুনি আচৰিত হৈছিল। অৱশ্যে ইয়াত আচৰিত হ'ব লগা কথা একো নাছিল। কাৰণ হজৰত মুছা (আঃ) এ যেতিয়া তুৰ পাহাৰত আল্লাৰ নূৰ (জ্যোতি) দৰ্শন কৰিছিল তেতিয়া গছৰ পৰাও এই শব্দটি শুনা গৈছিল। এইটো আছিল আল্লাৰ শব্দ, হজৰত মানছুৰ হাল্লাজৰ শব্দ নহয়।

তেওঁ জীৱনৰ আৰম্ভণিতে ১৮ বছৰ বয়সত তচ্তৰলৈ গৈছিল আৰু তাত হজৰত আব্দুল্লাহ তচ্তৰীৰ লগত দুবছৰ কটাইছিল। তাৰ পিছত তেওঁ বাচৰা নগৰলৈ গৈছিল। তাত তেওঁ কিছুদিন থাকি 'দওহাৰকা' নামেৰে নখন ঠাইলৈ গৈ হজৰত আ'মৰ ইবনে ওছমান মক্কীৰ ওচৰত মুৰীদ হৈছিল (দীক্ষা লৈছিল)। তাত তেওঁ তেৰ বছৰ আছিল। তাত থকা কালছোৱাত তেওঁ আবু ইয়াকুবৰ ছোৱালী এজনীক বিয়া কৰায়। পিছত তেওঁৰ গুৰু হজৰত আ'মৰ ইবনে ওছমান মক্কীৰ লগত মনৰ অমিল হোৱাত তেওঁ তাৰ পৰা বাগদাদ চহৰলৈ গৈ হজৰত জুনায়েদ বাগদাদীৰ ওচৰত হাজিৰ হয় আৰু কিছু দিন তেওঁৰ লগত নিৰ্জনে বাস কৰে।

তাৰ পিছত তেওঁ আকৌ মক্কালৈ উভতি আহিল আৰু তাত এবছৰ থাকি এদল চুফীৰ লগত তেওঁ আকৌ বাগদাদলৈ আহিল। তাত থকা কালছোৱাত হজৰত জুনায়েদ বাগদাদীৰ লগত তেওঁৰ মনৰ অমিল ঘটিল আৰু হজৰত জুনায়েদ বাগদাদীৰ অনুমতি নোলোৱাকৈ পত্নীক লগত লৈ আহি তেওঁ তচ্‌তৰ পালে। তাত তেওঁ এবছৰ কাল থকাত সকলো মানুহে তেওঁক সাদৰে গ্ৰহণ কৰিলে।

তাৰ পিছত তেওঁ পাচ বছৰ কাল আত্ম গোপন কৰি খোৰাচান, মাওৰা উন্নাহাৰ, নীমৰোজ, চীস্তান, কেৰ্‌মান আদি ঠাইত ভ্ৰমণ কৰিলে আৰু মা'ৰেফাতৰ বহুতো জ্ঞান লাভ কৰি অৱশেষত পাৰস্যলৈ উভতি আহিল। তাত তেওঁ বহুতো মূল্যবান কিতাপ লিখি আৰু সভা সমিতিবোৰত উপদেশ দান কৰি পাৰস্যবাসীৰ আদৰ স্নেহ পাইছিল। তেওঁ সেইবোৰৰ মাজেদি গোপন তত্ত্ব কথাবোৰ প্ৰচাৰ কৰিছিল। সেই কাৰণে পাৰস্যৰ লোকসকলে তেওঁক "হাল্লাজুল আছৰাৰ" (গুপ্ত ৰহস্যৰ ধনুকৰ) বুলি মাতিছিল।

হাল্লাজ অৰ্থে ধনুকৰক বুজায়। প্ৰবাদ আছে যে এবাৰ তেওঁ কপাহৰ স্তূপ এটাৰ ওপৰেদি গৈ আছিল। যোৱাৰ সময়ত কপাহৰ স্তূপটোক ইংগিত দিয়াৰ লগে লগে আটাইবোৰ গুটি পৃথক হৈ গ'ল আৰু কপাহবোৰ ভালদৰে ধুনিত হ'ল। উপস্থিত লোকসকলে এইটো দেখি আচৰিত হ'ল। তেতিয়াৰে পৰা তেওঁৰ উপাধি হাল্লাজ (ধনুকৰ) হ'ল।

তেওঁ নানা দেশ ঘুৰি ইছলাম প্ৰচাৰ কৰিছিল আৰু লোকসকলক আল্লাৰ পিনে আহ্বান কৰিছিল। তাৰ পিছত তেওঁ বহুতো কিতাপ লিখি জন সাধাৰণৰ মাজত বিতৰণ কৰিছিল।

নানা দেশৰ মানুহে তেওঁক নানা ৰকম উপাধি দি চিঠি লিখিছিল। ভাৰতৰ চিঠিবোৰত 'আবুল মুগীছ' চীনৰ চিঠিবোৰত 'আবুল মুঈন,' খোৰাচানৰ চিঠিবোৰত 'আবুল মুনীৰ,' পাৰস্যৰ চিঠিবোৰত 'আবু আব্দুল্লাহ জাহেদ,' তুৰ্কিস্তানৰ চিঠিবোৰত 'হাল্লাজুল আছৰাৰ' আৰু বাগদাদ আৰু বাচৰাৰ চিঠিবোৰত 'মুখবেৰ' উপাধিৰে তেওঁক অভিহিত কৰা দেখা গৈছিল।

তেওঁ দিনে ৰাতি চাৰিশ ৰাকাতকৈ সদায় নামাজ পঢ়িছিল আৰু এইটো তেওঁৰ ওপৰত ফৰজ (কৰ্তব্য) বুলি ধৰি লৈছিল। তেতিয়া

মানুহে তেওঁক সুধিছিল, "আপুনি ইমান উচ্চ স্তৰত থাকিও কিয় ইমান কষ্ট ভোগি আছে ।" তেওঁ কৈছিল, "সুখদুখে আল্লাৰ প্ৰেমিকৰ অন্তৰত ক্ৰিয়া কৰিব নোৱাৰে। কাৰণ, তেওঁলোকে আল্লাৰ প্ৰেমত মৰ্যাদা নিচিনা হৈ থাকে ।"

যেতিয়া তেওঁ আল্লাৰ এবাদতত (উপাসনাত) নিমগ্ন আছিল তেওঁ একেটা পোছাককে পিন্ধি আছিল। সেই পোছাকটি তেওঁ বিশ বছৰলৈ খোলা নাছিল। বিশ বছৰৰ পিছত সেই পোছাকটি খোলাত দেখা গ'ল যে তাত বহুতো উকুহ জন্মিছে। একোটা উকুহৰ ওজন তিতি ৰাতি পৰিমাণ আছিল।

এবাৰ তেওঁ চাৰিশজন চুফী লগত লৈ এখন হাবিৰ মাজেদি গৈ আছিল। ৰাস্তাত তেওঁলোকে চাৰি দিন একো খোৱা নাছিল। চুফী-সকলৰ ভোক লগাত তেওঁলোকে তেওঁৰ ওচৰত কিবা খাবলৈ বিচাৰিলে। তেওঁ চুফীসকলক বহিবলৈ কোৱাত সকলোৱে তেওঁৰ সন্মুখত শাৰী পাতি বহিল। তেওঁ হাতখনি পিছৰপৰা আনি আনি প্ৰত্যেককে এটাকৈ ভজা মূৰ আৰু দুখনকৈ গৰম কটী খাবলৈ দিলে। তেওঁলোকে তৃপ্তিত পলুৱাই সেইবোৰ খালে।

তাৰ পিছত তেওঁলোকে খেজুৰ খাবলৈ বিচাৰিলে। তেতিয়া তেওঁ দৃঢ় ভাবে থিয় হ'ল আৰু তেওঁক জোকাৰি দিবলৈ ক'লে। চুফীসকলে তেওঁক জোকাৰি দিলে। খেজুৰ গছৰপৰা যিদৰে খেজুৰ সৰে তেওঁৰ শৰীৰৰ পৰাও সেইদৰে সৰু সৰুকৈ খেজুৰ পৰিল। তেওঁলোকে সেইবোৰ পেট ভৰাই খালে।

এবাৰ তেওঁ চাৰি হাজাৰ শিষ্য লগত লৈ মক্কালৈ গ'ল। তাত তেওঁ কা'বা শৰীফৰ সন্মুখত এবছৰলৈ ৰ'দত খালি মূৰে থিয় হৈ থাকিল। প্ৰখৰ ৰ'দৰ তাপত তেওঁৰ গাৰ ছাল ফাটি গ'ল, তথাপি তেওঁ লৰ চৰ নকৰি অটল ভাবে নিজৰ ঠাইত থাকিল। মানুহবিলাকে নিতৌ এখনকৈ কটী আৰু এবাটি পানী তেওঁক দিছিল। তাকে খাই তেওঁ এটি বছৰ কটাই দিছিল।

যেতিয়া তেওঁৰ মুখৰপৰা 'আনাল হক' (অৰ্থাৎ মইয়েই সত্য) কথাষাৰ ওলাই আহিছিল দেশৰ ধৰ্মবিদ লোকসকল অতিষ্ঠ হৈ উঠিল। কাজীসকলে ফতোৱা (ৰায়) দিলে যে তেওঁক শূলত দি মাৰিব লাগে। গতিকে তেওঁক সেই উদ্দেশ্যে বন্দী কৰা হ'ল। বন্দী অৱস্থাত প্ৰথম

ৰাতি তেওঁ জেলখানাৰ পৰা অদৃশ্য হৈ গ'ল। দ্বিতীয় ৰাতি দেখা গ'ল যে তেওঁতো নাইয়েই জেলখানাটোৰো তাত নাই। তাৰ পিছৰ ৰাতি মানুহবিলাকে দেখিলে যে তেওঁ আৰু জেলখানাটো আগৰ ঠাইতে হাজিৰ আছে। এইটো দেখি সকলোৱে আচৰিত হৈ তেওঁক ইয়াৰ কাৰণ সুধিলে। তেওঁ কলে, "হয়, তোমালোকে ঠিকেই দেখা। ১ম আৰু ২য় ৰাতি মই আল্লাৰ ওচৰত আছিলোঁ। সেই কাৰণে জেলখানাটোৰো ২য় ৰাতি অদৃশ্য হৈ আছিল। বৰ্তমান শৰীয়তৰ (ইছলামিক সংবিধানৰ) বিধান ৰক্ষাৰ্থে আল্লাই মোক আৰু জেল-খানাখনক ইয়ালৈ পঠাইছে" জেলখানাত নিতৌ এহাজাৰ ৰাকাতকৈ নামাজ পঢ়িছিল।

সেই সময়ত জেলখানাত ৩০০ জন কয়েদী আছিল। এদিনাখন ৰাতি তেওঁ আঙুলি এটাৰে ইংগিত দিয়াত কয়েদীসকলৰ শিকলি বান্ধ-বোৰ চিঙি গ'ল আৰু জেলখানাৰ বেৰত কিছুমান খিড়িকী হৈ গ'ল। লগে লগে জেলখানাৰ আটাইবিলাক কয়েদী মুক্ত হ'ল। কিন্তু তেওঁ তাতে থাকিল। পিছ দিনাখন ৰাতিপুৱা প্ৰহৰীয়ে আহি দেখিলে যে জেলখানাত এটাও কয়েদী নাই। প্ৰহৰীয়ে যেতিয়া তেওঁক সুধিলে যে কয়েদী সকল কলৈ গ'ল তেওঁ কলে যে তেওঁ সকলোকে মুক্তি দিছে।

খলিফাই এইটো খবৰ পাই তেওঁক শূলত দিবলৈ হুকুম দিলে। তেওঁ হাঁহি হাঁহি শূলৰ পিনে আগ বাঢ়ি গ'ল আৰু শূলৰ কাঠখনত ভৰি দি ক'লে, "বীৰ পুৰুষৰ মেৰাজ (স্বৰ্গাৰোহণ) হৈছে শূল দণ্ড।" তাৰ পিছত তেওঁ কা'বাৰ পিনে মুখ কৰি হাত উঠাই ক'লে, "হে খোদা। মই যিটোকে বিচাৰিছিলোঁ সেইটোকে পালোঁ।"

তাৰ পিছত দৰ্শক সকলে তেওঁৰ ওপৰত পাথৰ মাৰিবলৈ আৰম্ভ কৰিলে। হজৰত আবুবাকাৰ ছিব্লীয়েও তেওঁলোকক দেখি এটি মাটিৰ টুকুৰা লৈ তেওঁৰ গালৈ মাৰি পঠালে। তেতিয়া তেওঁ আঃ' বুলি এটি হৃদয় বিদাৰক চিয়ঁৰ মাৰিলে। দৰ্শকসকলে এইটো দেখি তেওঁক সুধিলে, "ইমানবিলাক মানুহে আপোনাৰ ওপৰত পাথৰ মাৰিছে অথচ আপুনি কোনো দুখ প্ৰকাশ কৰা নাই। এটি সামান্য মাটিৰ টুকুৰা আপোনাৰ গালৈ মৰাত আপুনি কিয় এনেকৈ চিয়ঁৰি উঠিল?" তেওঁ ক'লে, "সিহঁত অজ্ঞান কাৰণে পাথৰ মাৰিছে। সেইকে তাত মোৰ কোনো দুখ নাই। হজৰত ছিব্লীয় মোৰ বিষয়ে সকলোখিনি জানে, তথাপি তেওঁ মোৰ গালৈ সেই 'মাটিৰ

টুকুৰাটো মাৰি পঠাইছে তাৰ বাবে মই বৰ আঘাট পাইছোঁ।"

চাওতে চাওতে তেওঁৰ জীৱন শেষ হ'ল। তেওঁৰ গাৰপৰা ৰিবোৰ তেজৰ টোপাল মাটিত পৰিল প্ৰত্যেকটো টোপে 'আনাল হ'ক' অৰ আকৃতি ধাৰণ কৰিলে আৰু প্ৰত্যেকটি অঙ্গ প্ৰত্যেঙ্গই 'আনাল হক, 'আনাল হক' শব্দ কৰিবলৈ ধৰিলে। তেওঁৰ মৃত্যুৰ দ্বিতীয় দিনাও একে অৱস্থা দেখি মানুহবিলাকৰ অন্তৰত ভয়ৰ সঞ্চাৰ হ'ল। তেওঁ-লোকে কবলৈ ধৰিলে, "আগেয়ে এখন মুখে 'আনাল হক' বুলি কৈছিল। এতিয়া দেখোন শখন মুখে আনাল হক, আনাল হক' উচ্চাৰণ কৰিছে।

এইটো বিপদ দেখি তেওঁলোকে তেওঁৰ শৰীৰটো জুইত পুৰি পেলালে। তেতিয়া ছাইবোৰে 'আনাল হক, আনাল হক' বুলি গোটেই চহৰখন মুখৰিত কৰি তুলিলে। তাৰ পিছত খলিফাৰ নিৰ্দেশ অনুযায়ী ছাইবোৰ দিজলা নদীত পেলাই দিয়া হ'ল। পানীত প্ৰবল ঢৌ উঠিল আৰু ঢৌবোৰৰ মাজৰ পৰা 'আনাল হক, আনাল হক' শব্দ উচ্চাৰিত হবলৈ ধৰিলে।

তেওঁক শূলত দিয়াৰ আগেয়ে তেওঁ নিজৰ চাকৰ এটাক কৈছিল, "মোৰ দেহটো পুৰি ছাইবোৰ যেতিয়া নদীত পেলাই দিয়া হব তেতিয়া নদীত ঢৌ উঠি বাগদাদ চহৰখনিত প্ৰলয় সৃষ্টি হ'ব। নগৰ ৰক্ষাৰ বাবে কোনো উপায় নেদেখিলে মোৰ চোলাটো নি দিজলা নদীক দেখুৱা। তেতিয়া নদী শান্ত হ'ব।" চাকৰটোৱে নদীৰ ভয়াবহ অৱস্থা দেখি তাকেই কৰিলে। চোলাটো দেখাৰ লগে লগে নদীয়ে শান্ত ৰূপ ধাৰণ কৰিলে আৰু পেলাই দিয়া ছাইবোৰ আহি নদীৰ পাৰত জমা হ'ল। তাৰ পিছত সেই ছাইবোৰ আনি কবৰ দিয়া হ'ল।

তেওঁৰ দুটি সদুপদেশ তলত দিয়া হ'ল ঃ—

১। তোমালোকে নিজকে সদায় সৎ কামত ব্যস্ত ৰাখিবা। অন্য-থায় বিপুই তোমালোকক কু-কামত লিপ্ত কৰিব।

২। পৃথিৱীৰ সকলোৱে তাৰ কামৰ চেষ্টাত লাগি আছে। গতিকে তোমালোকে এনেকুৱা কামৰ চেষ্টা কৰিবা, যাৰ এটি বাক্তি গোটেই পৃথিৱীৰ মানুহ আৰু জিনৰ কামতকৈ শ্ৰেষ্ঠ হ'ব।

## ৭১। হজৰত আবুবকৰ ওৱাছেতী (ৰঃ)।

হজৰত অবু বকৰ ওৱাছেতী (ৰঃ) ফৰ্গানা ৰাজ্যৰ অধিবাসী আছিল। পিছত তেওঁ ওৱাছেত নামেৰে এখন ঠাইত স্থায়ী ভাবে বসতি কৰিছিল। সেই কাৰণে মানুহে তেওঁক ওৱাছেতী বুলি মাতিছিল। তেওঁ হজৰত জুনায়েদ বাগদাদীৰ সংগীয়া আছিল আৰু মা'ৰেফাতত (খোদাতত্ত্ব জ্ঞানত) উচ্চস্থান লাভ কৰিছিল। তেওঁ এজন উচ্চ মৰ্য্যাদাসম্পন্ন আওলীয়া আছিল আৰু সকলোৱে তেওঁৰ প্ৰশংসা কৰিছিল।

তেওঁ অতি সূক্ষ্ম আৰু গূঢ় তত্ত্বৰ কথাবোৰ কৈছিল। গতিকে সকলোৱে তেওঁৰ কথা বুজিব পৰা নাছিল। তেওঁ বহুতো জাহেৰী (বাহ্যিক) জ্ঞানতো জ্ঞানী আছিল। আল্লাৰ উপাসনাত তেওঁ খিবোৰ দুখ কষ্ট সহ্য কৰিছিল আৰু আল্লাৰ প্ৰতি প্ৰেম আৰু একত্ববাদৰ বিষয়ে তেওঁ যেনেকুৱা সুন্দৰ বৰ্ণনা কৰিছিল আন কোনেও তেনেকুৱা কৰিব পৰা নাছিল। তেওঁৰ সূক্ষ্ম আৰু গূঢ়তত্ত্বৰ কথাবোৰ আনে নুবুজাৰ কাৰণে তেওঁ যি ঠাইলৈকে গৈছিল সেই ঠাইতে ভীষণ গোল-মাল সৃষ্টি হৈছিল। গতিকে তেওঁ সেইবোৰ ঠাইৰপৰা ওলাই যাবলৈ বাধ্য হৈছিল।

অৱশেষত তেওঁ মাৰ্ভ নামেৰে এখন ঠাইত উপস্থিত হ'ল। তাৰ অধিবাসীসকলে তেওঁৰ কথা কিছু বুজিবলৈ সক্ষম হৈছিল। গতিকে তেওঁ জীৱনৰ শেষ মুহূৰ্ত্তলৈ তাতে কটাইছিল।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল :—

১। সত্যৰ পথত মানুহ নাই; মানুহে সজা পথতো সত্য নাই।

২। যিয়ে নিজৰ পিনে মুখ দিয়ে তেওঁ ধৰ্মৰ পিনে পিঠি দিয়ে।

৩। তৌহিদৰ (একত্ববাদৰ) সত্য হৈছে গভীৰ সাগৰ। গতিকে ইয়াৰ লক্ষ্য হৈছে নবুৱাতৰ (মহাপুৰুষত্বৰ) নদীৰ পিনে।

৪। তৌহিদ (আল্লাৰ একত্ববাদ) চিৰ্কৰ (অংশীদাৰৰ) পৰা সম্পূৰ্ণ মুক্ত। তৌহিদত বিশ্বাস স্থাপন কৰাটো শ্ৰেষ্ঠতম কাম, চিৰ্ক আল্লাৰ ওচৰত অতি অপছন্দনীয় কাম।

৫। মানুহ সৃষ্টিৰ সমুদ্ৰত ডুবি থাকে। নবীসকলৰ (প্ৰেৰিত মহাপুৰুষসকলৰ) হাত ধৰিলে মানুহে সেই সমুদ্ৰৰ পৰা উদ্ধাৰ পায়

আৰু লাগে আছে তেওঁলোক তৌহিদৰ ( আল্লাৰ একত্ববাদৰ ) সমুদ্ৰত এনেকুৱা ভাবে ডুবি যায় যে কোনেও তেওঁলোকৰ সন্ধান নাপায়।

৬। তৌহিদৰ বাস্তৱ ৰূপ হৈছে এটি সূৰ্য্য, ইয়াৰ উজ্জ্বল পোহৰত বাহিৰ পোহৰ দেখা নাযায়। সেইদৰে শৰীয়তৰ ( ইছলামিক সংবিধানৰ ) বিধি ব্যৱস্থা হয়তো কেতিয়াবা পৰিবৰ্তন হয়, কিন্তু তৌহিদৰ সত্তা কেতিয়াও পৰিবৰ্তন নহয়।

৭। জাহেৰী ( বাহ্যিক ) জিক্রা পৰিবৰ্তন হয়, কিন্তু বাতেনী জিভাবে জিকিৰ ( আল্লাক স্মৰণ ) কৰোতে তেওঁৰ অন্তৰত তৌহিদৰ বাহিৰে আন একো নাথাকে। তেতিয়া তেওঁৰ জাহেৰী জিক্রা অচল আৰু বোবা হৈ যায়। তেতিয়া তেওঁ যিবোৰ কথা কয় সেইবোৰ আল্লাৰ পক্ষৰ পৰা কয়।

৮। যিয়ে নিজক দেখিছে তেওঁ আল্লাক দেখা নাই আৰু যিয়ে আল্লাক দেখিছে তেওঁ নিজকে দেখা নাই। শক্তিকে যিয়ে নিজকে পাহৰি গৈ আল্লাৰ কাৰণে নিজৰ জীৱন বিলীন কৰি দিছে তেওঁহে সন্মানৰ উচ্চ পদ লাভ কৰিছে।

৯। মানুহৰ শৰীৰটো এটি আল্লাৰ ঘৰ আৰু অন্তৰ খনি হৈছে এটি উজ্জ্বল বন্তি। যাৰ অন্তৰ নাই তেওঁ সদায় আন্ধাৰতে থাকে।

১০। যিয়ে নিজকে আৰু জগতৰ সকলো বস্তুকে আল্লাৰ অধিকাৰ ভুক্ত বুলি ভাবে তেওঁ আল্লাৰ দয়াৰ দ্বাৰা পৃথিৱীৰ সকলো বস্তুৰপৰা অভাৱ শূণ্য হয়।

১১। তুমি নিজৰ অস্তিত্ব পাহৰি যাবা। কাৰণ, তুমি আল্লাৰ লগত থকা বুলি ভাবিলে তোমাৰ অস্তিত্ব স্বীকাৰ কৰা হ'ব আৰু সেইটোৱে তোমাৰ ধ্বংস আনিব।

১২। আকাশৰ পৰা পাতাললৈ প্ৰত্যেকটি অনু পৰমাণু যাৰ পক্ষে তৌহিদৰ আয়নাৰ নিচিনা নহ'ব তেওঁৰ তৌহিদ শুদ্ধ নহ'ব।

১৩। সদায় আল্লাৰ সন্তুষ্টিৰ কাৰণে কাম কৰিবা। যদি তুমি নিজৰ সন্তুষ্টিৰ কাৰণে কাম কৰা আল্লাৰ সাক্ষাৎ লাভৰ পৰা তুমি বঞ্চিত হ'বা।

১৪। তোমালোকে কৰম বিশুদ্ধ দাসত্ব কৰিছা। এতিয়ালৈ পুষ্টিত সেই বিগুটো কাফেৰ ( নাস্তিক )। যেতিয়ালৈকে তোমালোকে সেই কাফেৰৰ কৰ্মৰ পৰা মুক্ত নোহোৱা তেতিয়ালৈ তোমালোকৰ [illegible] ঈমান ( বিশ্বাস ) পূৰ্ণ নহ'ব।

১৫। যদি কোনোবাই দাবি কৰে যে তেওঁ নবীসকলতকৈও উচ্চ পদত আৰোহন কৰিছে তেন্তে তেওঁ কাফেৰ ( নাস্তিক )। কাৰণ, আওলীয়া সকলৰ উন্নতিৰ শিৰ ঠাইত চৰম অৱস্থা, সেই ঠাইৰ পৰাহে নবীসকলৰ উন্নতি আৰম্ভ।

১৬। আল্লাৰ ওপৰত সুধাৰণা ৰাখি বিশ্বাসৰ হাতেৰে মা'ৰেফাতৰ দস্তৰখানাৰ ( তত্বজ্ঞানৰ ) পৰা তেওঁৰ জিকিৰৰ ( স্মৰণৰ ) মিঠা লোকমা ( গৰাহ ) খোৱা হয় তাতকৈ মিঠা খাদ্য জগতত নাই।

১৭। জগতত প্ৰাণীৰ অপকাৰ কৰিলে তোমাৰ অমঙ্গল হব আৰু উপকাৰ কৰিলে তোমাৰ মঙ্গল হব। কাৰণ, আল্লাহ সৰ্ব্বদৰ্শী

১৮। পৃথিবী আৰু ইয়াত যিবোৰ বস্তু আছে সকলোবোৰ অদৃশ্য হলেও যাৰ মনত কিঞ্চিৎমানো অস্থিৰতা নজন্মে তেওঁহে প্ৰকৃত তৌহিদবাদী ( আল্লাৰ একত্বত বিশ্বাসী )।

১৯ পৰাধীন জীৱনতকৈ স্বাধীন জীৱন অনেক গুণে শ্ৰেয়।

২০। আল্লাৰ ইচ্ছাৰ প্ৰতি দৃষ্টি ৰাখিবা আৰু নিজৰ সময়ৰ প্ৰতি সদায় সাৱধান হবা।

## ৭২। হজৰত আবু আ'মৰ নাহীল (ৰঃ)।

হজৰত আবু আ'মৰ নাহীল ( ৰঃ ) খোৰাচানৰ অন্তৰ্গত নিছাপুৰৰ অধিবাসী আছিল। তেওঁ অতিশয় উদ্যোগী, কৰ্মী, দৃঢ় প্ৰতিজ্ঞ, মহাজ্ঞানী আৰু শ্ৰেষ্ঠ আওলীয়া আছিল। তেওঁ আল্লাৰ একত্ববাদত অতি মজবুত আৰু মা'ৰেফাতত ( খোদাতত্বজ্ঞানত ) অতি সুক্ষদৰ্শী আছিল। তেওঁ আল্লাৰ উপাসনাত আৰু অলৌকিক শক্তিত শ্ৰেষ্ঠত্ব লাভ কৰিছিল। তেওঁ হজৰত জুনায়েদ বাগদাদীৰ দৰ্শন লাভ কৰিছিল আৰু হজৰত আবু ওছমান হীৰী ( ৰঃ )ৰ ওচৰত মুৰীদ হৈছিল ( দীক্ষা লৈছিল )।

এবাৰ তেওঁ প্ৰতিজ্ঞা কৰিলে যে চল্লিশ বছৰৰ ভিতৰত আল্লাৰ সন্তুষ্টিৰ বাহিৰে তেওঁৰ দৰবাৰত আন কোনো বস্তু নিবিচাৰিব। তেওঁৰ এজনী জীয়েক আছিল। এই জীয়েক জনীক তেওঁ আবদুৰ ৰহমান নামৰে এজন দৰবেশৰ লগত বিয়া দিছিল। এবাৰ এই

জীয়েক জনীৰ কলেৰা হ'ল। বহুত চিকিৎসা চলিল; কিন্তু বেমাৰ আৰোগ্য নহ'ল। পিৰিয়েকে ক'লে, "তোমাৰ চিকিৎসা তোমাৰ পিতাৰাৰ ওচৰতে আছে। তেওঁ যদি তোমাৰ কাৰণে আল্লাৰ ওচৰত দোৱা (প্ৰাৰ্থনা) কৰে তোমাৰ বেমাৰ আৰোগ্য হব।"

জোৱায়েকে কোৱা অনুযায়ী তেওঁৰ জীয়েক জনীয়ে এদিনাখন ৰাতি আহি তেওঁক অনুৰোধ কৰি ক'লে, "বাবা! যদি মোৰ প্ৰতি আপোনাৰ মৰম আছে তেন্তে আপুনি মোৰ আৰোগ্য লাভৰ কাৰণে আল্লাৰ ওচৰত দোৱা (প্ৰাৰ্থনা) কৰক।" তেওঁ কলে, "মই যি প্ৰতিজ্ঞা কৰিছোঁ তাক ভঙ্গ কৰাটো মোৰ উচিত নহব। মানুহ এদিন মৰে। তাৰ বাবে তুমি চিন্তা নকৰিবা। যদি মই প্ৰতিজ্ঞা ভঙ্গ কৰোঁ মোৰ পাপ হব আৰু তুমিও মোৰ কুসন্তান বুলি গণ্য হবা।" জীয়েকে যেতিয়া কলে যে তেওঁৰ বেমাৰৰপৰা বাচিবলৈ আশা নাই, হয়তো এই বেমাৰতে তেওঁ মৰিব, তেওঁ ক'লে, "মৰিলে মই গৈ তোমাৰ জানাজাৰ নামাজ পঢ়ি আহিম।"

তাৰ পিছত জীয়েকে ঘৰলৈ উভতি গৈ বেমাৰৰ পৰা সম্পূৰ্ণ ৰূপে আৰোগ্য লাভ কৰিলে আৰু পিতাকৰ মৃত্যুৰ পিছতো তেওঁ চল্লিশ বছৰ জীৱিত আছিল।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল:—

১। যিয়ে নিজকে গৌৰবান্বিত বুলি ভাবে তেওঁৰ পক্ষে পাপ কৰা সহজ।

২। মূল ভিত্তি যাৰ উৎকৃষ্ট তাৰ পৰিনামো উৎকৃষ্ট হয়।

৩। যিয়ে নিজৰ মান সন্মানক তুচ্ছজ্ঞান কৰিব পাৰে তেওঁৰ পক্ষে সংসাৰ ত্যাগী হোৱাটো আৰু পৃথিৱীৰ লোকৰ পিনে পিঠি দিয়াটোও সহজ।

৪। যিয়ে আল্লাৰ কামত দৃঢ় ভাৱে থাকে তেওঁৰ পিঠি কেতিয়াও বেঁকা হব নোৱাৰে; কিন্তু যিয়ে আল্লাৰপৰা বেঁকা হৈ থাকে তেওঁ কেতিয়াও পোন হব নোৱাৰে।

৫। যাৰ চিন্তা পৱিত্ৰ তেওঁৰ কথাত পৱিত্ৰ আৰু তেওঁৰ প্ৰত্যেকটি কামো পৱিত্ৰ হ'য়।

৬। মিয়ে জানিবলৈ খোজে যে আল্লাৰ দৰবাৰত তেওঁৰ মা'ৰেফাতৰ ( খোদাতত্ত্ব জ্ঞানৰ ) সন্মান কিমানখিনি তেওঁৰ উচিত আল্লাৰ উপাসনাত আৰু হুকুম পালনত তেওঁৰ অন্তৰত ভয় কিমান খিনি সেইটো লক্ষ্য কৰা।

৭। আল্লাৰ বাহিৰে আনৰ লগত বন্ধুতা স্থাপন কৰাটো হৈছে ভয়ৰ কাৰণ।

৮। আল্লাৰ বিষয়ে সুধাৰণা কৰাটো হৈছে সৰ্বনিম্ন স্তৰ।

৯। আল্লাৰ আদেশ নিষেধবোৰ মান্য কৰিবলৈ ধৈৰ্য্য ধৰাটোকে তাছাউফ বা ফকিৰি বোলে।

## ৭৩। হজৰত জা'ফৰ জিল্‌দী ( ৰঃ )

হজৰত জা'ফৰ জিল্‌দী ( ৰঃ ) বাগদাদৰ অধিবাসী আছিল। তেওঁ মা'ৰেফাতত ( খোদাতত্ত্বজ্ঞানত ) সাহসী বীৰ, আধ্যাত্মিক ধনত ধনী, পৰ্বতৰ দৰে গম্ভীৰ আৰু সেই সময়ৰ এজন উৎকৃষ্ট আলেম ( জ্ঞানী ) লোক আছিল। তেওঁ হজৰত জুনায়েদ বাগদাদীৰ এজন প্ৰধান লগৰীয়া আছিল।

তেওঁৰ লগত তাছাউফ বা ফকিৰিৰ বিষয়ে বিভিন্ন মনীষীৰ ১৩০ খন কিতাপ আছিল। তেওঁ সেইবোৰ অধ্যয়ন কৰি মা'ৰেফাতৰ ( খোদাতত্ত্বৰ ) বহুতো জ্ঞান লাভ কৰিছিল। তেওঁ ৬০ বাৰ হজ্জ কৰিছিল।

হামজা আলাভী নামেৰে তেওঁৰ এজন শিষ্যই এদিনাখন নিজৰ ঘৰলৈ যাবলৈ ইচ্ছা কৰিলে। শিষ্যজনে তেওঁক কলে, "হুজুৰ! মই ঘৰলৈ গৈ ল'ৰা ছোৱালী কেইটাৰে সৈতে একেলগে বহি এমুঠি আহাৰ খাবলৈ ইচ্ছা কৰিছো। আপুনি দয়া কৰি মোক যাবলৈ অনুমতি দিয়ক।" তেওঁ ক'লে, "তুমি আজি ৰাতিটো ইয়াতে থাকা।"

হামজা আলাভীয়ে ভাবিলে যে যদি তেওঁ ৰাতিটো তাতে থাকে তেন্তে ৰাতিপুৱা ফজৰৰ নামাজ আৰু তাৰ পিছত চাচতৰ নামাজ পঢ়ি কটালে ল'ৰা-ছোৱালী কেইটাই তোকত কষ্ট পাব। এই বুজি

জানি তেওঁ ক'লে, "হুজুৰ! মোৰ বৰ জৰুৰী কাম আছে। মই নগলে নহয়।" তেতিয়া গুৰুৱে তেওঁক ক'লে, "সেইটো তোমাৰ ইচ্ছা, যদি যাব খোজা যোৱা।"

অৱশেষত হামজা আলাভী ঘৰলৈ গ'ল আৰু এটি কুকুৰা জবেহ কৰি মাংসবোৰ চুলাত উঠাই দিলে। পিছদিনা ৰাতিপুৱা তেওঁ জীয়েকক ক'লে, "চুলাৰ ওপৰৰপৰা মাংসৰ হাড়ীটো উঠাই লৈ আহা।" জীয়েকজনীয়ে পিতাকৰ হুকুম মতে মাংসৰ হাড়ীটো উঠাই লৈ অহাত হঠাতে বাটত ভৰি পিছলি পৰি গ'ল; হাড়ীটো ভাঙি গ'ল আৰু মাংসবোৰ কুকুৰ এটাই খাই পেলালে।

হামজা আলাভী মনৰ দুখেৰে হজৰত জাফৰ জিলদীৰ ওচৰলৈ উভতি আহিল। গুৰুৱে তেওঁক দেখি ক'লে, "যিয়ে এটুকুৰা মাংসৰ কাৰণে নিজৰ গুৰুৰ কথা অমান্য কৰে তাৰ সেই মাংস আল্লাই কুকুৰক খুৱায়।" এইটো শুনি তেওঁ গুৰুৰ ওচৰত ক্ষমা খুজিলে আৰু ভৱিষ্যতে তেনেকুৱা নকৰিব বুলি তৌবাহ কৰিলে (অনুতপ্ত হ'ল)।

হজৰত জাফৰ জিলদীৰ এটি মুল্যবান আঙঠি আছিল। এদিনাখন ঘটনাক্ৰমে সেই আঙঠিটো দিজলা নদীত পৰি গ'ল। পিছত ঘৰলৈ আহি দেখিলে যে সেই আঙঠিটো নিজৰ কিতাপৰ মাজত আছে।

হজৰত জুনায়েদ বাগদাদী আৰু হজৰত ছৰ্‌ৰী ছক্‌তীৰ কবৰৰ ওচৰতে চোনিৰিয়াত তেওঁৰ কবৰ আছে।

## ৭৪। হজৰত শেখ আবুল খায়েৰ আক্‌তা (ৰঃ)

হজৰত শেখ আবুল খায়েৰ আক্‌তা (ৰঃ) পশ্চিম দেশীয় লোক আছিল। তেওঁ এজন প্ৰবীন আৰু প্ৰসিদ্ধ আওলীয়া আছিল আৰু তেওঁৰ বহুতো কাৰামত (অলৌকিক শক্তি) আছিল, যিবোৰ বৰ্ণনা কৰিলে কিতাপখনি ডাঙৰ হ'ব। হাবিৰ পশু পক্ষীয়েও তেওঁৰ লগত প্ৰীতি স্থাপন কৰিছিল। আনকি বাঘ, সাপ, আদি জাতি হিংস্ৰ জন্তুবো তেওঁৰ ওচৰত অহা যোৱা কৰিছিল। তেওঁ [illegible] [illegible] আল্লাৰ সৰ [illegible] কৰিছিল।

এবাৰ তেওঁ শিষ্যসকলৰ লগত লুবনাম পাহাৰত কিছুদিন আছিল। সেই দেশৰ বাদচাহ্ জনে এদিনাখন তেওঁলোকৰ ওচৰলৈ গৈ প্ৰত্যেককে এটিকৈ দীনাৰ দান কৰিছিল। তেওঁ সেইমোৰ দীনাৰ গ্ৰহণ নকৰি এজন বন্ধুৰ পালৈ পঠিয়াই দিলে আৰু তেওঁলোক তাৰ পৰা গুচি গৈ চহৰত প্ৰৱেশ কৰিলে।

এদিনাখন ভুলক্ৰমে বিনা ওজুই ( হাত, মুখ, ভৰি আদি নুধুৱাকৈ) তেওঁ কোৰ্আন শ্বৰীফ এখন লৈ গৈ বজাৰত উপস্থিত হ'ল। ঘটনাক্ৰমে বজাৰত কোনোবাই চুৰি কৰি পলাই গুচি গ'ল। মানুহবিলাকে তেওঁলোকক চোৰ বুলি ভাবি ধৰিলে। তেওঁ কলে, "মই এওঁলোকৰ চৰদাৰ। তোমালোকে মোক ধৰা আৰু এওঁলোকক এৰি দিয়া।" তেওঁ শিষ্যসকলক কলে, "এই মানুহবিলাকে মোৰ সম্বন্ধে যিয়ে নকৰক তোমালোকে একো নকৰা।" গুৰুৰ কথা শুনি শিষ্যসকল মনে মনে থাকিল।

অৱশেষত মানুহবিলাকে তেওঁক চোৰ বুলি ধৰি নি কাজীৰ ওচৰত হাজিৰ কৰিলে। কাজীয়ে তেওঁৰ সোঁ হাতখন কাটি পেলাবলৈ হুকুম দিলে। তেওঁ নামাজত এনেদৰে মগ্ন হ'ল যে কটোৱালে তেওঁৰ হাতখন কেতিয়া কাটি পেলালে তেওঁ গমকে নাপালে। তেতিয়াৰে পৰা তেওঁ 'আক্তা' ( অৰ্থাৎ হাত কটা ) উপাধি লাভ কৰিলে।

যেতিয়া মানুহবিলাকে জানিবলৈ পালে যে তেওঁ এজন বিখ্যাত আওলীয়া আৰু নিৰপৰাধী লোক তেওঁলোকে মনত বৰ দুখ পালে আৰু তেওঁৰ ওচৰত ক্ষমা খুজিলে। তেওঁ সকলোকে ক্ষমা কৰিলে আৰু ঘৰলৈ উভতি আহিল।

ঘৰৰ সকলোৱে তেওঁৰ এই দুৰাৱস্থা দেখি কান্দিবলৈ ধৰিলে। তেওঁ কলে, "তোমালোকে মনত একো দুখ নকৰিবা। এইটো এটা সুখৰ বিষয় যে যদি মোৰ হাত কটা নগ'ল হেতেন তেন্তে মোৰ অন্তৰ কটা গ'লহেতেন। কাৰণ, মোৰ এই হাতখনিয়ে অকৃতজ্ঞৰ কাম কৰিছে, বিনা ওজুই ( হাত, মুখ, ভৰি, আদি নুধুৱাকৈ ) কোৰআন শ্বৰীফ স্পৰ্শ কৰিছে আৰু ৰাজকীয় ধন নিজে ঘৃণা কৰি পঠিয়াই দিছে।"

এবাৰ তেওঁৰ হাতৰ এটি অংশত কুষ্ঠ ৰোগ হ'ল। চিকিৎসকসকলে সেইখিনি কাটিবলৈ যোজাত তেওঁ সন্মত নহ'ল। [illegible]

শিষ্যসকলে চিকিৎসক সকলক ক'লে, "আপোনালোকে অলপ অপেক্ষা কৰক। তেওঁ যেতিয়া নামাজত মগ্ন হ'ব তেতিয়া সেই অংশটি কাটি পেলালে তেওঁ গম নাপাব।" চিকিৎসকসকলে তাকে কৰিলে। তেওঁ নামাজ শেষ কৰাতহে দেখিবলৈ পালে যে তেওঁ সেই কুষ্ঠ ৰোগ হোৱা অংশখিনি কাটা হৈছে।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল :—

১। আল্লাৰ লগত নিয়ত (সঙ্কল্প) ঠিক কৰিলে, অন্তৰ মন, আদি সকলোবোৰ বিষয় আপোনা আপুনি ঠিক হৈ যায়।

২। আওলীয়াসকলৰ সেৱা কৰিলে শৰীৰ পবিত্ৰ হয়।

৩। অন্তৰ দুই শ্ৰেণীৰ আছে। এক শ্ৰেণীৰ অন্তৰ হৈছে ঈমানৰ (বিশ্বাসৰ) স্থান। মানুহৰ প্ৰতি সদয় আৰু শুভাকাঙ্ক্ষী হোৱাটো ইয়াৰ লক্ষণ। আন শ্ৰেণীৰ অন্তৰ হৈছে মুনাফিকিৰ (কপটতাৰ) স্থান। প্ৰবঞ্চনা, হিংসা, দ্বেষ, ইত্যাতি ইয়াৰ লক্ষণ।

৪। অহঙ্কাৰ আৰু অথ গৌৰৱ এনেকুৱা গুৰুতৰ বস্তু যে পৰ্বতেও ইয়াৰ ভাৰ বহন কৰিবলৈ অক্ষম।

৫। যিয়ে আল্লাৰ হুকুম পালন কৰে, ফৰজ (কৰ্তব্য) কামবোৰ ৰীতি মতে আদায় কৰে, সৎলোকৰ লগত থাকে আৰু অসৎ লোকৰ সঙ্গ ত্যাগ কৰে তেওঁহে উচ্চ পদ লাভ কৰিব পাৰে।

## ৭৫। হজৰত আবু আব্দুল্লাহ মোহাম্মদ ইব্‌নে হুছাইন (ৰঃ)।

হজৰত আবু আব্দুল্লাহ মোহাম্মদ ইব্‌নে হুছাইন (ৰঃ) তুচ নগৰৰ অধিবাসী আছিল। তেওঁ সত্যনিষ্ঠ সাধক আৰু খোদা প্ৰেমিক লোক আছিল। তেওঁ মা'ৰেফাত (খোদাতত্ত্ব জ্ঞান) আৰু আল্লাৰ উপাসনাত উচ্চ আসন লাভ কৰিছিল। তেওঁ দুৰবেশ শ্ৰেষ্ঠ হজৰত ওছমান মগ্‌ৰীৰ লগত বহুত দিন আছিল।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ—

১। শিষ্যসকলে যিবোৰ কষ্ট সহ্য কৰে সেইবোৰ প্ৰকৃতপক্ষে কষ্ট নহয়, সেইবোৰ আনন্দহে।

২। চুফীসকলে আল্লাৰ জগত নিশ্চিন্তে বাস কৰে আৰু ৰিপুৰ বিৰুদ্ধে যুদ্ধ কৰি জীৱন কটায়।

৩। আল্লাই প্ৰত্যেককে যিজৰ কৰ্ম অনুযায়ী মা'ৰেফাতৰ (খোদা-তত্ত্ব জ্ঞানৰ ) এটি অংশ দান কৰে, যিটোৱে তেওঁক বিপদৰ সময়ত সহায় কৰিব পাৰে।

৪। যিয়ে এদিন সবল মনে কোনোবা সৎলোকৰ সেৱা কৰে আল্লাই তেওঁক ইয়াৰ পৰিবৰ্তে আজীৱন আয় উন্নতি দিয়ে। গতিকে যিয়ে আজীৱন সৎ লোকৰ সেৱাত নিজকে বিলাই দিয়ে তেওঁ কেনেকুৱা উচ্চ মৰ্য্যাদা লাভ কৰিব পাৰে সেইটো সহজে বুজা যায়।

৫। যিয়ে সংসাৰ ত্যাগ কৰে কিন্তু উচ্চপদৰ মোহত পৰি থাকে তেওঁ লোভী।

## ৭৬। হজৰত আবু ইছ্‌হাক ইব্ৰাহিম ইব্‌নে চাহৰীয়াৰ (ৰ)ঃ।

হজৰত আবু ইছ্‌হাক ইব্ৰাহিম ইব্‌নে চাহৰীয়াৰ (ৰঃ) গাজৰোন নামেৰে এখন ঠাইৰ অধিবাসী আছিল। তেওঁৰ মাক বাপেক মুছলমান আছিল ; কিন্তু তেওঁৰ আতায়েক কাফেৰ ( নাস্তিক ) আছিল। যিদিনাখন ৰাতি তেওঁৰ জন্ম হৈছিল সেইদিনাখন ৰাতি আকাশৰ পৰা এটি নুৰ ( জ্যোতিৰ ) স্তম্ভ তেওঁৰ ঘৰলৈ দেখা গৈছিল।

তেওঁৰ আতায়েক বৰ দুখীয়া আছিল। গতিকে বাল্য কালতে তেওঁক কিবা এটা কাৰিকৰী বিদ্যা শিক্ষা দিবলৈ তেওঁ ইচ্ছা কৰিছিল। কিন্তু শিশু আবু ইছ্‌হাকে কোৰ্‌আন শৰীফ শিক্ষা কৰিবলৈহে আগ্ৰহ প্ৰকাশ কৰিলে। তেওঁৰ শিক্ষাৰ প্ৰতি এনেকুৱা ধাউতী আছিল যে তেওঁ সকলোৰে আগেয়ে মাদ্ৰাছালৈ গৈছিল আৰু পৰীক্ষাবোৰত সদায় প্ৰথম স্থান অধিকাৰ কৰিছিল।

তেওঁ মাদ্ৰাছাৰ শিক্ষা শেষ কৰি ভাবিলে যে তেওঁৰা কোনো এজন মহৎ লোকৰ ওচৰত তৰীকত শিক্ষা লাভ কৰিব। এদিনাখন ৰাতি তেওঁ সপোনত দেখিলে যে এজন মানুহে এটা উটৰ পিঠিত কিছুমান কিতাপ বোজাই দি তেওঁৰ ওচৰলৈ আহিছে। সেই মানুহজনে যেন তেওঁক ক'লে, "এইবোৰ কিতাপ হজৰত আব্দুল্লাহ খফীফৰ অধীনত আছিল। এইবোৰ তোমাৰ কাৰণে পঠোৱা হৈছে।" ইয়াৰ কেইদিন-মান পিছতে তেওঁ দেখিলে যে হজৰত হছাইনে আহি হজৰত আব্দুল্লাহ খফীফৰ কেইখন মান কিতাপ তেওঁক দি গ'ল। ইয়াতে তেওঁৰ বিশ্বাস বেছি দৃঢ় হ'ল। তাৰ পিছত তেওঁ গৈ হজৰত আব্দুল্লাহ খফীফৰ ওচৰত উপস্থিত হ'ল আৰু তেওঁৰ ওচৰত মুৰীদ হৈ (দীক্ষা লৈ) তেওঁ দেখুৱা পথ গ্ৰহণ কৰিলে।

এবাৰ তেওঁৰ পিতাকে তেওঁক ক'লে, "তুমি দুখীয়া। তোমাৰ টকা পইচা নাই। গতিকে অতিথিক সকল এইদৰে সোধ পোছ কৰিলে তুমি আৰু বেছি দুখীয়া হ'বা।" তেওঁ পিতাকক একো নকৈ মনে মনে থাকিল। তাৰ পিছত ৰমজান মাহত এদিনাখন এদল যাত্ৰী আহি তেওঁৰ ঘৰত উপস্থিত হ'ল। সেইদিনাখন তেওঁৰ ঘৰত একো খাবলৈ নাছিল। ইপিনে ৰাতি হৈ আহিল। এনেতে এজন মানুহে দুভাৰ কটী আৰু শুকান আঙুৰ আৰু কিছুমান ফল লৈ আহি তেওঁক ক'লে, "এইবোৰ আলহী আৰু দৰবেশ সকলৰ কাৰণে অনা হৈছে। আপুনি এইবোৰ তেওঁলোকক দিব।" তেওঁৰ পিতাকে এইটো দেখি অবাক হ'ল আৰু ক'লে, "বোপা! তুমি যিমানখিনি পাৰা মানুহৰ সেৱা কৰিবা, আল্লাই তোমাৰ মঙ্গল কৰিব।"

এদিনাখন তেওঁ মক্কালৈ যাওঁতে বাচৰা নগৰৰ এখন মজ্‌লিচত (ধৰ্ম সভাত) সেই ঠাইৰ চুফীসকলৰ লগত তেওঁৰ সাক্ষাৎ হয়। সভাৰ শেষত যেতিয়া সকলোৱে খাবলৈ বহিল তেবো সকলোবোৰ খালে, কিন্তু মাংস নাখালে। চুফীসকলে ভাবিলে যে তেওঁ হয়তো মাংস নাখায়। সভা ভঙ্গ হোৱাত যেতিয়া তেওঁ অকলশৰীয়া হ'ল তেওঁ নিজকে সম্বোধন কৰি ক'লে, "হে মন, হয়তো চুফীসকলে ভাবিছে যে মই মাংস নাখাওঁ। গতিকে তেওঁলোকৰ ধাৰণাক মিছা

বুলি প্ৰমাণ কৰা উচিত নহব।" তেতিয়াৰ পৰাই তেওঁ জীৱনত আৰু নাথাৰ বুলি প্ৰতিজ্ঞা কৰিলে।

তেওঁ খোৱা লোৱা বিষয়তো অতি সাৱধান আছিল। তেওঁ নিজ হাতেৰে শষ্য ৰোপন কৰি সেই ফল তেওঁ খাইছিল আৰু নিজ হাতেৰে কপাহৰ খেতি কৰি তাৰ সূতাৰে তেওঁ বস্ত্ৰ পৰিধান কৰিছিল। তেওঁ মাজে সময়ে পশুৰ নোম আৰু ঘাঁহেৰে তৈয়াৰী পোছাকো ব্যৱহাৰ কৰিছিল।

তেওঁৰ শৰীৰৰ পৰা আঁতৰৰ দৰে সুগন্ধ বাহিৰ হৈছিল আৰু তেওঁ যি বাটেদি গৈছিল সুগন্ধত মলমলাই গৈছিল। তেওঁৰ গুণ গৰিমাত মুগ্ধ হৈ চল্লিশ হাজাৰ ইহুদী আৰু অগ্নি উপাসকে ইছলাম গ্ৰহণ কৰি মুছলমান হৈছিল।

কোনোবাই তেওঁৰ ওচৰত মা'ৰেফাতৰ ( খোদা তত্ত্বৰ ) শিক্ষা লবলৈ আহিলে তেওঁ কৈছিল, "চোৱা, এই পথত বহুতো বিপদ আছে। অন্ন, বস্ত্ৰ, পানী আদিৰ অভাৱত বহুত কষ্ট পাবা। তদুপৰি মানুহে তোমাক অগনীয়া বুলি কব আৰু তুমি বহুতো লাঞ্ছনা ভোগিব লাগিব। যদি সেইবোৰ সহ্য কৰিব পাৰা তেন্তে এই পথলৈ আহা। যদি নোৱাৰা তেন্তে নিজ কামত ব্যস্ত থাকি আল্লাৰ এবাদাত ( উপাসনা ) কৰি থাকা।"

এবাৰ তেওঁ এখন সভাত ভাষণ দি আছিল। খোৰাচানৰ অনেক লোক আৰু এজন আলেম ( বিদ্যান লোকো ) তাত উপস্থিত আছিল। সকলোৱে তেওঁৰ ভাষণত সন্তুষ্ট হৈ তেওঁৰ প্ৰতি অনেক সন্মান আৰু শ্ৰদ্ধা জনাইছিল। সেই আলেম ( বিদ্যান লোক ) জনে মনে মনে ভাবিলে, "মই কোৰ্আন হাদিছত জ্ঞানী এজন আলেম। এই দৰবেশ জনতকৈ মোৰ বিদ্যা অনেক বেছি। অথচ মানুহবিলাকে তেওঁক যিদৰে সন্মান কৰে মোক সেইদৰে তেনেকুৱা সন্মান নকৰে।" তেওঁ এইটো গম পাই ভাষা প্ৰসংগত ক'লে, "এদিনাখন পানীয়ে তেলক ক'লে— মই সকলো লোকৰে জীৱন, গতিকে মই তোমাতকৈ শ্ৰেষ্ঠ। তুমি কেনেকৈ আহি মোৰ মূৰৰ ওপৰত স্থান পালা? তেতিয়া তেলে উত্তৰ দি ক'লে-ভাই। মই নানা প্ৰকাৰ দুখ কষ্ট সহ্য কৰিছোঁ। মানুহে মোক পথাৰত সিচে, কাটে আৰু ঘানীত পেৰে। ইয়াৰ পিছতো মই নিজক জ্বলাই পোহৰাই অনেক পোহৰ বিতৰণ কৰোঁ। এইবোৰ কাৰণেই মোৰ সন্মান বেছি।" এই বুলি কৈ তেতিয়া তেওঁ ভাষণ শেষ কৰিলে

আলেম জনে তৎক্ষণাৎ আহি তেওঁৰ সন্মুখত উপস্থিত হ'ল আৰু তোবাহ্ কৰি তেওঁৰ ওচৰত ক্ষমা খুজিলে।

এদিনাখন আবু আব্দুল্লা নামেৰে এজন আমীৰ তেওঁৰ লগত দেখা কৰিবলৈ আহিল। তেওঁ আমীৰক সুৰা পান কৰিবলৈ নিষেধ কৰাত আমীৰে আপত্তি দৰ্শাই ক'লে, "মই মন্ত্ৰী ক্ষখকল মুলকৰ এজন আমীৰ। মন্ত্ৰীৰ সুৰা পানৰ এখন মজলিচ আছে। মন্ত্ৰীয়ে সেই মজলিচত নিজেও সুৰা পান কৰে আৰু সভাসদসকলকো সুৰা পান কৰিবলৈ বাধ্য কৰে। তেতিয়া মই কি কৰিম?" তেওঁ ক'লে, "তেনেকুৱা অৱস্থাত তুমি মোক স্মৰণ কৰিবা।" এই বুলি কৈ আমীৰক তেওঁ বিদায় দিলে।

কেইদিন মান পিছত এদিনাখন মন্ত্ৰীয়ে সুৰা পানকাৰীসকলৰ মজলিচত বহি আমীৰক সুৰা পান কৰিবলৈ অনুৰোধ কৰিলে। আমীৰে আন কোনো উপায় নেদেখি যেতিয়া হজৰত আবু ইছহাক ইব্ৰাহিমক স্মৰণ কৰিলে ঠিক সেই মুহূৰ্ততে এটি মেকুৰী দৌৰি আহি তেওঁৰ পাত ধাক্কা দিলে। সুৰাৰ পাত্ৰ পৰি ভাঙি গ'ল। লগে লগে মজলিচখনো ভঙ্গ হ'ল। মন্ত্ৰীয়ে যেতিয়া আমীৰৰ মুখৰপৰা সকলোবোৰ কথা শুনিলে আৰু আওলীয়া চাহাবৰ অলৌকিক শক্তি নিজ চকুৰে দেখিলে তেওঁ সেই দিনাৰে পৰা সুৰাৰ মজলিচখন বন্ধ কৰি দিলে।

এদিনাখন তেওঁ দেখিলে যে এটা মানুহে এটা প্ৰকাণ্ড বাঘক জালেৰে বন্ধ কৰি ৰাস্তায়েদি লৈ গৈ আছে। তেওঁ বাঘটোক সুধিলে, "হেৰ বাঘ, তোৰ ইমান শক্তি থকা স্বত্তেও কি অপৰাধত তোৰ এই দশা হ'ল?" বাঘটোৱে লাজতে তলমূৰ কৰিলে। তেওঁ শিষ্য-সকলক ক'লে "বন্ধুসকল! বাঘটোৰ দুৰাৱস্থা দেখি তোমালোকে চিন্তা কৰি চোৱাচোন যে আমাৰো ধৰ্মৰ কিমান যে শক্তিশালী বাঘ চয়তানৰ জালত পৰি কেনেকুৱা ভাবে ধ্বংস হৈ গৈছে।"

এদিনাখন তেওঁ এটি ৰাস্তায়েদি গৈ আছিল। মানুহবিলাক আহি তেওঁৰ লগত সাক্ষাৎ কৰিবলৈ ধৰিলে। আনকি কণ কণ ল'ৰা-ছোৱালীবিলাকেও আহি তেওঁৰ লগত দেখা কৰিলে। এজন মানুহে তেওঁক সুধিলে, "হজুৰ! এই অবোধ শিশুসকলে আপোনাক কেনেকৈ চিনি পায় আৰু নিজৰ মানুহ বুলি জানে?" তেওঁ ক'লে,

যেতিয়া ৰাতি এইসকল ল'ৰা হোৱালী শুই পৰে মই তেতিয়া সিহঁতৰ কাৰণে দোৱা ( প্ৰাৰ্থনা ) কৰোঁ। সেই কাৰণে সিহঁতে মোক ভাল পায়।

যেতিয়া তেওঁৰ মৃত্যু ওচৰ চাপিল তেওঁৰ শিষ্যসকল আহি তেওঁৰ ওচৰত উপস্থিত হ'ল। তেওঁ ক'লে, মই অতি সোনকালে পৃথিৱীৰ পৰা বিদায় লম। মই তোমালোকক চাৰিটা বিষয়ে কৈ যাম। তোমালোকে সেইটো কৰিবলৈ যত্ন কৰিবা।"

(১) যিয়ে মোৰ আসনত বহিব তেওঁক তোমালোকে সন্মান কৰিবা আৰু তেওঁৰ হুকুম পালন কৰিবা।

(২) প্ৰত্যেক দিন ৰাতিপুৱা কোৰ্‌শ্বৰীফ পঢ়িবা।

(৩) কোনো দুখীয়া ভ্ৰমণ কাৰী আহিলে তেওঁক সন্মান কৰিবা আৰু আনৰ ঘৰলৈ যাব নিদিবা।

(৪) তোমালোক পৰস্পৰে মন সৰল ভাবে ৰাখিবা।

তেওঁৰ এখন বহীত তেওঁৰ বন্ধু—বান্ধব, তৌবাহকাৰী ( অনুতাপ-কাৰী ) আৰু শিষ্যসকলৰ নাম লিখা আছিল। তেওঁ ক'লে, তেওঁৰ মৃত্যুৰ পিছত যেন এই বহীখন কবৰত দিয়া হয়। গতিকে ৪২৯ হিজৰীৰ জিলকদ মাহৰ ৮ তাৰিখ ৰবিবাৰে ৭২ বছৰ বয়সত যেতিয়া তেওঁৰ মৃত্যু হ'ল তেতিয়া সেই বহীখনো তেওঁৰ লগত দিয়া হ'ল। এজনে সপোনত দেখিলে যে যিসকলৰ নাম সেই বহীখনত লিখা আছিল আল্লাই তেওঁলোক আটাইৰে পাপ ক্ষমা কৰি তেওঁৰ সন্মান বৃদ্ধি কৰি দিছে।

তেওঁ এই দোৱাটি ( প্ৰৰ্থনাটি ) কৰিছিল, "হে খোদা। যিয়ে কোনো কামনা বাসনা লৈ মোৰ ওচৰলৈ আহে আৰু মোৰ কবৰ দৰ্শন কৰে তেওঁৰ ওপৰত তোমাৰ দয়া বৰষাবা আৰু তেওঁৰ কামনা বাসনা পূৰা কৰিবা।"

তেওঁৰ কেইটামান সদুপদেশ তলত দিয়া হ'ল :—

১। যিয়ে পৃথিৱীক বন্ধু বুলি ভাবে তেওঁ কেতিয়াও আল্লাৰ বন্ধু হব নোৱাৰে; কিন্তু যিজন লোক আল্লাৰ বন্ধু পৃথিৱীৰ সকলোৱে তেওঁক বন্ধু বুলি জানে।

২। আল্লাই সকলোকে জীৱিকা নিৰ্দ্ধাৰণ কৰি দিছে। তথাপি যেতিয়া কোনোবাই তেওঁৰ ওচৰত কিবা প্ৰাৰ্থনা কৰে তেওঁ শুনে আৰু দিয়ে।

(৩) ইছলাম হৈছে এটি প্ৰকাশ্য আৰু সাধাৰণ বস্তু; কিন্তু ঈমান (বিশ্বাস) হৈছে অন্তৰৰ এটি বিশেষ গুণ।

(৪) যিয়ে পৰকালৰ কামৰ দ্বাৰা ইহকালৰ সুখ শান্তি বিচাৰে তেওঁৰ সম্মান নাথাকে।

## ৭৭। হজৰত আবুল হাছান খেৰ্কানী (ৰঃ)।

হজৰত আবুল হাছান খেৰ্কানী (ৰঃ) খেৰ্কান নামেৰে এখন গাঁৱত জন্ম গ্ৰহণ কৰিছিল। এদিনাখন হজৰত বায়েজীদ বোস্তামী (ৰঃ) ই শ্বহীদসকলৰ কবৰ জিয়াৰত (দৰ্শন) কৰিবলৈ খেৰ্কানৰ মাজেদি দেহস্থানলৈ গৈছিল। তেওঁ খেৰকানত অলপ সময় বৈ ওপৰলৈ মুখ কৰিলে আৰু কিবা এটা বস্তুৰ গোন্ধ ল'লে। এইটো দেখি তেওঁৰ শিষ্য সকলে তেওঁক সুধিলে, "হুজুৰ! আমি দেখোন ইয়াত গোন্ধ পোৱা নাই। আপুনি কিহৰ গোন্ধ পাইছে?" তেওঁ ক'লে, "মই এজন আওলীয়াৰ গোন্ধ পাইছোঁ। এই গাওঁখনিত এজন বৰ মহৎলোক জন্মিব। তেওঁৰ নাম আলী আৰু উপনাম আবুল হাছান। তেওঁ মোতকৈও তিনি গুণ মৰ্য্যাদা লাভ কৰিব। তেওঁ খেতিবাতি কৰি আৰু বাগানৰ কাম কৰি পৰিয়ালৰ খৰচৰ বোজা বহন কৰিব।"

হজৰত আবুল হাছান খেৰকানীয়ে জীৱনৰ প্ৰথম ২০ টা বছৰ সদায় ৰাতি ইছাৰ নামাজ পঢ়ি হজৰত বায়েজীদ বোস্তামীৰ কবৰলৈ গৈছিল আৰু তেওঁৰ কবৰৰ কাষত থিয় হৈ কৈছিল, "হে আল্লাহ! তুমি বায়েজীদ বোস্তামীক যি নিয়ামত (অনুগ্ৰহ) দান কৰিছা মোকো তাৰে এটি অংশ দান কৰা।" তাৰ পিছত তেওঁ তাৰ পৰা খেৰকানলৈ উভতি আহি সেই ৰাতিৰ ইছাৰ নামাজৰ ওজুৰেদি ৰাতিপুৱাৰ ফজৰৰ নামাজ পঢ়িছিল। উভতিবৰ সময়ত তেওঁ কবৰৰ পিনে পিঠি নিদি পিছুৱাই আহিছিল।

হজৰত আবুল হাছান খেৰকানী হজৰত বায়েজীদ বোস্তামীতকৈ বয়সত ৩৯ বছৰ সৰু আছিল। তথাপি তেওঁ মৰ্য্যাদাত হজৰত

বায়েজীদ বোস্তামীতকৈ উচ্চস্থান লাভ কৰিছিল। তেওঁ অতি সাহসী আৰু বিশ্বাসত অচল অটল আছিল। তেওঁ আল্লাৰ জ্বিকিৰ ( স্মৰণ ) আৰু এবাদতত ( উপাসনাত ) নিজৰ দেহ আৰু মনক এনেকুৱা ভাবে বিলীন কৰি দিছিল যে তেওঁ মা'ৰেফাতৰ ( খোদাতত্ত্ব জ্ঞানৰ ) উচ্চ স্থান লাভ কৰিছিল।

তেওঁৰ এখনি বাগান আছিল। সেই বাগান খনি খান্দোতে তেওঁ সোণ, ৰূপ, হীৰা আদি মূল্যবান ধাতুবোৰ পাইছিল। তেওঁ কৈছিল, "হে খোদা! এইবোৰৰ লোভে যেন মোক তোমাৰ পৰা মুখ নুঘূৰায়।" তেওঁ পথাৰত হাল বাই থাকোতে যেতিয়া নামাজৰ সময় হৈছিল তেওঁ হাল আৰু গৰু হাল ৰাখি নামাজত থিয় হৈছিল। নামাজৰ শেষত দেখে যে গৰু হালে মাটি ভোখৰ চাহ কৰি আছে।

এদিনাখন এজন মানুহে তেওঁক ক'লে, "হুজুৰ! আপুনি দৰবেশৰ পোছাক পিন্ধিলে ভাল হয়।" তেওঁ ক'লে, "যদি কোনোবা পুৰুষে তিৰোতাৰ পোছাক পিন্ধে তেন্তে সি তিৰোতা হবনে আৰু যদি কোনোবা তিৰোতাই পুৰুষৰ পোছাক পিন্ধে তেন্তে তাই পুৰুষ হবনে?" মানুহজনে ক'লে, "নহয়"। তেওঁ ক'লে, "আমাৰো ঠিক তেনেকুৱা। পোছাকে মানুহক দৰবেশ কৰিব নোৱাৰে।"

এবাৰ তেওঁ কেইজনমান দৰবেশৰ লগত বহি একেলগে আল্লাৰ উপাসনা কৰি আছিল। সাত দিনলৈ তেওঁলোকে একো খোৱা নাছিল। এনেতে এজন লোকে এক বস্তা আটা আৰু এটি ছাগলি লৈ আহি তেওঁলোকক ক'লে, "মই এইবোৰ দৰবেশ সকলৰ কাৰণে আনিছোঁ।" তেওঁ ক'লে, "আমি দৰবেশ নহওঁ। গতিকে আমি ইয়াক গ্ৰহণ কৰিব নোৱাৰোঁ।" অৱশেষত মানুজনে আটা আৰু ছাগলিটো লৈ উভতি গ'ল।

এদিনাখন তেওঁ আল্লাক কৈছিল, "হে আল্লাহ! তুমি মোৰ প্ৰাণ হৰণ কৰিবলৈ মৃত্যুৰ ফেৰেস্তা নপঠাবা। কাৰণ মই তেওঁক মোৰ এই প্ৰাণটি দিব নোৱাৰিম। তুমি মোক প্ৰাণ দিছো। গতিকে তুমিহে ইয়াক নিবা। মৃত্যুৰ ফেৰেস্তাৰ পৰা মই প্ৰাণ পোৱা নাই। গতিকে মোৰ প্ৰাণ নিবলৈ তেওঁৰ কোনো অধিকাৰ নাই।"

এদিনাখন চুলতান মাহমুদ গজনীৰপৰা তেওঁৰ লগত দেখা কৰিবলৈ আহিল। চুলতানে তেওঁক ক'লে, "হুজুৰ! আপুনি মোক কেইটামান

উপদেশ দান কৰক।" তেওঁ ক'লে "আপুনি চাৰিটা কথা সদায় মনত ৰাখিব—(১) হাৰাম ( নিসিদ্ধ ) কামৰ পৰা সদায় বিৰত থাকিব, (২) জামাতত নামাজ পঢ়িব, (৩) সকলোৰে প্ৰতি উদাৰ হব আৰু (৪) আল্লাৰ "সৃষ্টিৰ প্ৰতি সদয় হব।"

তাৰ পিছত চুলতান মাহমুদে তেওঁৰ কথাত সন্তুষ্ট হৈ এহাজাৰ সোণৰ মুদ্ৰাৰ এখনি মোনা তেওঁৰ সম্মুখত থৈ ক'লে, "হুজুৰ! দয়া কৰি আপুনি এই খিনি গ্ৰহণ কৰক।" তেওঁ চুলতানক এখন শুকান ৰুটী খাবলৈ দিলে। চুলতানে শুকান ৰুটীখন খোৱাত বৰ কষ্ট পালে। এইটো দেখি হজৰত আবুল হাছান খেৰকানীয়ে ক'লে, "আপুনি শুকান ৰুটীখন খোৱাত যেনেকুৱা কষ্ট পালে মইও এইবোৰ সোণৰ মুদ্ৰা গ্ৰহণ কৰিলে তেনেকুৱা কষ্ট পাম। মই এইবোৰ চিৰদিনৰ বাবে ত্যাগ কৰিছোঁ যেতিয়া আপুনি এইবোৰ ঘূৰাই নিয়ক।" এই বুলি কৈ তেওঁ নিজৰ চোলাটি দি চুলতানক বিদায় দিলে।

এবাৰ তেওঁ আল্লাৰ ওচৰলৈ আৰোহণ কৰাল ফেৰেস্তা ( সৰগৰ দেৱতা ) সকলে দলে দলে আহি তেওঁক সাদৰ সম্ভাষণ জনালে।

তেওঁ নিৰ্জনত সুখ আৰু নীৰৱতাত শান্তি লাভ কৰিছিল।

এবাৰ তেওঁ মোহাম্মদ ইবনে হুছাইনৰ ওচৰলৈ গৈ দেখিলে যে তেওঁৰ বৰ টান বেমাৰ। তেওঁ মৃত্যুৰ চিন্তাত ব্যাকুল হৈ আছে। তেওঁ আল্লাৰ ওচৰত দোৱা (প্ৰাৰ্থনা) কৰাত মোহাম্মদ ইবনে হুছাইনৰ মৃত্যু চিন্তা দূৰ হ'ল আৰু বেমাৰো আৰোগ্য হ'ল।

যেতিয়া হজৰত আবুল হাছান খেৰকানীৰ মৃত্যুৰ ওচৰ চাপিল তেওঁ ক'লে যে তেওঁৰ কবৰ যেন ৩০ গজ দকৈ খান্দা হয়। কাৰণ সেই ঠাইৰ মাটি বোস্তামৰ মাটিতকৈ বহুত ওখ। গতিকে তেওঁ ইচ্ছা কৰিছিল তেওঁৰ কবৰ হজৰত বায়েজীদ বোস্তামীতকৈ ওখ হব নোৱাৰে। তেওঁৰ মৃত্যুৰ পিছত সেইটোকে কৰা হ'ল। পিছদিনাখন মানুহবিলাকে দেখিলে যে তেওঁৰ কবৰৰ ওপৰত এটি পৰিষ্কাৰ পাথৰ পৰি আছে। সেই পাথৰটিত হাত দি যদি কোনোবাই নিজৰ কামনা বাসনা পূৰ্ণ কৰিবলৈ আল্লাৰ দৰবাৰত বিচাৰে তেওঁৰ মনৰ কামনা বাসনা পূৰ্ণ হয়।

এবাৰ বিখ্যাত দাৰ্শনিক আবু আলী চীনাই তেওঁৰ যশ গুণৰ কথা শুনি তেওঁৰ লগত দেখা কৰিবলৈ গৈ খেৰকানত উপস্থিত হ'ল। সেই

সময়ত তেওঁ ঘৰত নাছিল। আবু আলী চীনাই "তেওঁ কলৈ গৈছে ?" বুলি সোধাত তেওঁৰ ঘৈণীয়েকে ক'লে, "সেই পাষণ্ড জনৰ লগত আপোনাৰ কি কাম আছে ?" এনেকুৱা বহুতো কুবাক্য শুনি আবু আলী চীনা অবাক হ'ল। তেওঁ মনে মনে ভাবিলে, "এনেকুৱা বিখ্যাত আওলীয়া এজনৰ ঘৈণীয়েক যদি এনেকুৱা দুৰ্দান্ত হয় তেন্তে সঁচাকৈয়ে এইটো এটা বৰ দুখৰ বিষয়।" তেওঁ এইদৰে ভাবি ভাবি হজৰত আবুল হাছান খেৰকানীক বিচাৰি ময়দানলৈ যাত্ৰা কৰিলে। এনেতে ৰাস্তাত তেওঁ দেখিলে যে এটা প্ৰকাণ্ড বাঘৰ পিঠিত কাঠৰ বোজা দি তেওঁ পিছে পিছে আহি আছে। আবু আলী চীনাই এইটো দেখি আচৰিত হৈ তেওঁক সুধিলে, "হুজুৰ! এইটো কেনেকুৱা কথা যে আপুনি এজন ইমান ডাঙৰ আওলীয়া আৰু আপোনাৰ প্ৰতি আপোনাৰ পত্নীৰ এনেকুৱা তুচ্ছ তাচ্ছিল্য আচৰণ ?" হজৰত আবুল হাছান খেৰকানীয়ে ক'লে, "মই এনেকুৱা বাঘিনী পত্নীৰ বোজা বহন কৰিছোঁ বুলিহে এই বাঘটোৱে মোৰ বোজা বহন কৰিবলৈ বাধ্য হৈছে।"

## ৭৮। হজৰত আবু বাকাৰ ছিব্‌লী (ৰঃ)।

হজৰত আবু বাকাৰ ছিব্‌লী (ৰঃ) ৩৩৪ হিজৰীত বাগদাদ নগৰত জন্ম গ্ৰহণ কৰিছিল। তেওঁ ৩০ বছৰ কেকাহ্ শাস্ত্ৰ আৰু হাদিছ শাস্ত্ৰ অধ্যয়ন কৰি জ্ঞানত সূৰ্য্যৰ নিচিনা উজ্জ্বল হৈছিল। তেওঁ বহুত কিতাপ লিখিছিল আৰু লোকসকলক গোপন তত্ত্বজ্ঞান জনাই দিছিল। লোকসকলে সেইবোৰ কথা বুজিব নোৱাৰি তেওঁৰ লগত বহুতো অসৎ ব্যৱহাৰ কৰিছিল। তেওঁ কিছুমান কথা হজৰত মাচুৰ হাল্লাজৰ কথাৰ নিচিনা আছিল। সেইকাৰণে লোকসকলে তেওঁক কাটি পেলাবলৈ ষড়যন্ত্ৰ কৰিছিল। তেওঁ মালেকী মজহবৰ লোক আছিল আৰু সেই মতে জনসাধাৰণক পথ দেখুৱাইছিল।

জীৱনৰ প্ৰথম অৱস্থাত বাগদাদৰ খলিফাৰ অধীনত তেওঁ নেহাৱান্দ প্ৰদেশৰ আমীৰ আছিল। এদিনাখন তেওঁ খলিফাৰ নিমন্ত্ৰণ পাই বাগদাদৰ সভাত উপস্থিত হ'ল। সেইদিনা খলিফাই আমীৰ সকলক পুৰস্কাৰ হিচাবে ৰাজকীয় পোছাক দান কৰিছিল। তেওঁ দেখিলে যে এজন আমীৰে হাঁচি মাৰি খলিফাৰ দিয়া ৰাজ পোছাকেৰে নাক

আৰু মুখ পৰিষ্কাৰ কৰিলে। খলিফাই এইটো খবৰ পাই তেওঁৰ ৰাজকীয় পোছাক আমীৰ জনৰ পৰা ঘূৰাই ল'লে আৰু তেওঁক আমীৰ পদৰ পৰা বৰখাস্ত কৰিলে।

হজৰত আবু বাকাৰ ছিব্‌লীয়ে এইটো দেখি মনে মনে ভাবিলে, "যদি মানুহে দিয়া পোছাকৰ প্ৰতি কোনোবাই অনাদৰ কৰিলে এনেকুৱা শাস্তি হয় তেন্তে সমস্ত জগতৰ বাদচাহ আল্লাৰ প্ৰতি অনাদৰ কৰিলে যে তেওঁৰ কি অৱস্থা হ'ব! এইটো ভবাৰ লগে লগে তেওঁৰ ভাবৰ পৰিবৰ্তন হ'ল। তেওঁ চাকৰি ইস্তাফা দি খলিফাৰ দৰবাৰৰ পৰা ওলাল আৰু হজৰত খায়েৰ নাচ্ছাজৰ ওচৰত হাজিৰ হৈ তৌবাহ (অনুতাপ) কৰিলে।

তাৰ পিছত তেওঁ হজৰত জুনায়েদ বাগদাদীৰ ওচৰত দীক্ষা ল'লে। হজৰত জুনায়েদ বাগদাদীৰ নিৰ্দেশ অনুযায়ী তেওঁ এবছৰ গন্ধকৰ বেপাৰ কৰিলে আৰু এবছৰ দৰবেশসকলৰ সেৱাত নিজকে নিয়োগ কৰিলে। তাৰ পিছত তেওঁ নিজকে জগতৰ সকলো বস্তুতকৈ অতি নিকৃষ্ট বুলি ধৰি ল'লে।

ফকিৰিৰ প্ৰথম অৱস্থাত তেওঁ 'আল্লাহ্' শব্দটিৰ প্ৰতি এনেকুৱা ভাবে আসক্ত হ'ল যে 'আল্লাহ্' শব্দটি উচ্চাৰণ কাৰী লোকসকলক তেওঁ সোণ, ৰূপ, আদি দান কৰিবলৈ ধৰিলে। তাৰ পিছত হঠাৎ তেওঁৰ ভাবৰ পৰিবৰ্তন হ'ল। তেওঁ হাতত এখন তৰোৱাল লৈ ক'লে যে 'আল্লাহ্' শব্দটি যিয়ে তুচ্ছ ভাবে উচ্চাৰণ কৰিব তাৰে তেওঁ শিৰচ্ছেদ কৰিব। কাৰণ, মানুহে সোণ ৰূপৰ আশাত আল্লাৰ নামটি ভক্ত ভাবে উচ্চাৰণ নকৰি তুচ্ছ ভাবে উচ্চাৰণ কৰাটো তেওঁ সহ্য কৰিব নোৱাৰিছিল। আনকি তেওঁ 'আল্লাহ্' শব্দটি কবৰাত লিখা দেখিলেই ভক্তিৰে তাত চুমা খাইছিল।

এদিনাখন তেওঁ অদৃশ্যৰ পৰা এই বুলি এটি শব্দ শুনিবলৈ পালে, "তুমি আৰু কিমান দিন এইদৰে কেৱল নামৰ ওপৰত আসক্ত হৈ থাকিবা? যদি তুমি প্ৰকৃত সাধক হোৱা তেন্তে তেওঁক বিচাৰা।" এই বাণী শুনাৰ পিছত তেওঁৰ অন্তৰত প্ৰেমৰ জুই এনেদৰে দপ দপাই জ্বলি উঠিল যে তেওঁ দৌৰি গৈ নদীত জাপ মাৰিলে। অলপ পিছতে এটি ঢৌ আহি তেওঁক পাৰত তুলি দিলে। তাৰ পিছত তেওঁ গৈ জুইত জাপ দিলে। জুইয়েও তেওঁক নুপৰিলে। এইদৰে তেওঁ বহুত

বাৰ নিজকে ধ্বংস কৰিবলৈ চেষ্টা কৰিলে। কিন্তু আল্লাই তেওঁক ৰক্ষা কৰিলে। মানুহবিলাকে তেওঁক বলিয়া বুলি ভাবি শিকলিৰে বান্ধি থলে। শিকলিৰ বান্ধো আপোনা আপুনি মুকলি হৈ গ'ল। তেওঁ ক'লে, "তোমালোকৰ ওচৰত মই বলিয়া, মোৰ ওচৰতো তোমালোক বলিয়া।"

তাৰ পিছত বন্দী শালত তেওঁক বন্দী কৰি ৰখা হ'ল। তাত তেওঁ বন্দী অৱস্থাত কিছুদিন থাকিল। মানুহবিলাকে তেওঁক দেখা কৰিবলৈ যোৱাত তেওঁ সুধছিল' "তোমালোক কোন?" তেওঁলোকে কৈছিল, "আমি আপোনাৰ বন্ধু।" তেতিয়া তেওঁ এটুকুৰা পাথৰ হাতত লৈ যেতিয়া তেওঁলোকৰ ওপৰত নিক্ষেপ কৰিবলৈ ওলাল তেওঁলোক ভয়তে দৌৰি পলাল। তেওঁ কবলৈ ধৰিলে, "চোৰা, চোৰা, এই মিছলীয়াসকলে মোৰ বন্ধু বুলি কিদৰে মোৰ ওচৰত পৰিচয় দিছে, অথচ মোৰ সামান্য অত্যাচাৰ সিহঁতে সহ্য কৰিব নোৱাৰে।"

এদিনাখন তেওঁ হাতত জুই একুৰা লৈ ক'লে, "মই মক্কালৈ যাম আৰু কা'বা ঘৰটি পুৰি পেলাম। তেতিয়া হ'লে মানুহে কা'বা ঘৰটি বাদ দি কা'বাৰ মালিকৰ প্ৰতি আসক্ত হব।" আন এদিনাখন এডাল খৰিৰ দুয়ো মূৰে জুই লগাই দি ক'লে, "বেহেস্ত আৰু দোজখ মই পুৰি পেলাম। তেতিয়াহলে মানুহে বেহেস্তৰ লোভত আৰু দোজখৰ ভয়ত এবাদত (আল্লাৰ উপাসনা) নকৰি নিঃস্বাৰ্থ ভাবে এবাদত কৰিব।"

এদিনাখন তেওঁ এজোপা গছৰ ওচৰেদি গৈ থাকোতে দেখিলে যে এটি কপৌ চৰাইয়ে 'কুকু' শব্দ কৰি আছে। এইটো শুনি তেৰোঁ 'হু হু' শব্দ কৰিবলৈ ধৰিলে। যি কেইদিন তেওঁ সেই অৱস্থাত কটাইছিল চৰাইটিও তাতে আছিল। এই শব্দ দুটাই দুয়োৰে ভিতৰত এটি ভাবৰ সৃষ্টি কৰিছিল। কাৰণ, পাৰ্চী ভাষাত 'কুকু' মানে ক'ত আৰু আৰবী ভাষাত 'হু হু' মানে তেওঁ (আল্লাহ)।

এদিনাখন তেওঁ ৰাস্তায়েদি গৈ থাকোতে দুটা লৰাই তেওঁৰ ভৰিত পাথৰ মাৰিছিল। ভৰিত জখম হৈ যেতিয়া তাৰ পৰা তেওঁৰ তেজ ওলাই আহিছিল প্ৰত্যেক ফোটা তেজে 'আল্লাহ' শব্দ ধাৰণ কৰিছিল।

তেওঁ গোটেই ৰাতি উজাগৰে থাকি আল্লাৰ জিকিৰত (স্মৰণত) মগ্ন আছিল আৰু টোপনি মৰা নাছিল। তেওঁ কৈছিল যে শুলে মানুহ এনেহুৱা হয় আৰু পৰ্দাৰ আৰত পৰি থাকে।

তেওঁ যেতিয়া জন সাধাৰণৰ মাজত ভাষণ দি গভীৰ মা'ৰেফাতৰ তত্ত্বোৰ প্ৰচাৰ কৰিবলৈ ধৰিলে হজৰত জুনায়েদ বাগদাদীয়ে এইটো দেখি তেওঁক তিৰস্কাৰ কৰি ক'লে, "মই যিবোৰ মা'ৰেফাত ( খোদাতত্ত্ব জ্ঞান ) লুকাই ৰাখিছিলোঁ তুমি আহি সেইবোৰ প্ৰকাশ কৰিলা।" তেওঁ ক'লে যে তেওঁ যিবোৰ কথা কয় আল্লাৰ পক্ষৰ পৰাহে কয়, মাজত ছিব্‌লী বা জুনায়েদ কোনো নাথাকে।

এবাৰ ঈদৰ দিনাখন তেওঁ শোকৰ চিন স্বৰূপে ক'লা পোছাক পিন্ধিলে। মানুহবিলাকে ইয়াৰ কাৰণ সোধাত তেওঁ ক'লে, "মানুহ-বিলাক প্ৰকৃততে আল্লাৰ পৰা বিমুখ হৈ আছে, অথচ তেওঁলোকে আনন্দ কৰিছে। তেওঁলোকৰ এই দুৰাৱস্থা দেখি মই শোকৰ পোছাক পিন্ধিছোঁ।"

তেওঁ হাতত এডাল লাঠি লৈ ফুৰিছিল। যেতিয়া তেওঁৰ ভিতৰত তন্দ্ৰা বা অলসতা আহিছিল তেওঁ সেই লাঠি ডালেৰে নিজৰ শৰীৰটোক কোবাইছিল।

এদিনাখন তেওঁ এজোৰ নতুন পোছাক পিন্ধি অলপ পিছতে ইয়াক জুইত পুৰি পেলালে। মানুহবিলাকে ইয়াৰ কাৰণ সোধাত তেওঁ ক'লে, যে সেই পোছাকটিৰ প্ৰতি তেওঁৰ মনটো আসক্ত হৈছিল। গতিকে তেওঁ তাক পুৰি পেলালে।

এদিনাখন দৰবেশসকলৰ এখন সভাত তেওঁ 'আল্লাহ আল্লাহ' বুলি জিকিৰ কৰি আছিল। এইটো দেখি এজন দৰবেশে তেওঁক সুধিলে, "আপুনি—লা ইলাহা ইল্লাল্লাহ—বুলি কোৱা নাই কিয়?" তেওঁ ক'লে, "মোৰ ভয় হয় যে মই—লা ইলাহা—কথাষাৰ কোৱাৰ লগে লগে যদি মোৰ নিশ্বাস বন্ধ হৈ যায় তেতিয়া যে মোৰ কি দশা হ'ব।" তেওঁৰ এই কথাষাৰে দৰবেশ জনৰ মনত এনেকুৱা এটি ভাবৰ সঞ্চাৰ কৰিলে যে দৰবেশ জন কঁপি কঁপি মাটিত পৰি গ'ল আৰু লগে লগে তেওঁৰ মৃত্যু হ'ল। দৰবেশ জনৰ আত্মীয় স্বজনে তেওঁক ধৰি নি কাজীৰ ওচৰত গোচৰ দিলে। কাজীয়ে তেওঁক সুধিলে, "এই বিষয়ে আপোনাৰ কি কব লগা আছে?" তেওঁ ক'লে, "এটি প্ৰাণ আল্লাৰ প্ৰেমৰ জুইত জ্বলি আছিল। যেতিয়া সেই দগ্ধ প্ৰাণত আল্লাৰ নামৰ সৌন্দৰ্য্যৰ বিদ্যুত প্ৰবাহিত হ'ল তেতিয়া সেই দগ্ধ প্ৰাণ পক্ষী দেহ পিঁজৰা এৰি উৰি গ'ল। ইয়াত মোৰ কি অপৰাধ?" কাজীয়ে

তেওঁৰ কথা শুনি ক'লে, "তেওঁক এৰি দিয়া। তেওঁৰ কথা শুনি মোৰ মূৰ ঘূৰি গৈছে। মোৰ ভয় হয় যে মইও হয়তো বেহুঁচ হৈ পৰি যাব পাৰোঁ।"

কোনোবাই তেওঁৰ ওচৰত দীক্ষা লবলৈ আহিলে তেওঁ কৈছিল, "প্ৰথমে আল্লাৰ ওপৰত নিৰ্ভৰ কৰি দূৰ মৰু প্ৰান্তত কিছুদিন ঘূৰা, তাৰ পিছত কা'বা ঘৰত হজ্জ কৰি আহা, তেতিয়াহে মোৰ সঙ্গ লাভ কৰিবলৈ উপযুক্ত হবা। কাৰণ, সাধনাৰ পথত মৃত্যু হলেও তোমালোকৰ উদ্দেশ্য সিদ্ধ হব আৰু তোমালোকে আল্লাক পাবা।"

এদিনাখন তেওঁ কেইজনমান ধনীমানুহক দেখিলে যে তেওঁলোক আমোদ প্ৰমোদত মত্ত হৈ আছে। তেওঁ কান্দি কান্দি কলে, "হায়, এওঁলোক আল্লাৰ জিকিৰৰ (স্মৰণৰ) পৰা আতৰি থাকি পাথিৱ আনন্দত নিজকে লিপ্ত কৰিছে। পৃথিবীয়ে এওঁলোকক জঘণ্য আৰু কুৎসিত বিষয়ত আচ্ছন্ন কৰি পেলাইছে।

এদিনাখন তেওঁ শিষ্যসকলক লগত লৈ এটি ৰাস্তায়েদি গৈ থাকোতে দেখিলে যে এজন মানুহৰ মূৰৰ লাউখোলা এটি পৰি আছে আৰু তাত লিখা আছে, "এওঁ ইহকাল আৰু পৰকাল নষ্ট কৰিছে।" তেওঁ এইটো দেখি উচ্চস্বৰে কৈ উঠিল, "এইটো মূৰ নিশ্চয় কোনোবা সাধকৰ হব। কাৰণ, এই সাধকজনে আল্লাৰ সাক্ষাৎ লাভৰ উদ্দেশ্যে ইহকাল আৰু পৰকালৰ সুখ শান্তি সকলোবোৰ কোৰ্‌বান (ত্যাগ) কৰিছে।"

মৃত্যুৰ সময়ত তেওঁৰ দৃষ্টি শক্তি কমি গৈছিল। তেওঁ কৈছিল, "হে আল্লাহ! যি ঘৰত তুমি আছা সেই ঘৰত বন্তিৰ প্ৰয়োজন নাই।" যেতিয়া লোকসকল তেওঁৰ জানাজা (মৃতকৰ আত্মাৰ সদগতিৰ বাবে কৰা প্ৰাৰ্থনা) পঢ়িবলৈ আহিল তেওঁ ক'লে, "জীৱিতৰ জানাজা পঢ়িবলৈ এদল মৃতলোক আঁহিছে।" এইবুলি কৈ তেওঁ শেষ নিশ্বাস ললে।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল :—

১। তোমালোকে আল্লাৰ দয়াৰপৰা নিৰাশ নহবা।

২। তোমালোকে পাথিৱ লোভৰপৰা আতৰি থাকিবা; তেতিয়াহলে পৰকালৰ ভয়ৰ পৰা মুক্ত হবা।

৩। পৰকালৰ দুখ কষ্টৰ তুলনাত পাৰ্থিৱ দুখ কষ্ট একেবাৰেই নহয়। যদি তোমালোকে পাৰ্থিৱ বিপদ, লাঞ্ছনা, আদি সহ্য কৰিব পাৰা তেন্তে আল্লাৰ কৰুণা তোমালোকৰ ওপৰত বৰষিব।

৪। পাৰ্থিৱ শৰীৰ ধ্বংস হলেই 'লা ইলাহা ইল্লাল্লাহ' (অৰ্থাৎ আল্লাৰ বাহিৰে আন কোনো উপাস্য নাই) এই কথাষাৰৰ প্ৰকৃত ৰহস্য প্ৰকাশ হয়।

৫। শৰীৰৰ শক্তিক দমাই ৰখা আৰু প্ৰত্যেকটি শ্বাস প্ৰশ্বাসক আল্লাৰ জিকিৰত (স্মৰণত) ব্যস্ত ৰখাটোৱেই হৈছে দৰবেশী বা ফকিৰি।

৬। চুফী সেই সময়তহে প্ৰকৃত চুফী হব পাৰিব যেতিয়া তেওঁ সমস্ত জগতবাসীক নিজৰ পৰিয়াল বুলি ধাৰণা কৰিব পাৰিব আৰু সেই বিলাকৰ বোজা বহন কৰিবলৈ সন্মত হব।

৭। যিজন লোক মানুহৰপৰা সকলো সম্পৰ্কে ছিন্ন কৰি আল্লাৰ লগত মিলিত হয় তেৱেঁই প্ৰকৃত চুফী।

৮। যিয়ে আল্লাৰ প্ৰেমৰ দাবী কৰে, অথচ তেওঁৰ বাহিৰে আন বস্তুৰ ওপৰত আসক্ত হয় তেওঁ আল্লাৰ লগত প্ৰবঞ্চনা কৰে।

৯। আল্লাৰ উৰ্দ্দেশ্য প্ৰত্যেকটি বস্তু কোৰ্বান (ত্যাগ) কৰাটোৱেই হৈছে প্ৰেমৰ নিদৰ্শন।

১০। আওলীয়া সেইজন যিয়ে আল্লাৰ মনত সামান্য দুখ দিয়াটো কেতিয়াও সহ্য কৰিব নোৱাৰে।

১১। এইটো মনত ৰাখিবা যে কোনেও আল্লাৰপৰা পলাই সাৰিব নোৱাৰিব।

১২। আল্লাক বিচৰাটোহে সাহসৰ কাম। ইয়াৰ বাহিৰে পৃথিৱীত আন কোনো সাহসৰ কাম নাই।

১৩। যিয়ে আল্লাৰ বাহিৰে আন কোনো বিষয়ত মগ্ন নহয় তেওঁহে আওঁলীয়া।

১৪। আল্লাৰ এবাদত (উপাসনা) কৰাৰ নাম শ্বৰীয়ত, তেওঁক বিচৰাটো তৰীকত, তেওঁৰ দৰ্শন লাভ কৰাটো হকীকত আৰু তেওঁৰ লগত নিজকে বিলীনকৰি দিয়াটোৱেই হৈছে মা'ৰেফাত।

১৫। আল্লাৰ জিকিৰৰ (স্মৰণৰ) বাহিৰে জিভা চলোৱা-টোৱেই প্ৰতাৰণা।

১৬। দানৰ প্ৰতি লক্ষ্য নকৰি দাতাৰ প্ৰতি লক্ষ্য কৰাটোহে কৃতজ্ঞতা।

## ৭৯। হজৰত আবু নছৰ ছিৰাজ (ৰঃ)।

হজৰত আবু নছৰ ছিৰাজ (ৰঃ) তুচ নগৰৰ অধিবাসী আছিল। তেওঁ ৰমজান মাহত প্ৰত্যেক বছৰে বাগদাদ নগৰলৈ আহিছিল। তাৰ বড় মছজিদৰ এটি নিৰ্জন কোঠাত তেওঁক থাকিবলৈ স্থান দিয়া হৈছিল আৰু দৰবেশসকলৰ ইমামতিৰ কামত তেওঁক নিযুক্ত কৰা হৈছিল। তেওঁ প্ৰত্যেক বছৰে তাৰাবীৰ নামাজত পাচ বাৰকৈ কোৰ্‌আন শৰীফ খতম কৰিছিল আৰু ঈদৰ নামাজতো তেৱেঁই ইমামতি কৰিছিল। মানুহবিলাকে তেওঁক 'তাউছুল ফুকাৰা' (অৰ্থাৎ ফকিৰসকলৰ ময়ূৰ) বুলি মাতিছিল।

মা'ৰেফাত (খোদাতত্ত্বজ্ঞান) আৰু সাধনা ক্ষেত্ৰত তেওঁৰ আসন অতি উচ্চ আছিল। তেওঁ হজৰত ছৰ্‌ৰী ছক্‌তী আৰু হজৰত আলী চহল ইস্পাহানীৰ লগত থাকি মা'ৰেফাতৰ বহুতো জ্ঞান লাভ কৰিছিল আৰু 'লোমা' নামেৰে এখনি প্ৰসিদ্ধ কিতাপো লিখিছিল। তেওঁ ৰমজান মাহত একোকে খোৱা নাছিল। এইটো দেখি সকলোৰে অবাক হৈছিল।

শীত কালত এদিনাখন ৰাতি তেওঁ একুৰা জুইৰ ওচৰত বহি তেওঁৰ শিষ্যসকলৰ লগত মা'ৰেফাতৰ বিষয়ে আলোচনা কৰি আছিল। হঠাতে তেওঁৰ মনত এটি ভাবৰ উদয় হ'ল। তেওঁ আল্লাক ছিজদাহ (সাষ্টাঙ্গে প্ৰণাম) কৰোতে মূৰতো জুইত সোমাই গ'ল। অলপ পিছত যেতিয়া তেওঁ ছিজ্‌দাহৰপৰা মূৰটো দাঙিলে শিষ্যসকলে দেখিলে যে তেওঁৰ আনকি এডাল চুলিও পোৰা নাই। শিষ্যসকলে আচৰিত হৈ জুইয়ে তেওঁক নোপোৰাৰ কাৰণ সোধাত তেওঁ কলে যে যিয়ে আল্লাৰ নামত নিজৰ মান সম্মান ত্যাগ কৰে জুইয়ে তেওঁক পুৰিব নোৱাৰে।

তেওঁৰ মৃত্যুৰ আগেয়ে কৈছিল যে যাৰ মৃতদেহ তেওঁৰ কবৰৰ ওচৰলৈ অনা হব আল্লাই তেওঁক ক্ষমা কৰিব। এতিয়ালৈ তুচ্

নগৰত এইটো প্ৰথা চলি আছে। কাৰোবাৰ মৃত্যু হলে মৃতদেহ প্ৰথমে তেওঁৰ কবৰৰ ওচৰত ৰখা হয়, তাৰ পিছতহে দফন কৰা হয়। (কবৰ দিয়া হয়)

তেওঁৰ কেইটামান সদুপদেশ তলত দিয়া হ'ল ঃ—

প্ৰেমীকৰ বুকুত যেতিয়া আল্লাৰ প্ৰেমৰ জুই জ্বলি প্ৰবল আকাৰ ধাৰণ কৰে তেতিয়া আল্লাৰ বাহিৰে তেওঁৰ অন্তৰত আন কোনো বস্তু থাকিব নোৱাৰে। সেই জুইত সমস্ত বস্তু পুৰি ভস্ম হৈ যায়।

২। আল্লাৰ সন্তুষ্টিৰ কাৰণেহে সকলোবোৰ কাম হোৱা উচিত।

৩। নামাজত থিয় হলে অন্যমনস্ক, স্বাদ নোপোৱা, আদি যিবোৰ বিপদ হয় সেইবোৰ কেৱল নিয়তৰ (সঙ্কল্পৰ) গোল-মালৰ কাৰণেহে হ'য়।

৪। আদবৰ (আচৰণৰ) বিষয়ত মানুহবিলাক তিনিটা ভাগত বিষক্ত ঃ—(১) সাংসাৰিক লোক— তেওঁলোকে কথা বতৰাত প্ৰাঞ্জলতা আৰু মিষ্টতা ৰক্ষা কৰে আৰু বাদচাহৰ গুণ গৰিমা বেছি পৰিমানে প্ৰকাশ কৰে। (২) ধাৰ্মিক লোক— তেওঁলোকে মনৰ পৱিত্ৰতা ৰক্ষা কৰে, আল্লাৰ মা'ৰেফাত (তত্বজ্ঞান) অন্তৰত সংৰক্ষণ কৰে, ইন্দ্ৰিয়বোৰক যন্ত্ৰণা দিয়ে, নিজকে সংযত ৰাখে আৰু ৰিপুৰ বাসনা ত্যাগ কৰে। (৩) আল্লাৰ বিশিষ্ট লোক— তেওঁলোকে সময়ৰ সদ্ব্যৱহাৰ কৰে, প্ৰতিজ্ঞা প্ৰতিশ্ৰুতি পূৰ্ণ কৰে, ৰিপুৰ বাসনাৰ প্ৰতি কম নজৰ দিয়ে, আল্লাৰ নৈকট্য লাভ কৰে আৰু সকলো অৱস্থাতে নিজৰ শিষ্টতা আৰু ভদ্ৰতা বজায় ৰাখে।

## ৮০। হজৰত আবুল আব্বাচ কাচ্ছাব (ৰঃ)।

হজৰত আবুল আব্বাচ কাচ্ছাব (ৰঃ) পশ্চিম দেশীয় লোক আছিল। তেওঁ মা'ৰেফাতত (খোদাতত্বজ্ঞানত) পৰম জ্ঞানী আৰু আওলীয়াসকলৰ নেতা আছিল। তেওঁৰ অলৌকিক ক্ষমতা, অন্তৰৰ

স্বচ্ছলতা আৰু প্ৰবৃত্ত দমনত তেওঁ উচ্চ স্থান অধিকাৰ কৰিছিল। সেই কাৰণে মানুহে তেওঁক 'আলেমে মোমলেকাৎ' (আধ্যাত্ম জগতৰ কাৰ্য্যনিৰ্বাহক) বুলি অভিহিত কৰিছিল। তেওঁ হজৰত তাবু ওছমান চাঈদ, হজৰত আবুল খায়েৰ আক্‌তা, আদি আওলীয়া সকলৰ পীৰ (গুৰু) আছিল।

এদিনাখন তেওঁ এখন নিৰ্জন ঠাইত আল্লাৰ ধ্যানত এনেদৰে নিমগ্ন আছিল যে যেতিয়া মোৱাজ্জিনে (নামাজলৈ আহ্বান কৰোতাই) নামাজলৈ আহ্বান কৰিছিল তেওঁ কৈছিল, "এইটো মোৰ কাৰণে বৰ কষ্টকৰ যে মই আল্লাৰ সম্মুখৰপৰা গুচি গৈ তেওঁৰ দৰবাৰত উপস্থিত হম।" অৱশেষত তেওঁ নামাজৰ কাৰণে ওলাই আহি মছজিদত নামাজ আদায় কৰিলে।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ—

১ যদি আল্লাই তোমাৰ মঙ্গল কামনা কৰে তেন্তে তেওঁ তোমাক ৰিপুৰ বিষয়ে জ্ঞান দান কৰিব তেতিয়া তুমি আন আন সৃষ্ট বস্তুকো তোমাৰ নিজৰ নিচিনা দেখিবা।

২। প্ৰত্যেকে আল্লাৰপৰা দূৰত থাকিবলৈ বিচাৰে। এইটোৱে মানুহৰ ধ্বংস আনে। প্ৰকৃততে তেওঁৰ দাসত্বতহে শান্তি পোৱা যায়।

৩। তুমি সদায় আল্লাৰ স্বভাৱ গ্ৰহণ কৰিবা। অন্যথায় তুমি দুখ কষ্ট ভোগ কৰি থাকিবা।

৪। মই তোমালোকৰে নিচিনা এজন মানুহ। কিন্তু তোমালোক আৰু মোৰ ভিতৰত পাৰ্থক্য এইখিনি যে তোমালোকে কথা কোৱা মোৰ সম্মুখত আৰু মই কথা কওঁ আল্লাৰ সম্মুখত। তোমালোকে মোৰ কথা শুনা আৰু মই তেওঁৰ কথা শুনোঁ।

৫। হজৰত মোহাম্মদ (ছঃ) মৃত নহয়; বৰং তোমালোকৰ চকুহে মৃত।

৬। পুণ্যবান লোকসকল আনৰ শান্তিৰ পাত্ৰ, ভয়ৰ পাত্ৰ নহয়,। কিয়নো আল্লাৰ জগত তেওঁলোকৰ সাক্ষ্যাৎ হয় আৰু আল্লাৰ সহযোগত তেওঁলোকে লোক সকলক দেখে।

৭। পাথিৱ বস্তুবোৰ অপবিত্ৰ। যাৰ অন্তৰ পাথিৱ প্ৰেমত আসক্ত তেওঁ পাথিৱ বস্তুবোৰতকৈ বেছি অপবিত্ৰ।

৮। লোভ কৰাটো বীৰত্বৰ চিন নহয়, বৰং ই কাপুৰুষতাৰ চিন।

৯। সাধকসকলৰ স্থান বেহেস্ত আৰু দোজখৰ (সৰগ আৰু নৰকৰ) বহুত ওপৰত। কাৰণ, তেওঁলোকৰ নিজৰ কোনো অস্তিত্বই নাই।

## ৮১। হজৰত আবু ইছ্‌হাক ইব্ৰাহিম খাওৱাছ (ৰঃ)।

হজৰত আবু ইছহাক ইব্ৰাহিম খাওৱাছ (ৰঃ) ইৰাকৰ 'ৰয়' নামেৰে এখন নগৰৰ অধিবাসী আছিল। তেওঁৰ পিতাকৰ নাম আহমদ খাওৱাছ আছিল। তেওঁ তৰীকত পন্থাত উচ্চ সম্মান লাভ কৰিছিল আৰু নিৰ্ভৰশীলতাৰ চৰম সীমাত উপনীত হৈছিল। সেই কাৰণে তেওঁক 'ৰইছুল মোতাওৱা ক্কেলীন' (অৰ্থাৎ নিৰ্ভৰশীলসকলৰ নেতা) বুলি কোৱা হৈছিল।

তেওঁ হজৰত জুনায়েদ বাগদাদী আৰু হজৰত আবুল হাছান নুৰী বাগদাদীৰ সমসাময়িক আওলীয়া আছিল আৰু বহুতো ডাঙৰ ডাঙৰ আওলীয়াৰ সংশ্ৰৱত থাকি মা'ৰেফাতৰ (খোদাতত্ত্বৰ) জ্ঞান লাভ কৰিছিল। তেওঁ একমাত্ৰ আল্লাৰ ওপৰতে নিৰ্ভৰশীল হৈ বহুত দেশ ভ্ৰমণ কৰিছিল আৰু সেইবোৰৰ অভিজ্ঞতাৰ পৰা বহুতো কিতাপ লিখিছিল। তেওঁ ছামৰাৰে পানী খোৱা পাত্ৰ তৈয়াৰ কৰিছিল কাৰণে মানুহে তেওঁক 'খাওৱাছ' বুলিছিল।

এবাৰ হজৰত খিজিৰ (আঃ) এ তেওঁৰ লগত দেখা কৰিবলৈ অনুমতি বিচাৰিছিল। তেওঁ নিৰ্ভৰশীলতাত ক্ষতি হব বুলি ভাবি অনুমতি নিদিলে। কাৰণ, আল্লাৰ বাহিৰে আন কাৰোবাৰ শ্ৰেষ্ঠত্ব আৰু সম্মানে তেওঁৰ অন্তৰ অধিকাৰ কৰাটো তেওঁ মুঠেই পছন্দ কৰা নাছিল। এদিনাখন তেওঁ এজন মানুহৰ লগত মক্কালৈ গৈ আছিল। ৰাস্তাত যাওতে প্ৰত্যেকদিন দুখনকৈ ৰুটী আৰু দুপিয়লাকৈ পানী অদৃশ্যৰপৰা আহি তেওঁলোকৰ ওচৰত হাজিৰ হৈছিল। হঠাতে এজন বৃদ্ধ লোকৰ লগত তেওঁলোকৰ দেখা হ'ল। সেই

বৃদ্ধ লোকজনে তেওঁক দেখি ঘোঁৰাৰপৰা নামিল আৰু কিছু সময় আলাপ আলোচনা কৰি আকৌ ঘোঁৰাত উঠি গুচি গ'ল। মানুহজনে সেই বৃদ্ধ লোকজন কোন বুলি পৰিচয় সোধাত তেওঁ কলে, "এই জনেই হজৰত খিজিৰ ( আঃ )। তেওঁ মোৰ লগত দেখা কৰিবলৈ আহিছিল।

এদিনাখন এজন মানুহে তেওঁক সুধিলে "হুজুৰ! আপুনি খোৱা বস্তুবোৰ কৰ পৰা পায় ?" তেওঁ ক'লে, "সন্তানে মাতৃ গৰ্ভত থাকি য'ৰ পৰা খাবলৈ পায় আৰু বনৰীয়া পশু পক্ষী বোৰে য'ৰপৰা খাবলৈ পায় মইও তাৰ পৰাই খোৱা বস্তুবোৰ পাওঁ।"

এদিনাখন এখন হাবিৰ মাজেদি তেওঁ গৈ আছিল। এনেতে এটা প্ৰকাণ্ড বাঘ খোৰে খোৰে আহি তেওঁৰ ওচৰত শুই পৰিল। তেওঁ নজৰ কৰি দেখিলে যে সেইজনী এজনী মাইকী বাঘ, আগৰ ঠেং এখন ঘা হৈ ফুলি গৈছে আৰু তাই যন্ত্ৰণাত অস্থিৰ হৈ কেঁকাইছে। তেওঁ ফুলি থকা ঠাই ভোখৰৰপৰা পুঁজ উলিয়াই দি ঘা ডোখৰ পানীৰে ধুই দিলে আৰু তাত কাপোৰেৰে এটি পট্টি বান্ধি দিলে। বাঘজনী আনন্দ মনে হাবিত সোমাল আৰু অলপ পিছতে দুটি পোৱালি লগত লৈ আহি তেওঁৰ ওচৰত নেজডাল লৰাই লৰাই কৃতজ্ঞতা প্ৰকাশ কৰিলে।

এদিনাখন তেওঁ এজন শিষ্যৰ লগত গৈ গৈ এখন হাবিৰ মাজত এজোপা গছৰ তলত উপস্থিত হ'ল। তাত তেওঁ নামাজত মগ্ন হ'ল। এনেতে এটা প্ৰকাণ্ড বাঘ আহি গুজৰিবলৈ ধৰিলে। শিষ্যজনে ভয়তে কপি কপি দৌৰি গৈ এজোপা ওখ গছত উঠিল। তেওঁ নামাজ পঢ়িয়ে থাকিল। বাঘটো আহি তেওঁৰ ওচৰত বহিল আৰু কিছু সময় তেওঁৰ পিনে চাই থাকি অৱশেষত তাৰপৰা গুচি গ'ল।

এদিনাখন পথ ভুলি তেওঁ এখন হাবিৰ মাজেদি অকলে গৈ আছিল। এনেতে কৰবাৰপৰা এজন মানুহ আহি তেওঁৰ ঘাৰত এটি বৰ জোৰকৈ ধাক্কা দিলে। তেওঁ বৰ আঘাত পালে। তাৰ পিছতে তেওঁ দেখিবলৈ পালে যে সেই মানুহজনৰ মূৰটো ছিগি মাটিত পৰিল।

এদিনাখন তেওঁ এটা ৰাস্তায়েদি গৈ থাকোতে এজন যুবকে আহি তেওঁৰ লগত যাবলৈ অনুমতি বিচাৰিলে। সেই যুবকটি অগ্নি পুজক সন্ন্যাসী আছিল। তেওঁ অনুমতি দিলে। দুয়োজনে এসপ্তাহ একেলগে যোৱাৰ পিছত অষ্টম দিনাখন সেই যুবকটিয়ে ভোকত অস্থিৰ হৈ তেওঁৰ ওচৰত কিবা খাবলৈ বিচাৰিলে। তেওঁ আল্লাৰ ওচৰত দোৱা কৰিলে। তাৰ পিছত তেওঁ দেখিলে যে কবৰাৰ পৰা ৰুটী, ভজা মাছ, খোৰ্মা, ফলেৰে ভৰা এটি খাচা আৰু পানীৰে ভৰা এটি কলহ আহি তেওঁৰ সন্মুখত উপস্থিত হ'ল। তেওঁলোক দুয়ো-জনে সেইবোৰ তৃপ্তি পলাই খালে। এইটো দেখি যুবকটি আচৰিত হ'ল আৰু তেতিয়াই তেওঁৰ হাতত ধৰি মুছলমান হ'ল। তেওঁলোকে গৈ গৈ মক্কা পালে আৰু তাতে যুবকটি বৈ গ'ল।

তেওঁ শৌচ কৰি আহি সদায় গা ধুইছিল। শেষ বয়সত তেওঁ বহুতো দেশ ভ্ৰমণ কৰি আহি ২৯১ হিজৰীত যেতিয়া ৰয় নগৰ পালে তেওঁৰ এদিনাখন গ্ৰহণী ৰোগ হ'ল। তেওঁ দিন আৰু ৰাতিৰ ভিতৰত সাত বাৰ গা ধুলে আৰু প্ৰত্যেক বাৰতে দুৰাকাতকৈ নামাজ পঢ়িলে। সেই অৱস্থাতে তেওঁৰ মৃত্যু হ'ল।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল :—

১। যিয়ে অন্তৰেৰে সৈতে বিশ্বাস কৰে যে আল্লাই নিজৰ অঙ্গীকাৰ পূৰ্ণ কৰে তেওঁ যেন আল্লাৰ ওপৰত ভৰসা কৰি বিশ্ৰাম কৰে আৰু তেওঁৰ ওপৰত সম্পূৰ্ণ ভাবে নিৰ্ভৰ কৰে।

২। ভাল বক্তা হোৱাটোৱেই জ্ঞানী হোৱাৰ পৰিচয় নহয়। যিয়ে ইল্‌ম (বিদ্যা) অনুযায়ী আমল (কৰ্ম) কৰে তেওঁৰ ইলম (বিদ্যা) অলপ হলেও তেওঁহে প্ৰকৃত আলেম (জ্ঞানী)।

৩। সৎ চিন্তাই ধ্যান আনে আৰু ধ্যানে নিগূঢ় প্ৰেম আনে।

৪। বেমাৰী মনৰ ঔষধ পাচটি,— (১) নিয়মিত ভাবে কোৰ্‌আন শ্বৰীফ পঢ়া আৰু কোৰ্‌আনৰ শিক্ষা অনুযায়ী কাম কৰ। (২) সদায় ভোগ্য বস্তুৰপৰা পেট খালি ৰখা। (৩) শেষ ৰাতি উঠি তাহাজ্জোদ নামাজ পঢ়া। (৪) ৰাতি পুৱাই অতি বিনীত ভাবে আল্লাৰ ওচৰত দোৱা (প্ৰাৰ্থনা) কৰা। (৫) আওলীয়া দৰবেশ সকলৰ সঙ্গ লাভ কৰা।

# ৮২। হজৰত মম্‌চাদ দীনুৰী (ৰ)।

হজৰত মম্‌চাদ দীনুৰী (ৰঃ) দীনুৰ নগৰৰ অধিবাসী আছিল। তেওঁ খোদা প্ৰেমত আকৃষ্ট আৰু এবাদতত (আল্লাৰ উপাসনাত) অদ্বিতীয় আছিল। তেওঁ নিজৰ সদগুণ আৰু সচ্চৰিত্ৰৰ দ্বাৰা আন আন আওলীয়া সকলৰ প্ৰিয় পাত্ৰ হৈছিল।

তেওঁ এটি সৰু জুপৰি ঘৰত বাস কৰিছিল আৰু ঘৰৰ দুৱাৰ সদায় বন্ধ ৰাখিছিল। যেতিয়া কোনোবা অচিনাকী লোক তেওঁৰ ওচৰলৈ আহিছিল তেওঁ কৈছিল, "তুমি যোৱা, তুমি মোৰ লগত বেছি দিন থাকিলেই তোমাৰ ওপৰত মোৰ আন্তৰিক মৰম জন্মিব। তাৰ পিছত যেতিয়া তুমি গুচি যাবা তোমাৰ বিচ্ছেদ যন্ত্ৰণা মই সহ্য কৰিব নোৱাৰিম।"

এদিনাখন এজন মানুহে আহি তেওঁৰ ওচৰত দোৱা বিচাৰিলে। তেওঁ ক'লে, "যোৱা, তুমি আল্লাৰ ওচৰত দোৱা বিচাৰা, মোৰ দোৱাৰ প্ৰয়োজন নাই।" মানুহজনে সুধিলে, "আল্লাক ক'ত পোৱা যাব?" তেওঁ ক'লে, "যত তুমি নাই তাত তেওঁ আছে" এই কথা শুনি সেই মানুহজনে মানৱ সমাজ ত্যাগ কৰিলে আৰু নিৰ্জনতাৰ আশ্ৰয় ললে। অলপ দিনৰ ভিতৰতে তেওঁৰ ভাগ্যৰ দুৱাৰ মুকলি হ'ল আৰু আল্লাৰ আশ্ৰয়ত শান্তি লাভ কৰিলে।

এবাৰ বান পানীত গোটেইখন দেশ ডুবি গ'ল। মানুহবিলাকে ভয়তে তেওঁৰ ওচৰলৈ আহিল। তেওঁ দেখিলে যে এজন মানুহ পানীৰ ওপৰত জায়নামাজ (নামাজৰ আসন) এখন পাৰি তাৰ ওপৰত বহি পানীত ভাহি আহিছে। তেওঁ মানুহজনক দেখিয়ে চিনি পালে যে সেই মানুহজনেই এদিনাখন তেওঁৰ ওচৰলৈ দোৱা বিচাৰি আহিছিল। তেওঁ যেতিয়া মানুহজনক, "খবৰ কি?" বুলি সুধিলে মানুহজনে ক'লে "হজুৰ এইটো আপোনাৰ দান। আপোনাৰ নিৰ্দেশ অনুযায়ী মই যেতিয়া আল্লাৰ আশ্ৰয় গ্ৰহণ কৰিলোঁ তেতিয়া আল্লাই মোক এই উচ্চ পদ দান কৰিছে, যিটো আজি আপুনি দেখিছে"

২৯৯ হিজৰীত তেওঁ মৃত্যু হয়।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ—

১। তিনিটা উপায়েৰে মা'ৰেফাত (খোদাতত্ত্বজ্ঞান) লাভ হয় ঃ- (১) আল্লাৰ মহিমা আৰু সৃষ্টি কৌশল সম্বন্ধে আলোচনা, (২)

জগতৰ নিয়ম প্ৰণালী আৰু সামঞ্জস্য সম্বন্ধে সূক্ষ্ম আলোচনা. (৩) জগতৰ সৃষ্ট বস্তু আৰু প্ৰাণীবোৰৰ সম্বন্ধে সূক্ষ্ম আলোচনা।

২। তৌহিদে ( আল্লাৰ একত্ববাদে ) মানুহক একত্ৰিত কৰে আৰু স্বকীয়তক হোৱা বিভিন্নতাই বিচ্ছেদ ঘটায়।

৩। জ্ঞানীলোকে নীৰৱে থাকি সূক্ষ্ম আলোচনাৰ দ্বাৰা জ্ঞান লাভ কৰে।

৪। নবীসকলৰ অন্তৰ আল্লাৰ দৰ্শনত আৰু আওলীয়াসকলৰ আত্মা আল্লাক পোৱাৰ অনুসন্ধানত ৰত।

৫। অন্তৰ শুদ্ধ কৰা, আল্লাৰ ইচ্ছানুযায়ী কাম কৰা আৰু জৰুৰী কামত মানুহৰ লগত মিলা প্ৰীতিৰ ভাব ৰখাটো হৈছে মানুহৰ কৰ্ত্তব্য আৰু নিজকে ধনী বুলি জনা, সদায় আত্মগোপন কৰি চলা আৰু অনাৱশ্যক কামৰপৰা বিৰত থকাতো হৈছে আওলীয়াৰ কৰ্ত্তব্য।

৬। লোভ ত্যাগ কৰা আৰু অন্তৰত উদয় হোৱা কামৰপৰা বিৰত থকাটোৰে নিৰ্ভৰশীলতা।

## ৮৩। হজৰত আবু ইছহাক ইব্ৰাহিম ছায়বানী ( ৰঃ )।

হজৰত আবু ইছহাক ইব্ৰাহিম ছায়বানী ( ৰঃ ) এজন শ্ৰেষ্ঠ আওলীয়া আছিল। তেওঁ আধ্যাত্মিক জগতত বাস কৰিছিল। ৰিপুৰ বিৰুদ্ধে সাধনা আৰু একনিষ্ঠ এবাদতত ( আল্লাৰ উপাসনাত ) তেওঁৰ সমকক্ষ কোনো নাছিল। তেওঁ আল্লাৰ বন্ধু আৰু আদৰ্শ আওলীয়া আছিল আৰু সদায় 'মোৰাকাবা আৰু মোহাহাদাত ( আল্লাৰ ধ্যান উপাসনাত ) মগ্ন আছিল।

তেওঁ মক্কাত চল্লিশ বছৰ হজৰত আবু আবদুল্লাহ মাগৰেবীৰ সেৱাত কটাইছিল। এই সুদীৰ্ঘ সময়ৰ ভিতৰত মানুহে সাধাৰণতে যিবোৰ বস্তু খায় তেওঁ সেইবোৰ বস্তু খোৱা নাছিল। তেওঁ আনকি আশী বছৰ বয়সলৈ মনৰ লোভনীয় কোনো আহাৰ খোৱা নাছিল।

তেওঁ শ্যাম দেশতো কিছুদিন আছিল। সেই সময়ত এদিন তেওঁৰ মচুৰৰ দালি খাবলৈ প্ৰবল ইচ্ছা হোৱাত তেওঁ এপিয়লা মচুৰৰ দালি খাইছিল। তাৰ পিছত তেওঁ বজাৰলৈ গৈ এখন দোকানত কিছুমান মদৰ পাত্ৰ দেখি সেইবাৰ ভাঙি পেলালে।

দোকানৰ মালিকে তেওঁক ধৰি নি বিচাৰকৰ ওচৰত গোচৰ দিলে। বিচাৰকৰ হুকুম মতে তেওঁক দুশ কোৰা ( বেতৰ কোব ) মৰা হ'ল আৰু তাৰ পিছত তেওঁক জেলত বন্দী কৰা হ'ল। হজৰত আবু আব্দুল্লাহ মাগৰেবীয়ে এইটো খবৰ পাই তেওঁক জেলৰ পৰা মুক্ত কৰি আনিলে আৰু ইয়াৰ কাৰণ সোধাত তেওঁ ক'লে, "মই এদিনাখন শ্যাম দেশত থাকোতে পেট ভৰাই মচুৰৰ দালি খাইছিলোঁ। তাৰ বাবে মোৰ এই শাস্তি হ'ল।"

তেওঁ মক্কালৈ গৈ হজ্জ কৰিছিল আৰু তাৰ পিছত যেতিয়া মদিনালৈ গৈ হজৰত মোহাম্মদ ( ছঃ )-ৰ কবৰ জিয়াৰত ( দৰ্শন ) কৰিছিল তেওঁ কৈছিল, "আচ্ছালামু আলাইকা ইয়া ৰাছুলুল্লাহ" (হে আল্লাৰ প্ৰেৰিত দূত! আপোনাৰ ওপৰত শান্তি বৰষক)। তেতিয়া কবৰৰ ভিতৰৰ পৰা উত্তৰ আহিছিল, "ৱা আলাই-কুমুচ্ছালাম ইয়া ইব্নে ছায়বান" ( হেৰা ছায়বানৰ ল'ৰা! তোমাৰ প্ৰতিও শান্তি বৰষক )।

তেওঁ পৃথিৱীৰ বুকুত ৮০ বছৰ জীয়াই আছিল।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ—

১। যিয়ে মুক্তি বিচাৰে তেওঁৰ কৰ্তব্য তেওঁ যেন আন্তৰিকতাৰে সৈতে আল্লাৰ এবাদত ( উপাসনা ) কৰে।

২। আল্লাৰ প্ৰেমিকসকল আল্লাৰ বাহিৰে আন কোনো বস্তুতে আসক্ত নহয়।

৩। সদায় আল্লাক স্মৰণ কৰিবা আৰু কেতিয়াও তেওঁক নাপাহৰিবা। যদি এইটো কৰিব নোৱাৰা তেন্তে সদায় মৃত্যুক স্মৰণ কৰিবা।

## ৮৪। হজৰত আবু বাকাৰ ছায়দলানী (ৰঃ)।

হজৰত আবু বাকাৰ ছায়দলানী ( ৰঃ ) পাৰস্যৰ অধিবাসী আছিল। তেওঁৰ নিচিনা শ্ৰেষ্ঠ আওলীয়া সেই সময়ত পাৰস্যত নাছিল। তেওঁ আল্লাৰ এবাদতত ( উপাসনাত ) ইমানখিনি শ্ৰেষ্ঠত্ব লাভ কৰিছিল যে হজৰত আবু বাকাৰ ছিবলীয়েও তেওঁক অতিশয় শ্ৰদ্ধা কৰিছিল।

তেওঁ নিজকে সদায় আত্ম গোপণ কৰি চলিছিল। তেওঁৰ মৃত্যুৰ পিছত যেতিয়া তেওঁৰ শিষ্যসকলে তেওঁৰ নাম, ঠিকনা, আদি চিৰ স্মৰণীয় কৰি ৰাখিবলৈ তেওঁৰ কবৰৰ ওপৰত এটা পাথৰ বহাবলৈ চেষ্টা কৰিছিল ৰাতিৰ ভিতৰতে হয়তো পাথৰটি পৰি গৈছিল নাইবা নাইকীয়া হৈ গৈছিল। বাৰে বাৰে চেষ্টা কৰিও তেওঁ-লোকে তেওঁৰ কবৰৰ ওপৰত ইয়াক স্থাপন কৰিব পৰা নাছিল। এই বিষয়ে যেতিয়া তেওঁলোকে সেই সময়ৰ বিখ্যাত আওলীয়া হজৰত আবু আলী দাক্কাকক সুধিছিল তেওঁ কৈছিল, "তেওঁ পৃথিবীত আত্ম গোপণ কৰি চলিছিল আৰু নিজকে প্ৰকাশ কৰা নাছিল। তোমালোকে তেওঁৰ সেই গোপণতা প্ৰকাশ কৰিবলৈ চেষ্টা কৰাটো আল্লাই পছন্দ কৰা নাই। আল্লাহ তেওঁক গোপণ ৰখাটোকে পছন্দ কৰিছে।"

৩৪০ হিজৰীত খোৰাচানৰ নিছাপুৰত তেওঁৰ মৃত্যু হয়ঃ—

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'লঃ—

১। গোটেই পৃথিবীখন জ্ঞানৰ ভঁৰাল। প্ৰত্যেকে নিজৰ অন্তৰ্দৃষ্টিৰ শক্তি অনুযায়ী ইয়াৰ পৰা মা'ৰেফাতৰ (খোদাতত্ত্বৰ) জ্ঞানৰ আহৰণ কৰিব পাৰে।

২। আল্লাৰ লগত প্ৰেম কৰা। যদি সেইটো কৰিব নোৱাৰা তেন্তে এনেকুৱা লোকৰ লগত প্ৰেম কৰা, যিয়ে আল্লাৰ লগত প্ৰেম স্থাপন কৰিছে। তেতিয়া হলে খোদা-প্ৰেমিকৰ সংশ্ৰৱত তুমি খোদাৰ প্ৰেম লাভ কৰিব পাৰিব আৰু মুক্তি পাবা।

৩। মানুহৰ লগত কম সম্বন্ধ ৰাখিবা আৰু আল্লাৰ লগত বেছি সম্বন্ধ ৰাখিবা।

৪। আল্লাৰ দয়া সদায় স্মৰণ কৰাটো প্ৰত্যেকৰে কৰ্তব্য।

৫। আল্লাৰ ওপৰত নিৰ্ভৰ কৰিবা আৰু নিজৰ ৰিপুৰ প্ৰতি লক্ষ্য ৰাখিবা।

৬। প্ৰত্যেক জন সাধকৰ গতি আৰু স্থিতি আল্লাৰ সন্তুষ্টিৰ কাৰণে হোৱাটো বাঞ্চনীয়।

৭। যিয়ে প্ৰয়োজন মতে কথা কয় আৰু বাজে কথাৰ পৰা বিৰত থাকে তেওঁহে বুদ্ধিমান।

৮। নিজৰ সম্প্ৰদায়ৰ বাহিৰেও আন সম্প্ৰদায়ৰ প্ৰতি উদাৰ হবা আৰু সদায় সাধকক বিচাৰিবা।

৯। পাথিৱ বস্তুবোৰ আল্লাক পোৱাৰ পথত আবৰণ স্বৰূপ।

১০। সদায় সৎ সাহস ৰক্ষা কৰি চলিবা। কাৰণ, সৎ সাহস সকলো উন্নতিৰ মূল। ইয়াৰ ওপৰতে সকলো কাম নিৰ্ভৰ কৰে।

১১। প্ৰত্যেকটো কাম এনেকুৱা হব লাগে, যাতে ই মানুহৰ ওচৰত প্ৰকাশ নহয়। কাৰণ, প্ৰকাশ হলে সেই কামত ছলনা হোৱাৰ সম্ভাৱনা থাকে।

## ৮৫। হজৰত আবু হামজা মোহাম্মদ বাগদাদী (ৰঃ)।

হজৰত আবু হামজা মোহাম্মদ বাগদাদী (ৰঃ) বাগদাদীৰ অধিবাসী আছিল। তেওঁৰ পিতাকৰ নাম ইব্ৰাহিম আছিল। তেওঁ হজৰত হাৰেছ মোহাছেবীৰ শিষ্য আছিল আৰু হজৰত আবুল হাছান নুৰী বাগদাদীৰ, হজৰত ছৰ্‌ৰী ছুক্‌তী আৰু হজৰত ছেখ খায়েৰ নাচ্ছাজৰ লগত থাকি মা'ৰেফাতৰ ( খোদাতত্ত্বৰ ) জ্ঞান লাভ কৰিছিল।

তেওঁ নিৰ্জন পথৰ পথিক আৰু মহাজ্ঞানী লোক আছিল। তেওঁ তফছীৰ আৰু হদিছ শাস্ত্ৰত অগাধ পণ্ডিত আছিল আৰু ধৰ্ম বক্তৃতাত বিশেষ পাৰদৰ্শী আছিল। তেওঁ অতিশয় বিনয়ী আৰু নম্ৰ আছিল আৰু তেওঁৰ মধুৰ বাক্যেৰে শ্ৰোতাসকলক মোহিত কৰিছিল। হজৰত আহ্‌মদ ইব্‌নে হাম্বল আদি বিশিষ্ট ইমাম ( নেতা ) সকলেও জটিল বিষয়াবোৰৰ গোল মালত পৰিলে মীমাংসাৰ কাৰণে তেওঁৰ ওচৰলৈ আহিছিল।

এদিনাখন তেওঁ নিজৰ গুৰু হজৰত হাৰেছ মোহাছেবীৰ ওচৰলৈ আহি দেখিলে যে তেওঁ এটি ধুনীয়া পোছাক পিন্ধি বহি আছে আৰু ঘৰটোৰ একাষে এটি ক'লা বৰণৰ চৰাই খাঁচাত আবদ্ধ হৈ আছে। তেওঁ এইটো দেখি মনত বৰ দুখ পালে।

তেওঁৰ কথাবোৰ অতি মধুৰ আছিল। ২৮০ হিজৰীত এদিনাখন অদৃশ্যৰ পৰা এটি শব্দ হ'ল, "আপুনি অৱশ্যে উত্তম কথাকে কয় কিন্তু নীৰৱে থাকিলে আৰু বেছি উত্তম হয়।" তাৰ পিছৰ পৰা

তেওঁ মৌন ভাব গ্ৰহণ কৰে। এইদৰে তেওঁ এটি সপ্তাহ কটোৱাৰ পিছত এদিনাখন তেওঁ শুক্ৰবাৰে বক্তৃতা দি থাকোতে হঠাত তেওঁৰ মূৰ ঘূৰণি হৈ চিয়াৰৰ পৰা মাটিত পৰি যায় আৰু সেই অৱস্থাতে তেওঁৰ মৃত্যু হয়।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল :—

১। আওলীয়াসকলৰ লগত বন্ধুতা কৰাটো টান কাম। সত্যনিষ্ঠ লোকৰ বাহিৰে আওলীয়া সকলৰ লগত কেতিয়াও বন্ধুতা কৰিব নোৱাৰে।

২। আল্লাই যাক নিজৰ পথ দেখুৱায় তেওঁৰ কাৰণে সেই পথত চলা সহজ হয়। যিয়ে দলিল প্ৰমাণৰ দ্বাৰা পথ বিচাৰে কেতিয়াবা তেওঁ পথ পায়, কেতিয়াবা নাপায়।

৩। খাঁটি চুফীৰ লক্ষণ তিনিটা :—(১) সন্মান পালে তেওঁ নিজকে নীচ আৰু হেয় বুলি ভাবে, (২) ধন দৌলত হাতলৈ আহিলে তেওঁ দুখীয়া হৈ থাকে, (৩) সুখ্যাতি লাভ কৰিলে তেওঁ নিজকে গোপন কৰে। ভণ্ড চুফীসকল এইবোৰৰ বিপৰীত হয়।

## ৮৬। হজৰত আবু আলী দাক্কাক (ৰঃ)।

হজৰত আবু আলী দাক্কাক (ৰঃ) মাৰ্‌ভ নগৰৰ অধিবাসী আছিল। পিছত তেওঁ হেজাজ অঞ্চললৈ যায়। তাত তেওঁ মক্কা, মদিনা, তায়েফ, আদি ঠাইৰ আওলীয়া সকলৰ লগত থাকি মা'ৰেফাতৰ (খোদাতত্বৰ) বহুত জ্ঞান লাভ কৰে।

তেওঁ এজন শ্ৰেষ্ঠ আলেম (জ্ঞানী লোক), শ্ৰেষ্ঠ বক্তা আৰু ইমাম (নেতা) হিচাবে সকলোৰে সন্মান লাভ কৰিছিল। তেওঁ কোৰ্‌আন, হাদিছ, তফছীৰ আদিত অগাধ পণ্ডিত আছিল আৰু নচিহতত (ধৰ্ম বক্তৃতাবোৰত) যথেষ্ট সুখ্যাতি লাভ কৰিছিল। তেওঁ এবাদতত (আল্লাৰ উপাসনাত) সৰ্বশ্ৰেষ্ঠ স্থান লাভ কৰিছিল।

তেওঁ হজৰত হেখ আবুল কাছিম নছৰাবাদীৰ শিষ্য আছিল। মানুহে তেওঁক নৌহাগাৰে কওম' (জাতিৰ দুখত দুখী) বুলি সম্বোধন কৰিছিল। তেওঁ গোটেই জীৱন বিছনাত শুৱা নাছিল। আল্লাৰ এবাদত (উপাসনা) কৰিয়ে তেওঁ জীৱন কটাইছিল।

তেওঁৰ বক্তৃতাবোৰ এনেকুৱা হৃদয়গ্ৰাহী আছিল যে এদিনাখন তেওঁ এখন ধৰ্ম সভাত ভাষণ দি থাকোতে বহুত লোক বহুঁচ হৈ পৰি যায় আৰু কিছুমানৰ তাতে মৃত্যু হয়। তাৰ পিছত মানুহবিলাকে তেওঁক বহুত বিচাৰিলে ; কিন্তু কতো নাপালে।

এবাৰ তেওঁ মাৰ্ভ নগৰৰ পৰা নিছাপুৰলৈ যাবলৈ ইচ্ছা কৰিলে। তেতিয়া তেওঁ এটি দৈৱবাণী শুনিবলৈ পালে, "তুমি এতিয়া এই নগৰৰ পৰা নাযাবা। তোমাৰ বক্তৃতা শুনিবলৈ এদল জিন আহি ইয়াত উপস্থিত হৈছে। গতিকে কিছু দিন তুমি ইয়াত থাকা।

এদিনাখন এজন মানুহে চয়তানৰ বিৰুদ্ধে তেওঁৰ ওচৰত গোচৰ দিলে। তেওঁ ক'লে, "পাথিৱ গছ জোপা অন্তৰ ভূমিৰ পৰা উভালি পেলোৱা। তেতিয়া চয়তান ৰূপী ফেচা ইয়াৰ ওপৰত বহিব নোৱাৰিব। কাৰণ, যেতিয়া অন্তৰ ভূমিত পাথিৱ গছজোপা জন্মে তেতিয়া তাৰ ডাল শাখা, প্ৰশাখা, ইমান বাঢ়ে যে পিছত চয়তান ৰূপী চৰাইৰ আক্ৰমণ আৰু উৎপাতত ৰক্ষা পাবলৈ উপায় নাই।"

তেওঁ বৰ মৰমীয়াল লোক আছিল। এদিনাখন তেওঁ এজন ধনী মানুহৰ ঘৰলৈ নিমন্ত্ৰণ খাবলৈ গ'ল। বাটত তেওঁ দেখিলে যে এজনী বুঢ়ীয়ে এইদৰে কৈ আছে, "হে খোদা। তুমি ইমানবোৰ ল'ৰা-ছোৱালীৰে সৈতে কিয় ইমান দুখত ৰাখিছা? উপবাস থাকিও দেখোন দিন নাযায়।" এইটো শুনি তেওঁ নীৰৱে গুচি গ'ল আৰু ধনী মানুহজনৰ ঘৰত গৈ ক'লে, "মোৰ কাৰণে যিবোৰ যোগাৰ কৰিছা সেইখিনি মোক টোপোলা বান্ধি দিয়া।" নিমন্ত্ৰণ কাৰীয়ে এইটো শুনি বৰ সুখ পালে। তেওঁ ভাবিলে হজৰত আবু আলী দাক্কাকে হয়তো সেইবোৰ ঘৰলৈ নি পৰিয়ালটিৰ সৈতে খাই ভাল পাব। তেওঁ নাজানে যে তেওঁৰ ঘৰ আৰু পৰিয়াল নাই। তেওঁ সেইবোৰ মূৰত লৈ আহি বুঢ়ী জনীৰ ওচৰত উপস্থিত হ'ল আৰু আটাইবোৰ বুঢ়ী জনীক দান কৰিলে।

তেওঁৰ শেষ জীৱনত মা'ৰেফাতৰ ( খোদাতত্ত্বৰ ) এনেকুৱা উচ্চ ধৰণৰ কথাবোৰ আলোচনা কৰিছিল যে তেওঁৰ ভাব আৰু মৰ্ম শ্ৰোতাসকলে বুজিব পৰা নাছিল। সেই কাৰণে তেওঁ যেতিয়া কোনো সভাতবক্তৃতা দিছিল মানুহবিলাকে বুজিব নোৱাৰি সভা ত্যাগ কৰিছিল।

তেওঁৰ কোন সময়ত আৰু কি অৱস্থাত মৃত্যু হ'ল সেইটো কোনেও কব নোৱাৰে। তেওঁৰ যিটো ঘৰত মৃত্যু হ'ল সেই ঘৰটোৰ সন্মুখতে তেওঁক কবৰ দিয়া হয়। সেই ঘৰটিক 'বয়তুল ফতুহ' বোলে।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল :—

১। যি গছ নিজে জন্মে তাৰ কেৱল পাতহে হয়, ফল নহয়। সেইদৰে যিজন লোকে কোনো গুৰুৰ পৰা শিক্ষা নলৈ প্ৰতিপালিত হয় তেওঁৰ পৰা কোনো সুফল নহয়।

২। যিয়ে অকলে ঘৰত বহি থাকে তেওঁৰ অলপ বস্তু হলেই হয়, কিন্তু যিয়ে ব্যৱসায় কৰে তেওঁৰ প্ৰচুৰ মালৰ অৱশ্যক। সেইদৰে যিয়ে মুক্তি কামনা কৰে তেওঁ অলপ শিক্ষা কৰিলে প্ৰচুৰ ফল পায়, কিন্তু যিয়ে আনক দেখুৱাৰ উদ্দেশ্য আৰু পাৰ্থিৱ মান সংমানৰ কাৰণে ইচ্ছা কৰে তেওঁৰ বহু প্ৰকাৰ শিক্ষাৰ প্ৰয়োজন হয়।

৩। সাৱধান, তুমি কাৰো লগত কাজিয়া নকৰিবা। কাৰণ, তোমাৰ এজন মালিক আছে। তোমাৰ ওপৰত কিবা ঘটিলে তোমাৰ মালিকে তোমাক সহায় কৰিব। গতিকে তুমি নিজৰ ভাৰ তেওঁৰ ওপৰত এৰি দি নিজে মৃত লাচৰ নিচিনা থাকিবা।

৪। যিজন লোক আল্লাৰ বাহিৰে আনৰ প্ৰতি আসক্ত তেওঁৰ প্ৰেম আল্লাৰ প্ৰতি দুৰ্বল নহৈ নোৱাৰে।

৫। প্ৰত্যেকৰ বাবে উপযুক্ত পথ প্ৰদৰ্শক অতি আৱশ্যক। মানুহে যিমানে উচ্চ পদ লাভ নকৰক কিয় যেতিয়ালৈকে কামেল পীৰৰ (উপযুক্ত গুৰুৰ) ওচৰত দীক্ষা নলয় তেতিয়ালৈকে আল্লাৰ লগত সন্ধান তেওঁৰ ঘনিষ্ট যোগ সাধন হ'ব নোৱাৰে।

৬। অনুসন্ধানৰ আনন্দ সন্ধান পোৱাৰ আনন্দতকৈ অনেক মধুৰ আৰু শ্ৰেয়। কাৰণ অনুসন্ধানত মিলনৰ আশা প্ৰবল হয়, কিন্তু পোৱাৰ আনন্দত প্ৰাণ বিয়োগৰ আকশঙ্কা আছে।

৭। যিয়ে হাৰাম (নিসিদ্ধ) বস্তুৰ পৰা বিৰত থাকে তেওঁ দোজ-খৰ (নৰকৰ) পৰা মুক্তি পায়। যিয়ে সন্দেহ জনক বস্তু ত্যাগ কৰে তেওঁ বেহেস্ত (স্বৰ্গ) লাভ কৰে। যিয়ে অধিক ত্যাগ স্বীকাৰ কৰে তেওঁ আল্লাৰ নৈকট্য লাভ কৰে।

৮। যিয়ে ইহকালৰ পৰিবৰ্ত্তে পৰকাল বিকে তেওঁ অতি দুৰ্ভগীয়া।

৯। ৰজা বাদচাহসকলৰ পৰা দূৰত থকাটো তোমালোকৰ কৰ্ত্তব্য। কাৰণ, তেওঁলোকৰ স্বভাৱ চঞ্চল শিশুৰ স্বভাৱৰ দৰে আৰু তেওঁলোকৰ প্ৰতাপ বাঘৰ দৰে।

## ৮৭। হজৰত আবু আলী মোহাম্মদ ছাকাফী (ৰঃ)।

হজৰত আবু আলী মোহাম্মদ ছাকাফী (ৰঃ) নিছাপুৰৰ অধিবাসী আছিল। তেওঁৰ পিতাকৰ নাম আব্দুল ৱাহহাব আছিল। তেওঁ ফেকাহ্ আৰু হাদিছ শাস্ত্ৰত নিছাপুৰৰ আ'লেম (জ্ঞানী লোক) সকলৰ শীৰ্ষ স্থানীয় আছিল। তেওঁ জাহেৰী (বাহ্যিক) আৰু বাতেনী (আন্তৰিক) বিদ্যাত অতি জ্ঞানী আছিল। তেওঁ নিচাপুৰৰ ইমাম (নেতা) আছিল আৰু সকলোৱে তেওঁক ভাল পাইছিল। পিছত তেওঁ মা'ৰেফাতৰ (খোদাতত্ত্বৰ) জ্ঞান লভ কৰি ধৰ্ম প্ৰচাৰ আৰম্ভ কৰিছিল। তেওঁ যেনেকুৱা আলেম (জ্ঞানী লোক) তেনেকুৱ সুবক্তাও আছিল।

তেওঁৰ এজন চুবুৰীয়া লোকে পাৰ চৰাই উৰাই খেলা কৰিছিল। এদিনাখন সেই লোক জনে এটি পাৰ চৰাইলৈ লক্ষ্য কৰি এটি পাথৰ মাৰি পঠোৱাত ঘটনাক্ৰমে সেই পাথৰটি আহি তেওঁৰ কপালত পৰিল আৰু তেওঁৰ কপাল ফাটি তেজ বৰলৈ ধৰিলে। তেওঁৰ শিষ্যসকলে এইটো দেখি মেতিয়া হাকিমৰ ওচৰত গোচৰ দিবলৈ ওলাল তেওঁ ক'লে "তোমালোকে সেইটো নকৰিবা। অমুক গছৰ এটা ডাল কাটি আনা আৰু সেই মানুহজনক সেই ডালটো দি কোৱা তেওঁ যেন ইয়াৰে এডাল লাঠি বনাই পাৰ খেদে আৰু তেওঁ যেন এইদৰে পাথৰ নামাৰে।"

এদিনাখন তেওঁ দেখিলে যে তিনিজন পুৰুষ আৰু এজনী তিৰোতাই এটি লাচ লৈ আহি আছে। তেওঁ তিৰোতাজনীক বিদায় দি নিজে কান্ধ পাতি লাচটি ল'লে আৰু কবৰস্থানলৈ লাচটি নি দফন কৰিলে। পিছত তেওঁ সেই লাচ বহনকাৰী সকলৰ পৰা জানিব পাৰিলে যে সেই মৃত লোকজন নপুংশক আছিল; সকলোৱে তেওঁক ঘৃণা কৰিছিল। গতিকে কোনেও সেই লাচটি চুবলৈ ইচ্ছা কৰা নাছিল।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ—

১। যদিও কোনোবাই সমস্ত শিক্ষা লাভ কৰি আৰু আওলীয়া-সকলৰ লগত থাকি কাল কটায় যেতিয়ালৈকে তেওঁ নিজৰ ৰিপুক সংশোধন নকৰে তেতিয়ালৈকে তেওঁ প্ৰকৃত মনুষ্যত্ব লাভ কৰিব নোৱাৰে।

২। যিয়ে নিজৰ কামবোৰক সংশোধন কৰিবলৈ বিচাৰে আৰু ছুন্নত (হজৰত মোহাম্মদ (ছঃ)-ৰ ৰীতি-নীতি) অনুযায়ী জীৱিকা নিৰ্বাহ কৰিব খোজে তেওঁ যেন অন্তৰত সততাক স্থান দিয়ে।

৩। অন্তৰৰ কামবোৰ সংশোধন হলে বাহ্যিক কামবোৰ অৱশ্যে সংশোধন হ'ব।

৪। সঁচা কথা, খাঁটি কাম, খাঁটি বন্ধুত্ব আৰু খাঁটি আমানত— এই চাৰিটা বিষয় বজায় ৰাখিবলৈ প্ৰত্যেকৰে চোকা দৃষ্টি ৰখা কৰ্তব্য।

৫। সেই সকল লোকৰ প্ৰতি শতাধিক যি সকলে ধৰ্মৰ বিনিময়ত পাৰ্থিৱ বস্তুবোৰ লাভ কৰিবলৈ চেষ্টা কৰে।

## ৮৮। হজৰত আবু আলী আহ্মদ ৰোদবাৰী (ৰঃ)।

হজৰত আবু আলী আহ্মদ ৰোদবাৰী (ৰঃ) বাগদাদ নগৰত জন্ম গ্ৰহণ কৰিছিল। তেওঁৰ পিতাকৰ নাম মোহাম্মদ ৰোদবাৰী আছিল। পিছত তেওঁ মিছৰত স্থায়ী ভাবে বসতি কৰিছিল। আল্লাৰ উপাসনা আৰু অলৌকিক শক্তিত তেওঁৰ সমকক্ষ সেই সময়ত কোনো নাছিল। তেওঁ হজৰত জুনায়েদ বাগদাদী আৰু হজৰত আবুল হাছান নূৰী বাগদাদীৰ লগত থাকি সকলো প্ৰকাৰ শিক্ষাত পূৰ্ণতা লাভ কৰিছিল। তেওঁ ধৈৰ্য্য আৰু গাম্ভীৰ্য্যত পৰ্বতৰ দৰে আৰু জ্ঞানত সমুদ্ৰৰ দৰে আছিল। তেওঁ সেই সময়ৰ সকলো লোকৰে মাননীয় পীৰ আছিল। আৰু মা'ৰেফাত (খোদাতত্ত্বৰ) বিষয়ে অতি উচ্চ কথা কৈছিল।

এদিনাখন এজন দৰবেশৰ মৃত্যু হৈছিল। কবৰত থোৱাৰ সময়ত তেওঁ ইচ্ছা কৰিলে যে তেওঁ দৰবেশজনৰ মুখটো মাটিত থব, যাতে এই

হীন অৱস্থা দেখি তেওঁলৈ আল্লাৰ দয়া ওপজে। তেতিয়া সেই মৃত লাচটোৱে চকু মেলি কবৰৰ পৰা ক'লে, "আল্লাই মোক সম্মান দেখুৱাইছে আৰু তুমি তেওঁৰ সম্মুখত মোক অসম্মান কৰিবলৈ ইচ্ছা কৰিছা।" তেওঁ তেতিয়া আচৰিত হৈ সুধিলে, "মৃত্যুৰ পিছত জানো জীৱন আছে?" দৰবেশ জনে কবৰৰ পৰা মাত লগাই ক'লে, "হয় আল্লাৰ বন্ধুসকল সদায় জীৱিত হৈ থাকে। যদি মই কিয়ামতৰ (মহাপ্ৰলয়ৰ) ময়দানত এই সম্মান পাওঁ তেন্তে মই তোমাক সহায় কৰিম।"

৩৪৮ হিজৰিত মিছৰত তেওঁৰ মৃত্যু হয়। মৃত্যুৰ সময়ত তেওঁৰ ভনীয়েকৰ কোলাত মূৰটো ৰাখি আৰু চকু দুটা মেলি তেওঁ ক'লে, "আকাশৰ দুৱাৰ মুকলি, বেহেস্ত মোৰ সম্মুখত সজ্জিত, ফেৰেস্তা (স্বৰ্গৰ দেৱতা) সকলে মোক সম্ভাষণ জনাইছে, বেহেস্তৰ হুৰ সকল মোৰ দৰ্শনৰ আকাঙ্ক্ষাত বৈ আছে। হে খোদা! তোমাৰ বাহিৰে আন কাৰো পিনে মই নাচাম।" এইখিনি কোৱাৰ পিছত তেওঁ শেষ নিশ্বাস পেলালে।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল :—

১। মোটা কাপোৰ পিন্ধা, নিজৰ ৰিপুক কষ্ট দিয়া, পাৰ্থিব বস্তুবোৰৰ প্ৰতি হেয় জ্ঞান কৰা আৰু হজৰত ৰছুল কৰিম (ছঃ)-ৰ ৰীতি-নীতি অনুযায়ী চলাটোৱেই হৈছে তাছাউফ বা চুফী ধৰ্ম।

২। যিজন শিষ্যই পাচ দিনৰ ভোক সহ্য কৰিব নোৱাৰে তেওঁক বজাৰত ভিক্ষা কৰিবলৈ পঠোৱা উচিত।

৩। আল্লাৰ বাহিৰে আন কাকো ভয় নকৰাটোহে প্ৰকৃত ভয়।

৪। নিজকে সম্পূৰ্ণ ৰূপে আল্লাৰ ওপৰত এৰি দিয়াটোহে প্ৰেম।

৫। যি বিশ্বাসে আল্লাৰ বাহিৰে আন সকলো বস্তুকে তোমাৰ চকুৰ সম্মুখত হেয় দেখায় সেই বিশ্বাসহে প্ৰকৃত উপকাৰী।

৬। আল্লাই সাহসী লোকসকলক পছন্দ কৰে। কাৰণ সাহসী ভক্তসকলে তেওঁক অতিশক ভাল পায়।

৭। আল্লাই যিদৰে নবী (প্ৰেৰিত মহাপুৰুষ) সকলৰ প্ৰমাণ সমূহ প্ৰকাশ কৰিবলৈ স্থিৰ কৰে আওলীয়া সকলে সেইদৰে নিজৰ সম্মান অৰু ব্যৱস্থা সমূহ গোপন কৰিবলৈ স্থিৰ কৰে।

৮। যেতিয়া মন পাৰ্থিৱ প্ৰেম আৰু মোহৰ পৰা মুক্ত হয় তেতিয়া তাত আল্লাৰ মা'ৰেফাত (খোদতত্ত্ব জ্ঞান) উদয় হয়। তেতিয়া ৰিপুৰ দ্বৰা কাম আদয় হয় আৰু আত্মাৰ দ্বাৰা খোদাতত্ত্ব প্ৰকাশ পায়।

৯। তিনিটা বস্তুৰপৰা বিপদ আছে ঃ—(১) স্বাভাৱিক ৰোগ, (২) অভ্যাসৰ ৰোগ, (৩) অসৎ সঙ্গৰ ৰোগ। সন্দেহ যুক্ত আৰু হাৰাম (নিষিদ্ধ) বস্তু খালে স্বাভাৱিক ৰোগ হয়। নিষিদ্ধ আৰু দোষণীয় বস্তুৰ প্ৰতি নজৰ কৰিলে আৰু পৰনিন্দা শুনিলে অভ্যাস ৰোগ হয়। ৰিপুৰ দাসত্ব কৰিলে অসৎ সঙ্গৰ ৰোগ হয়।

## ৮৯। হজৰত আবুল হাছান আলী হছৰী (ৰঃ)।

হজৰত আবল হাছান আলী হছৰী (ৰঃ) বচেৰাত জন্ম গ্ৰহণ কৰিছিল। তেওঁৰ পিতাকৰ নাম ইব্ৰাহিম হছৰী আছিল। তেওঁ বাগদাদত স্থায়ী ভাবে বসতি কৰিছিল আৰু বাগদাদতে তেওঁৰ মৃত্যু হৈছিল। তেওঁ বহুতো ডাঙৰ ডাঙৰ আওলীয়াৰ লগত থাকি মা'ৰে-ফাতৰ (খোদাতত্ত্ব জ্ঞানৰ) উচ্চ আসন লাভ কৰিছিল। তেওঁ বহুতো লোকৰ পীৰ (ধৰ্ম গুৰু আছিল।

আহমদ নছৰ নামেৰে খোৰাচান দেশীয় তেওঁৰ এজন শিষ্যই ৬০ বাৰ হজ্জ কৰিছিল। এবাৰ তেওঁৰ সেই শিষ্য জনে মক্কাত উপস্থিত হৈ তেওঁৰ সম্মুখত এনেকুৱা এটি কথা ক'লে যে সকলোৰে মনত বৰ আঘাত পালে। তেওঁ তেতিয়া সেই শিষ্যজনক তাৰ পৰা উলিয়াই দিলে। কেইদিনমান পিছত সেই শিষ্য জনে বাগদাদলৈ আহি যেতিয়া তেওঁৰ ওচৰত ক্ষমা খুজিলে তেওঁ ক'লে, "তোমাৰ শাস্তি হব এই যে তুমি ৰোমৰ এখন সৰু গাওঁলৈ গৈ এবছৰ গাহৰি চৰাবা, পথাৰে ঘূৰি নামাজ পঢ়িবা, সেই এবছৰ কাল গোটেই ৰাতি উজাগৰে থাকি আল্লাৰ এবাদত (উপাসনা) কৰিবা আৰু দিনত ৰোজা ৰাখিবা (উপবাসে থাকিবা)।"

৩৯১ হিজৰীত বাগদাদতে তেওঁৰ মৃত্যু হয়।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ—

১। যিয়ে পৃথিৱীৰ সকলো বস্তুৰ পৰা পৃথক হৈ আল্লাক পাইছে আল্লাৰ বাহিৰে আনৰ প্ৰতি নজৰ কৰিবলৈ তেওঁৰ প্ৰয়োজন নাই।

২। যেতিয়া আল্লাৰ করুণা বৰ্ষে তেতিয়া তেওঁৰ প্ৰতি ভাল পোৱা প্ৰকাশ পায়।

৩। যিয়ে নিজকে চিনিছে তেওঁ আল্লাকো চিনিব পাৰিছে আৰু তেৱেঁই চুফী।

৪। আল্লাৰ অবাধ্যতাৰ পৰা শৰীৰ আৰু মন পৱিত্ৰ কৰি ৰখাটোকে তাছাউফ বা চুফী ধৰ্ম বোলে।

## ৯০। হজৰত আবু ওছমান চাঈদ মাগৰেবী (ৰঃ)।

হজৰত আবু ওছমান চাঈদ মাগৰেবী (ৰঃ) এজন পশ্চিম দেশীয় লোক আছিল। তেওঁৰ পিতাকৰ নাম খালাম মাগৰেবী আছিল। তেওঁ সত্যৰ আলোকত আলোকিত হৈ জীৱনৰ প্ৰথম বিশ বছৰ জন সমাজৰ বাহিৰে নিৰ্জনত বাস কৰিছিল। তেওঁ সদায় আল্লাৰ জিকিৰ (ধ্যান) আৰু তেওঁৰ চিন্তাত মগ্ন আছিল। তেওঁ এজন ডাঙৰ আলেম (জ্ঞানী লোক) আছিল আৰু লোক সমাজত শ্ৰেষ্ঠ আওলীয়া বুলি পৰিগণিত হৈছিল। পিছত তেওঁ মক্কালৈ আহি তাতে কিছুকাল বসতি কৰিছিল আৰু আওলীয়া সকলৰ সংশ্ৰৱত থাকি মা'ৰেফাতৰ (খোদা তত্ত্বজ্ঞানৰ) শিক্ষা লাভ কৰিছিল। তেওঁ মা'ৰেফাতৰ বিষয়ে বহুত কিতাপ লিখি থৈ গৈছে।

তেওঁ আল্লাৰ জিকিৰত (ধ্যান বা স্মৰণত) এনেকুৱা শান্তি আৰু তৃপ্তি পাইছিল যে তেওঁ আনকি খোৱা লোৱা আৰু ওজু নামাজতো তেনেকুৱা শান্তি আৰু তৃপ্তি পোৱা নাছিল। কুঁৱাৰপৰা পানী উঠাওতে চকাৰ কড় কড় শব্দটিকো তেওঁ আল্লাৰ জিকিৰ বুলি অনুভব কৰিছিল। আনকি চৰাইৰ কল কল, গছৰ মৰ্মৰ বতাহৰ শোঁ শোঁ, নিজৰাৰ কুলু কুলু শব্দবোৰকো তেওঁ আল্লাৰ জিকিৰ বুলি অনুভব কৰিছিল।

৩৭৩ হিজৰীত তেওঁৰ ধ্যান মগ্ন অবস্থাত নিছাপুৰত তেওঁৰ মৃত্যু হয়।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ—

১। পাপী লোক অহঙ্কাৰী লোকতকৈ ভাল। কাৰণ পাপীয়ে

নিজৰ পাপ স্বীকাৰ কৰে, কিন্তু অহাঙ্কাৰীয়ে নিজৰ অহঙ্কাৰত আবদ্ধ হৈ থাকে।

২। যিয়ে আওলীয়া দৰবেশসকলৰ লগ এৰি ধনী লোকৰ লগ লয় আল্লাই তেওঁৰ অন্তৰক মৃত আৰু অন্ধ কৰি পেলায়।

৩। শাস্তিৰ সময়ত মৃত্যুক ভাল পোৱাটো আল্লাৰ প্ৰতি চৰম আসক্তিৰ লক্ষণ।

৪। প্ৰকৃত ভক্তই যেতিয়া আল্লাৰ জিকিৰ (স্মৰণ) কৰে তেতিয়া এটি প্ৰেমৰ নিজৰা বয়, য'ৰপৰা আল্লাৰ হুকুমত জীৱনৰ সোঁত চাৰিওপিনে বৈ যায়। ইয়াৰ সহায়ত তেওঁ সকলোবোৰ বস্তু দেখা পায়।

৫। আল্লাৰ জিকিৰত (স্মৰণত) আসক্তি জন্মাৰ পিছত কোনোবা লোক মৰি গলেও সেই আসক্তি ধ্বংস নহয়, বৰং ই শত গুণে বাঢ়েহে।

৬। আল্লাক পাবলৈ হলে সহজ পন্থা হৈছে আল্লাৰ জিকিৰ আৰু সাধনা।

৭। যিয়ে লোক সঙ্গ ত্যাগ কৰি নিৰ্জনত আল্লাৰ জিকিৰত মগ্ন হয় তেওঁ যেন অন্তৰৰপৰা আন ভাব দূৰ কৰে, আল্লাৰ সন্তুষ্টিৰ বাহিৰে আন বিষয়ৰ প্ৰতি লক্ষ্য নকৰে আৰু তেওঁৰ সকলো ধ্যান ধাৰণা একমাত্ৰ আল্লাৰ পিনে আবদ্ধ ৰাখে। অন্যথায় সেই নিৰ্জনতা তেওঁৰ পক্ষে বিপদ আৰু ধ্বংসৰ কাৰণ হয়।

৮। যিয়ে ৰিপুৰ তাড়নাত ধনীলোকৰ বস্তুৰ প্ৰতি লোভ কৰে তেওঁৰ আত্মাই কেতিয়াও মুক্তি নাপায়। কিন্তু যিয়ে বিপদত পৰি ধনীৰ কোনো বস্তু গ্ৰহণ কৰে তেওঁৰ পক্ষে সেইটো দোষণীয় নহয়।

৯। যিয়ে আনৰ দোষ ত্ৰুটি বিচাৰে তেওঁ নিজৰ আত্মাৰ ক্ষতি সাধন কৰে।

১০। যেতিয়া অন্তৰত পাপ গছে শিপা মেলে লগে লগে তাক তুমি উভালি পেলাবা। তুমি যিমানে পলম কৰিবা সেই পাপ গছ জোপা সিমানে মজবুট হৈ বহিব আৰু তুমি দুৰ্বল হৈ যাবা। পিছত তোমাৰ চেষ্টা আৰু যত্ন বিফল হ'ব।

১১। হুকুম পাই হুকুম অনুযায়ী কাম কৰাটোকে বন্দেগী বা দাসত্ব বোলে।

## ৯১। হজৰত আবুল আব্বাচ নেহাবন্দী (ৰঃ)।

হজৰত আবুল আব্বাচ নেহাবন্দী (ৰঃ) এজন মহাজ্ঞানী আৰু সংসাৰ ত্যাগী সাধক আছিল। তেওঁ জীৱনৰ প্ৰথম বাৰটি বছৰ আওলীয়া দৰবেশ সকলৰ লগত কটাই মা'ৰেফাতৰ (খোদাতত্ত্বৰ) জ্ঞান লাভ কৰিছিল। তাৰ পিছত তেওঁ টুপি চিলাই কৰি জীৱিকা নিৰ্বাহ কৰিছিল। তেওঁ প্ৰত্যেকটো টুপী দুই দিৰহামকৈ বিকিছিল আৰু কেতিয়াও ইয়াৰ বেছি লোৱা নাছিল। তেওঁ সেই দুটা দিৰহাম পোৱাৰ পিছত যিজন ভিখাৰী প্ৰথমে তেওঁৰ সন্মুখত পাইছিল তাকে তেওঁ এটা দিৰহাম দান কৰি বাকী দিৰহামটোৰে ৰুটী কিনি নিছিল আৰু নিৰ্জনত আওলীয়া দৰবেশসকলৰ লগত বহি আহাৰ খাইছিল। তাৰ পিছত তেওঁ আকৌ আন টুপী চিলাই কৰিছিল।

এদিনাখন ৰোম দেশৰ এজন খ্ৰীষ্টান পাদ্ৰীয়ে তেওঁৰ গুণ গৰিমাৰ কথা শুনি তেওঁক পৰীক্ষা কৰিবলৈ ঘৰবপৰা তেওঁৰ পচৰলৈ আহিল। খ্ৰীষ্টান পাদ্ৰীজন চাৰি মাহ তেওঁৰ লগত ফকিৰৰ বেশে থাকি তেওঁৰ আচাৰ ব্যৱহাৰত এনেকুৱা ভাবে মুগ্ধ হ'ল যে তেওঁ অৱশেষত তেওঁৰ ওচৰৰ দীক্ষা লৈ মুছলমান হ'ল। পিছত গৈ এই খ্ৰীষ্টান পাদ্ৰীজনো এজন আওলীয়া হ'ল আৰু হজৰত আবুল আব্বাচ নেহাবন্দীৰ মৃত্যুৰ পিছত তেওঁৰ স্থান অধিকাৰ কৰিলে।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ—

১। আল্লাৰ লগত বেছি সময় থাকিবা আৰু মানুহৰ লগত কম সময় থাকিবা।

২। অন্যায় ভাবে উপাৰ্জন কৰা ধন সুৰাপান, ব্যভিচাৰ, আদি পাপ কামত খৰচ হয় আৰু ন্যায় ভাবে উপাৰ্জন কৰা ধন পুণ্য কামত খৰচ হয়।

## ৯২। হজৰত আবু আ'মৰ ইব্ৰাহিম যুজাজী (ৰঃ)।

হজৰত আবু আ'মৰ ইব্ৰাহিম যুজাজী (ৰঃ) মাবুত নগৰৰ অধিবাসী আছিল। অৱশেষত তেওঁ মক্কাকৈ গৈ তাতে বসতি কৰে।

তেওঁ হজৰত জুনায়েদ বাগদাদীৰ সংশ্ৰৱত বহুত দিন থাকি মা'ৰে-ফাতৰ ( খোদাতত্বৰ ) জ্ঞান লাভ কৰিছিল। তেওঁ সেইসময়ৰ আওলীয়া সকলৰ ভিতৰত এজন শ্ৰেষ্ঠ আওলীয়া হিচাবে পৰিগণিত হৈছিল।

৩৮১ হিজৰীত মক্কাত তেওঁৰ মৃত্যু হয়।

তেওঁৰ এটি সদুপদেশ তলত দিয়া হ'ল ঃ—

১। পৰস্পৰে বহি পৰ নিন্দা কৰা আৰু শুনাতকৈ মাৰফতী গজল শুনাটো ভাল।

## ৯৩। হজৰত আবুল হাছান চায়েগ [ৰঃ]

হজৰত আবুল হাছান চায়েগ ( ৰঃ ) মিছৰৰ অধিবাসী আছিল। তেওঁ অতি সাহসী আৰু বিদ্যান লোক আছিল। তেওঁ প্ৰেম সমূদ্ৰৰ নৌকা আৰু সত্যৰ ওখ স্তম্ভ স্বৰূপ আছিল। এদিনাখন হজৰত মমচাদ দিনুৰীয়ে দেখিলে যে দিনুৰ নগৰত এজন লোকে নামাজ পঢ়ি আছে আৰু তেওঁৰ মূৰৰ ওপৰত এটা শগুনে ছাঁ দি আছে। তেওঁ ওচৰলৈ গৈ দেখিলে যে সেইজন হজৰত আবুল হাছান চায়েগ।

তেওঁ এনেকুৱা ভাবে আত্মগোপন কৰি চলিছিল যে তেওঁৰ ক'ত কেতিয়া কি ভাবে মৃত্যু হ'ল কোনেও কব নোৱাৰে।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ—

১। আল্লাৰ অস্তিত্বৰ কোনো তুলনা নাই। তেওঁৰ বিষয়ে দলিল প্ৰমাণৰ দ্বাৰা বৰ্ণনা কৰাটো সম্ভৱ নহয়।

সকলো অৱস্থাতে আৰু সকলো ঠাইতে আল্লাক উপস্থিত থকা বুলি জ্ঞান কৰা আৰু নিজকে তেওঁৰ দান সমূহৰ কৃতজ্ঞতা প্ৰকাশত সম্পূৰ্ণ অক্ষম বুলি দৃঢ় বিশ্বাস কৰাটোৱেই মা'ৰেফাত ( খোদাতত্বজ্ঞান )।

৩। খোদা প্ৰেমিকে খোদাৰ প্ৰেমৰ জুইত নিজকে দগ্ধ কৰি যি আনন্দ পায় সেইটো বেহেস্তৰ ( সৰগৰ ) হুৰ সকলৰপৰা পোৱা আমোদ প্ৰমোদতকৈও দেছি আনন্দদায়ক।

## ৯৪। হজৰত আবুল কাছেম নছৰাবাদী (ৰঃ)।

হজৰত আবুল কাছেম নছৰাবাদী ( ৰঃ ) ( খোৰাচানৰ নছৰাবাদ নামেৰে এখন ঠাইত জন্ম গ্ৰহণ কৰিছিল। জীৱনৰ প্ৰথম অৱস্থাত

তেওঁ নিছাপুৰত বসতি কৰি আছিল। পিছত তেওঁ মক্কালৈ গৈ বসতি কৰিছিল। কিন্তু তলত উল্লেখ কৰা কাৰণে তেওঁক তাৰ পৰা খেদি পেলোৱা হয় ঃ—

এবাৰ তেওঁৰ অন্তৰত আল্লাৰ প্ৰেমৰ মওতা ইমান প্ৰবল হৈছিল যে তেওঁ পিন্ধা কাপেৰখন কঁকালত বান্ধি লৈ উলঙ্গ অৱস্থাত অগ্নি পূজক সকলৰ অগ্নি কুণ্ডৰ চাৰিওপিনে ঘূৰি ফুৰিছিল। মানুহে তেওঁক ইয়াৰ কাৰণ সোধাত তেওঁ কৈছিল, "মই কা'বাঘৰৰ চাৰিও পিনে ঘূৰি যিটো পোৱা নাই ইয়াত মই সেইটো বিচাৰিছোঁ। মই খুব ব্যস্ত আছোঁ, কি কৰিম বুজিব নোৱাৰি হত বুদ্ধি হৈছোঁ।"

এদিনাখন তেওঁ দেখিলে যে কিছুমান লোকে কা'বাত তওৱাফ কৰিছে ( প্ৰদক্ষিণ কৰিছে ) আৰু পৰস্পৰে ইজনে সিজনে কথা কৈছে। তেওঁ এইটো দেখি হাতত একুৰা জুই লৈ আহিল। মানুহবিলাকে ইয়াৰ কাৰণ সোধাত তেওঁ ক'লে, "মই কা'বা ঘৰ পুৰি পেলাম। মানুহবিলাকে আল্লাক বাদদি এই ঘৰটিক পূজা কৰিবলৈ আহে। এই ঘৰটি পুৰি পেলালে সকলো মানুহ আল্লাৰ প্ৰতি অকৃণ্ঠ হব।"

মক্কাৰ পৰা খেদি পেলোৱাত তেওঁ বাগদাদলৈ গ'ল আৰু হজৰত আবু বাকাৰ ছিবলীৰ ওচৰত মুৰীদ হ'ল ( দীক্ষা ল'লে )। তেওঁ হাদিছ শাস্ত্ৰ অধ্যয়ন কৰি বহুতো জ্ঞান লাভ কৰিলে। তাৰ পিছত তেওঁ হজৰত আব আলী আহ্‌মদ ৰোদবাৰী, হজৰত আবু মোহাম্মদ মোৰত্তায়েছ, আদি বহুতো ডাঙৰ ডাঙৰ ডাঙৰ আওলীয়াৰ সংস্ৰৱত থাকি মা'ৰেফাতৰ ( খোদাতত্ত্বৰ ) বহুতো জ্ঞান লাভ কৰিলে। সেই সময়ত তেওঁৰ নিচিনা জ্ঞানী আৰু মৰ্য্যাদা সম্পন্ন আওলীয়া আন কোনো নাছিল। গতিকে হজৰত আবু বাকাৰ ছিবলীৰ মৃত্যুৰ পিছত তেওঁ গোটেইখন খোৰাচান প্ৰদেশৰ লোকসকলৰ গুৰু হব পাৰিছিল।

এদিনাখন তেওঁ শিষ্যসকলক লগত লৈ ৰাস্তায়েদি গৈ থাকোতে দেখিলে যে আলী নামেৰে এজন গায়কে সুৰাপান কৰি ৰাস্তাত পৰি আছে। তেওঁ শিষ্য সকলক ক'লে, "তোমালোকে ইয়াক ঘৰলৈ লৈ যোৱা। পিছত ই সুপথ লব।" গুৰুৰ নিৰ্দেশ অনুযায়ী শিষ্যসকলে আলীক ঘৰলৈ লৈ গ'ল। তাৰ পিছত এদিনাখন আলী আহি তেওঁৰ ভৰিত ধৰি তৌব'হ (অনুতাপ) কৰিলে যে জীৱনত সি আৰু কেতিয়াও

সুৰাপান নকৰিব। সেইজন আলীয়েই পিছত গৈ এজন বৰ জ্ঞানী লোক হ'ল।

তেওঁ খোদাৰ ওপৰত নিৰ্ভৰ কৰি বিনা সম্বলে ৭০ বাৰ হজ্জ কৰিছিল। এবাৰ তেওঁ কা'বাৰ ওচৰত থকা জাবালুৰ ৰহমত পাহাৰত অৱস্থান কৰিছিল। তাতে তেওঁৰ জ্বৰ হ'ল। যেতিয়া ঠাণ্ডা পানী খাবলৈ ইচ্ছা কৰিলে আকাশৰ পৰা শিলা বৃষ্টি হ'ল। যেতিয়া তেওঁৰ বন্ধু এজনে সেই ঠাণ্ডা শিলবোৰ এটা পাত্ৰত গোটাই আনি তেওঁক খাবলৈ দিলে তেওঁ নিজৰ মনটোক বুজাই ক'লে, "তুমি ঠাণ্ডা পানী খাবলৈ ইচ্ছা কৰিছিলা আৰু তাৰ বাবে মোক অস্থিৰ কৰিছিলা। এতিয়া তোমাৰ ইচ্ছা পূৰ্ণ হৈছে। ইয়াক ভোগ কৰিব নোৱাৰিবা।" এই বুলি তেওঁ মনটোক প্ৰবোধ দি সেই ঠাণ্ডা বৰফবোৰ নাখাই ঘূৰাই দিলে।

তাৰ পিছত তেওঁ সেই জ্বৰ গাত লৈ মদিনা লৈ গ'ল আৰু তাতে তেওঁৰ মৃত্যু হ'ল। মৃত্যুৰ পিছত 'জান্নাতুল বাকী' নামেৰে কবৰ-স্থানত তেওঁক দফন কৰা ( কবৰ দিয়া ) হয়।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল ঃ—

১। পৃথিৱীৰ সকলো মানুহ দুটা সম্বন্ধত জড়িত। এটা সম্বন্ধ হ'ল হজৰত আদম ( আঃ )-ৰ সন্তান আৰু আনটো সম্বন্ধ হ'ল আল্লাৰ বান্দা বা দাস। মৃত্যুৰ লগে লগে প্ৰথমটো সম্বন্ধ ছিন্ন হৈ যায়, কিন্তু দাসত্বৰ সম্বন্ধ চিৰদিন বজাই থাকে, তাৰ কোনো পৰিবৰ্তন নহয়। আল্লাই কয়, "হে মোৰ বান্দা! এতিয়া তোমাৰ ভয় নাই, তুমি দুখ নাপাবা।"

২। আল্লাৰ জিকিৰত ( স্মৰণত ) যাৰ অনুভূতি আছে তেওঁ নিৰুপায় নহয়, যাৰ অনুভূতি নাই সেইনজহে উপায় হীন।

৩। আল্লাক পাবলৈ কোনো পথ নাই। কিন্তু ইচ্ছা কৰিলে মানুহে পথ পাব পাৰে।

৪। আল্লাহ আৰু ৰচুলৰ ( প্ৰেৰিত মহাপুৰুষৰ ) আদেশ আৰু নিষেধবোৰ মানি চলিলে মা'ৰেফাত ( খাদাতত্ত্ব জ্ঞান ) লাভ হয় আৰু [illegible] আল্লাৰ এবাদতত ( উপাসনাত ) মগ্ন থাকিলে প্ৰেম প্ৰাপ্ত হয়।

৫। যিয়ে ধন লাভ কৰি দাতাক কৃতজ্ঞতা জনায় তেওঁৰ ধন বৃদ্ধি পায় আৰু মা'ৰে ফাত (খোদাতত্ত্ব জ্ঞান) আৰু প্ৰেমৰ উন্নতি হয়।

৬। মানুহৰ দেহ হৈছে জেলখানা। এই জেলখানাৰ পৰা যদি তুমি মুক্ত হব পৰা তুমি আৰাম পাবা আৰু যেতিয়া যলৈ ইচ্ছা তালৈ যাব পাৰা। এইটো কেৱল কষ্ট আৰু ত্যাগৰ মাজেদিহে বুজিব পৰা যায়।

৭। যিয়ে সুখ কামনা কৰে তেওঁক কোৱা তেওঁ যেন আল্লাই ভালপোৱা কামবোৰ ধৰে আৰু তেওঁৰ আশ্ৰয় গ্ৰহণ কৰে।

৮। মনৰ পবিত্ৰতা হৈছে আল্লাৰ নুৰ (জেউতি)। এই নুৰে আল্লাৰ পিনে পথ দেখুৱাই দিয়ে। মুক্তিৰ আশাই এবাদত (উপাসনা) আৰু সাধনাৰ পিনে আকৰ্ষণ কৰে।

৯। আল্লাৰ প্ৰতি ভয়ে মানুহক বিৰত ৰাখে আৰু জিকিৰে (ধ্যান বা স্মৰণে) মানুহক সত্যৰ পিনে বাট দেখুৱায়।

১০। আল্লাৰ বাহিৰে যিবোৰ আছে সেই সকলোবোৰৰ পৰা বিমুখ হোৱাটোৱেই হৈছে সংসাৰ ত্যাগ। এই ত্যাগ আৰু কষ্টৰ মাজেদিহে আল্লাক পোৱা যায়।

## ৯৫। হজৰত আবুল ফজল ছৰাখ্‌ছী (ৰঃ)।

হজৰত আবুল ফজল ছৰাখছী (ৰঃ) ছৰাখ্‌ছী নগৰত জন্ম গ্ৰহণ কৰিছিল। তেওঁ মহা গৌৰবান্বিত আৰু আল্লাৰ প্ৰেমত দগ্ধ সাধক আছিল। জ্ঞান আৰু অলৌকিক শক্তিত তেওঁৰ সমান কোনো নাছিল। মা'ৰেফাতত (খোদাতত্ত্ব জ্ঞানত) তেওঁ অতি সূক্ষ্মদৰ্শী আছিল। তেওঁ হজৰত আবু ওছমান চাঈদ মাগৰেবীৰ পীৰ আছিল।

এদিনাখন হজৰত আবু ওছমান চাঈদ মাগৰেবী এখন নদীৰ পাৰেদি গৈ আছিল। সেই সময়ত হজৰত আবুল ফজল ছৰাখ্‌ছীও নদীখনৰ আনটো পাৰেদি গৈ আছিল। হঠাতে হজৰত আবু ওছমান চাঈদ মাগৰেবীৰ ওপৰত যেতিয়া তেওঁৰ নজৰ পৰিল হজৰত আবু ওছমান চাঈদ মাগৰেবীৰ অন্তৰত আপোনা আপুনি মা'ৰেফাতৰ (খোদাতত্ত্বৰ) জ্ঞান জন্মিল।

এদিনাখন হজৰত আবু ওছমান চাঈদ মাগৰেবী গৈ তেওঁৰ ওচৰত উপস্থিত হ'ল। ৰাতি তেওঁ তাতে থাকিল। হজৰত আবুল ফজল ছুৰাখ্‌ছীয়ে তেওঁক ক'লে, "তুমি কোৰ্‌আন শ্বৰীফৰ এটি আয়াত (বাক্য) পঢ়াচোন।" হজৰত আবু ওছমান চাঈদ মাগ-ৰেবীয়ে যেতিয়া এই আয়াতটি পঢ়িলে, "আল্লাই সিহঁতক ভাল পায়, সিহঁতেও তেওঁক ভাল পায়" হজৰত আবুল ফজল ছুৰাখ্‌ছীয়ে এই আয়াতটিৰ ব্যাখ্যা সাতশ ধৰণে কৰিলে। প্ৰত্যেকটো ব্যাখ্যা সম্পূৰ্ণ পৃথক। এটাৰ লগত আনটোৰ কোনো মিল নাই। এইদৰে ব্যাখ্যা কৰি থাকোতে ৰাতি যেতিয়া পোহৰ হ'ল তেওঁ আক্ষেপ কৰি ক'লে, "হায়, ৰাতি পোহৰ হ'ল, অথচ মই আনন্দ আৰু বিষাদৰ কোনো কথাকে বৰ্ণনা কৰিব নোৱাৰিলোঁ।"

তেওঁৰ মৃত্যুৰ সময়ত যেতিয়া শিষ্যসকলে তেওঁক সুধিলে, "হুজুৰ! আমি আপোনাক অমুক ঠাইত আওলীয়া দৰবেশসকলৰ কবৰৰ ওচৰত দফন কৰিবলৈ মন কৰিছোঁ" তেওঁ কলে, "সাৱধান, মোৰ এনেকুৱা কি গুণ আছে যে তোমালোকে মোক পবিত্ৰ আওলীয়াসকলৰ কাষত স্থান দিবা? মোক সেইখন পাহাৰৰ ওপৰত দফন কৰিবা (কবৰ দিবা), য'ত পাপীসকলক দফন কৰা হৈছে।"

তেওঁৰ এটি সদুপদেশ তলত দিয়া হ'ল:—

১। যিজন লোক আল্লাৰ প্ৰেমত জীৱিত তেওঁৰ কেতিয়াও মৃত্যু নহয়।

## ৯৬। হজৰত আবুল আব্বাছ ছাইয়াৰী [ৰঃ]।

হজৰত আবুল আব্বাছ ছাইয়াৰী (ৰঃ) মাৰ্‌ভ প্ৰদেশৰ এটা শিক্ষিত আৰু সম্ভ্ৰান্ত বংশত জন্ম গ্ৰহণ কৰিছিল। তেওঁ পিতাকৰপৰা উত্তৰাধিকাৰী সূত্ৰে বহুত ধন সম্পত্তি লাভ কৰিছিল, কিন্তু পিছত তেওঁ সেই সকলোবোৰ আল্লাৰ ৰাস্তাত খৰচ কৰি পেলালে। অৱশেষত সম্বল হিচাবে তেওঁৰ ওচৰত হজৰত মোহাম্মদ (ছঃ) ৰ মাত্ৰ দুডাল

চুলিছে আছিল। ইয়াৰ কাৰণেই আল্লাই তেওঁৰ তৌবাহ ( অনুতাপ ) মঞ্জুৰ কৰি তেওঁক সুপথ দান কৰে।

তাৰ পিছত তেওঁ হজৰত আবু বকৰ ওৱাছেতীৰ লগত থাকি মা'ৰেফাতৰ ( খোদাতত্ত্বৰ ) বহুত জ্ঞান লাভ কৰে। তেওঁ চুফীসকলৰ ভিতৰত অতি নম্র আৰু শিষ্টাচাৰী আছিল। সেই কাৰণে তেওঁ সকলোৰে পৰা অশেষ শ্ৰদ্ধা আৰু সম্মান লাভ কৰিছিল। তেওঁ ফেকাহ আৰু হদিছ শাস্ত্রত অগাধ পণ্ডিত আছিল। পিছত তেওঁ হজৰত আবু বকৰ ওৱাছেতীৰ ওচৰত মুৰীদ হৈছিল ( দীক্ষা লৈছিল )।

এদিনাখন তেওঁ আখৰোট কিনিবলৈ এখন দোকানত সোমাল আৰু আখৰোটৰ কাৰণে দোকানীক এটি ৰূপৰ মুদ্রা দিলে। দোকানীয়ে তেওঁৰ কর্মচাৰীজনক কলে, "ভাল ভাল আখৰোট চাই তেওঁক দিয়া" তেওঁ এইটো শুনি দোকানীক সুধিলে, "তুমি যাৰ ওচৰত আখৰোট বিকা তুমি জানো ভাল ভাল আখৰোট বাচি দিবলৈ এইদৰে উপদেশ দিয়া?" দোকানীয়ে ক'লে, "নহয়, হুজুৰ! কেৱল আপোনাৰ কাৰণে আৰু আপোনাৰ বিদ্যাৰ খাতিৰতহে মই তেনেকুৱা ভাবে বাচি দিবলৈ কর্মচাৰীজনক আদেশ দিছিলোঁ। আনৰ কাৰণে নকওঁ।" তেওঁ ক'লে, "তেনেহলে তোমাৰ আখৰোট নিয়া নহব। কেইটামান আখৰোটৰ বিনিময়ত মোৰ ইমান মূল্যবান বিদ্যা তোমাৰ ওচৰত বিকিব নোৱাৰিম।" এই বুলি কৈ তেওঁ ফল নিকিনাকৈ গুচি গ'ল।

মৃত্যুৰ সময়ত তেওঁ শিষ্যসকলক কলে, "ৰচুল কৰিম ( দঃ )ৰ চুলি দুডাল মোৰ মুখত দিবা।" শিষ্যসকলে তাকে কৰিলে আৰু তেওঁক মাৰভ নগৰতে কবৰ দিলে।

তেওঁৰ সদুপদেশবোৰ তলত দিয়া হ'ল:—

১। আল্লাই তোমাৰ নামত যিবোৰ পাপ লিখিছে তুমি সেইবোৰ ত্যাগ কৰিব নোৱাৰিবা। তোমাৰ ভাগ্যত যি লিখা হৈ গৈছে তাৰপৰা তুমি মুক্তি নাপাবা।

২। আল্লাৰ পৰাহে সকলোৰে জীৱিকা আহে। তেওঁ কিছুমানৰ জীৱিকা কমাই দিয়ে আৰু কিছুমানৰ জীৱিকা বঢ়াই দিয়ে।

৩। লোভৰ আত্মাৰ ভয়াবহ। ই সাধকসকলৰ নূৰৰ (জেউ-তিৰ) প্ৰতিবন্ধক।

৪। জ্ঞান গৰিমাৰ স্তূপ এৰি নিষ্কৃত হোৱাটোকে মা'ৰেফাত বোলে।

৫। আল্লাৰ বাহিৰে আন কাৰো কথা অন্তৰত স্থান নোপোৱা-টোৱেই তৌহিদ (আল্লাৰ একত্ববাদ)।

৬। পৃথিৱীৰ প্ৰত্যেকজন লোকেই ভিক্ষুক। গতিকে ভিক্ষুকৰ নিজৰ কোনো চাহিদা নাই। মালিকে যি দিয়ে তাতেই সি সন্তুণ্ট।

৭। সদায় তোমালোকে শ্বৰীয়তৰ (ইছলামিক সংবিধানৰ) বিধান মতে চলিবা, নিষিদ্ধ কামৰ পৰা বিৰত থাকিবা আৰু পুণ্যবান লোকৰ সঙ্গ লবা।

——×——

( সমাপ্ত )

# শব্দৰ চমু পৰিচয়

আওলীয়া—সাধক, সংসাৰ ত্যাগী লোক।

আঃ—আলাইহিচ্ছালাম অৰ্থাৎ তেওঁৰ ওপৰত শান্তি বৰষক।

আছৰফী—এবিধ সোণৰ মুদ্ৰা। ইউৰোপীয় এক পাউণ্ডৰ সমান।

আছৰৰ নামাজ—আবেলিৰ নামাজ। বেলি মাৰ যোৱাৰ আগেয়ে এই নামাজ পঢ়া হয়।

আখৰোট—এবিধ মিঠা ফল।

আজান—মানুহক আল্লাৰ উপাসনালৈ আহ্বান কৰা কাৰ্য্য।

আজ্ৰাইল—যমদূত, প্ৰাণ হৰণকাৰী দেৱদূত।

আদব—আচৰণ, শ্ৰদ্ধা।

আমল—কৰ্ম, অনুশীলন।

আমীৰ—বিষয় ববীয়া, ধনী লোক।

আমীৰুল মু' মেনিন—বিশ্বাসকাৰীসকলৰ নেতা।

আয়াত—বাক্য, নিদৰ্শন।

আল্লাহ—বিশ্বপ্ৰভু। তেৱেঁই সৃজনকৰ্তা, পালনকৰ্তা আৰু সংহাৰ কৰ্তা

আলিম—ধৰ্মীয় শিক্ষিত পণ্ডিত, জ্ঞানী লোক।

আস্তাগ ফেৰুল্লাহ—হে খোদা! তুমি মোক ক্ষমা কৰা।

ইছমে আজম—আল্লাৰ এটি মহৎ নাম। এই নামটিৰ বিষয়ে মতানৈক্য আছে।

আফাকাল্লাহ—আল্লাই আপোনাক ক্ষমা কৰক।

ইছাৰ নামাজ—ৰাতিৰ নামাজ। এই নামাজৰ সময় ৰাতি ১২ টা বজালৈ থাকে।

ইফ্‌তাৰ—ৰোজা বা উপবাস ভঙ্গ কৰা কাৰ্য্য।

ইমাম—নেতা, পুৰোহিত।

ইমামতি—নেতৃত্ব, পৌৰহিত্য।

ইল্‌ম—জ্ঞান, বিদ্যা, ধৰ্মীয় শিক্ষা।

ঈদ—মুছলমানৰ আনন্দ উৎসৱ।

ঈমান—বিশ্বাস।

বিশ্বাস বুলিলে আল্লাহ, সৰগৰ দেৱতা, স্বৰ্গীয় কিতাপ, প্ৰেৰিত মহাপুৰুষ, শেষ বিচাৰৰ দিন, ভাগ্য, পুনৰুত্থান এই সাতটি বস্তুক বিশ্বাস কৰা বুজায়।

ঈমানদাৰ—বিশ্বাসকাৰী।

উম্মত— সম্প্ৰদায়ৰ লোক।

এতেকাফ— মছজিদত একেৰাহে থাকি আল্লাক স্মৰণ কৰা কাৰ্য্য।

এবাদত—আল্লাৰ উপাসনা।

এহৰামৰ পোছাক—এখন চাদৰ আৰু চিলাই নকৰা এখন লুঙি।

ওজু—হাত, মুখ, ভৰি আদি ধুই পৱিত্ৰ হোৱা কাৰ্য্য।

ওৱাজ—ধৰ্মীয় বক্তৃতা।

ওৱাক্ত—সময়।

কওম—জাতি।

কবুল— মঞ্জুৰ, গ্ৰহণ।

কটোৱাল—শান্তি ৰক্ষাকাৰী, চিপাহী।

কলিমা—ইছলামৰ মূল মন্ত্ৰ।

কাজা—বাদ যোৱা, সময়মতে আদায় নোহোৱা।

কাজী—বিচাৰক।

কাফন—মৃতদেহ ঢাকি ৰখা কাপোৰ

কাফ্ফাৰা—প্ৰায়চিত্ত।

কাফেৰ—অবিশ্বাসকাৰী, নাস্তিক।

কামেল—সিদ্ধ পুৰুষ, সাত্বিক লোক।

কাৰামত—অলৌকিক ঘটনা।

কিয়ামত—পুনৰুত্থান, মহাপ্ৰলয়, শেষ বিচাৰ।

কুদৰত— মহিমা।

কোৰা—বেতৰ কোব।

কোৰ্বান—ত্যাগ ( খোদাৰ নৈকট্য লাভৰ কাৰণে কৰা দান )।

কোৰ্বাণী—উচৰ্গা।

কোৰ্মা—ঘিৰে ভজা মাংস।

খতম দিয়া—পঢ়ি শেষ কৰা।

খুৰমা—এবিধ মিঠাই।

খোদা—বিশ্বপ্ৰভু। তেৱেঁই সৃজন কৰ্তা, পালন কৰ্তা আৰু সংহাৰ কৰ্তা
গাজী—ধৰ্ম যুদ্ধত বিজয়ী
গোছল—গা ধোৱা কাৰ্য্য
গোলাম—চাকৰ, দাস।
চাচতৰ নামাজ—বেলি ওলোৱাৰ দুই ঘণ্টা পিছৰ পৰা দুপৰীয়ালৈ এই প্ৰকাৰ চুন্নত নামাজৰ সময়।
চিৰ্ক—আল্লাৰ লগত আনক সমকক্ষ কৰা কাৰ্য্য।
চুন্নত— হজৰত মোহাম্মদ (ছঃ)-ৰ ৰীতি-নীতি।
চেৰাগ—বন্তি।
চুফী—খোদাপ্ৰেমিক লোক।
চোৱাব—পুণ্য।
ছালৱা—স্বৰ্গীয় আহাৰ। ই একপ্ৰকাৰ হাঁহৰ মাংস।
ছিজদাহ—সাষ্টাঙ্গে প্ৰণাম কৰা।
জবেহ কৰা—কোনো প্ৰাণী বৈধভাবে অস্ত্ৰেৰে বধ কৰা।
জাকাত নিৰ্দিষ্ট দান। ধন সম্পত্তিৰ শতকৰা আঢ়ৈভাগ আৰু শস্য আদিৰ শতকৰা দহ ভাগ দান।
জানাজা মৃতকৰ সদগতিৰ বাবে আল্লাৰ ওচৰত কৰা প্ৰাৰ্থনা।
জামাত—সমাজ।
জায় নামাজ—নামাজৰ আসন (যিখন কাপোৰ আগত পাৰি নামাজ পঢ়ে)।
জাহেৰী—বাহ্যিক।
জিকিৰ—আল্লাক স্মৰণ বা ধ্যান কৰা কাৰ্য্য।
জিয়াৰত—দৰ্শন কৰা।
জিন্দা আবেদ—নিমগ্ন উপাসক।
জিলকাদ মাহ—চন্দ্ৰ মাহৰ একাদশ মাহৰ নাম।
তওৱাফ কৰা—ঘূৰা বা প্ৰদক্ষিণ কৰা।
তছবিহ—আল্লাৰ গুণ গৰিমা পাঠ, মালা।
তৰিকা—পন্থা।
তৰীকত—সৎ কথাক কাৰ্য্যত পৰিণত কৰা বিশেষ পন্থা।
তাছাউফ—চুফী ধৰ্ম। আল্লাৰ প্ৰেমত নিজকে ডুবাই দিয়া কাৰ্য্য।
তাজকেৰাত—সদুপদেশ, হিতোপদেশ (বৰ্ণনাসমূহ)

তাবেয়ী } —চাৰিজন খলিফাক দেখা পোৱা লোকসকল।
তাবেঈন
তালাক—বিয়াৰ বন্ধন ছিন্ন কৰা ( বিবাহ বিচ্ছেদ )
তাহাজ্জোদৰ নামাজ— শেষ ৰাতিৰ অতিৰিক্ত নামাজ।
তৌবাহ কৰা—অনুতপ্ত হোৱা, ক্ষমা প্ৰাৰ্থনা কৰা।
তৌহিদ—আল্লাৰ একত্ববাদ।
দফন কৰা—মৃতদেহক কবৰ দিয়া কাৰ্য্য।
দৰবেশ—সাধক, সংসাৰ ত্যাগী লোক।
দীনাৰ—এবিধ সোণৰ মুদ্ৰা। ভাৰতীয় আঠৈ টকাৰ সমান।
দেৰহাম—এবিধ ৰূপৰ মুদ্ৰা। ইয়াক দেৰেম বুলিও কোৱা হয়।
দোজখ—নৰক কুণ্ড, পাপীসকলৰ কাৰণে থোৱা শাস্তিৰ ঠাই।
দোৱা—প্ৰাৰ্থনা, নিবেদন, আশীৰ্বাদ।
দোস্ত—বন্ধু।
নফচে ৰহমানী—খোদায়ী আত্মা।
নফল—অতিৰিক্ত।
নবী—আল্লাৰ প্ৰেৰিত দূত বা মহাপুৰুষ।
নবুৱাত—মহাপুৰুষত্ব।
নচিহত—উপদেশ
নাপাক—অপবিত্ৰ।
নাফচী—মোক বচোৱা ( আচলতে, মোৰ আত্মা )
নামাজ—আল্লাৰ উপাসনা।
নিয়ত—মনৰ একাগ্ৰতা, সঙ্কল্প।
নিয়ামত—দান, অনুগ্ৰহ।
নূৰ—পোহৰ, আলোক, জেউতি।
নৌহাগাৰ—আনৰ দুখত দুখী লোক।
পাৰা—অধ্যায়, খণ্ড।
পীৰ—ধৰ্ম গুৰু ( বুঢ়া লোক )।
পুলচেৰাত—পৰকালৰ এডাল অতি সূক্ষ্ম সাঁকো।
ফকীৰ—মুছলমানৰ সন্ন্যাসী।
ফতোৱা—বিধান, ব্যৱস্থা, ন্যায়
ফৰজ—কৰ্তব্য।
ফেকাহ—ইছলামৰ আইন কানন।

ফেৰেস্তা—সৰগৰ দেৱদূত।
বয়াত হোৱা—দীক্ষা লোৱা।
বৰকত—আয়, উন্নতি।
বাতেনী—গোপন, আন্তৰিক।
বান্দা—দাস, ভক্ত।
বে আদবী—অভদ্ৰামী
বেদাত—ধৰ্মত নতুনত্ব অনা পাপ কাৰ্য্য।
বেহেস্ত—স্বৰ্গৰ বাগান, পুণ্যবানসকলৰ কাৰণে থোৱা সুখ শান্তিৰ ঠাই। পুণ্যালয়।
বেদুইন—অঘৰী।
মক্তব—মুছলমান ল'ৰা-ছোৱালীৰ কাৰণে প্ৰাইমাৰী শিক্ষা অনুষ্ঠান।
মগৰিবৰ নামাজ—গধূলিৰ নামাজ।
মজলিচ—ধৰ্ম সভা।
মজহব—সম্প্ৰদায় ( ধৰ্মৰ গোত্ৰ )
মাদ্ৰাছা—মুছলমানৰ ধৰ্মীয় শিক্ষা-অনুষ্ঠান।
মান্না—স্বৰ্গীয় আহাৰ। ই এবিধ মাখনৰ নিচিনা নৰম বস্তু।
মা'ৰেফাত—খোদাতত্ত্ব জ্ঞান।
মিম্বাৰ – ওখ আসন।
মুনাফিক - ভণ্ড, কপট।
মুৰীদ হোৱা—দীক্ষা লোৱা।
মুফতী—আইনজ্ঞ পুৰুষ।
মোছৰেক—আল্লাৰ লগত আনক সমকক্ষ কৰোঁতা।
মোছাহাদা—সৃষ্টিতত্ত্বৰ জ্ঞান লাভ।
মোত্তাকী—ধৰ্মভীৰু লোক।
মোনাজাত—আল্লাৰ ওচৰত কৰযোৰ কৰি কৰা প্ৰাৰ্থনা।
মোমিন—বিশ্বাসকাৰী।
মোৰাকাবা—আল্লাৰ ধ্যান উপাসনা।
মোৱাজ্জিন—নামাজলৈ আহ্বান কৰোঁতা।
মোহৰাণা—স্ত্ৰীধন।
মোহাদ্দিছ—হদিছ শাস্ত্ৰবিদ।
ৰঃ—ৰহমতুল্লাহ অৰ্থাৎ আল্লাৰ কৰুণা লাভ কৰোঁতা।
ৰচুল—প্ৰেৰিত দূত বা মহাপুৰুষ।

ৰমজান মাহ—চন্দ্ৰ মাহৰ ৯ মঃ মাহ।
ৰাঃ—ৰাজি আল্লাহ আন্‌হু অৰ্থাৎ আল্লাহ তেওঁৰ ওপৰত সন্তুষ্ট।
ৰাকাত—নামাজত এবাৰ সাষ্টাঙ্গে প্ৰণিপাত কৰা কাৰ্য্য।
ৰোজা—উপবাস।
শ্বৰীয়ত—ইছলামী সংবিধান।
হকীকত—শ্বৰীয়তৰ কথাবোৰৰ সৰল অৰ্থ বুজি লোৱা পন্থা।
হজ্জ—মক্কালৈ গৈ তীৰ্থস্থান দৰ্শন কৰা কাৰ্য্য।
হাকীম—তত্ত্বজ্ঞ
হাৰাম—নিষিদ্ধ, অবৈধ
হাৰামজাদা—অবৈধভাৱে জন্ম হোৱা সন্তান।
হালাল—বিধেয়, বৈধ।
হালালজাদা—বৈধভাৱে জন্ম হোৱা সন্তান।
হিজৰত—স্বদেশ ত্যাগ ( ধৰ্মৰ সম্মান, ইজ্জতৰ কাৰণে ) কৰা।
হিজৰী—হজৰত মোহাম্মদ ( ছঃ )-এ হিজৰত কৰা তাৰিখৰ পৰা এই হিজৰী চন চলি আহিছে।
হেৰেম শ্বৰীফ—পবিত্ৰ কা'বা ঘৰৰ চৌহদ।
হুৰ—সৰগৰ অপ্সৰা।

———————

# শুদ্ধৰণী

| পৃষ্ঠা | শাৰী | ভুল | শুদ্ধ |
|---|---|---|---|
| ১১ | ১৪ | খাৰ | যাৰ |
| ১৪ | ২০ | নির্জম | নির্জন |
| ১৭ | ১৩ | মেনিন | মোমিন |
| ২৭ | ৪ | উপসনাৰ | উপাসনাৰ |
| ২৭ | ১৯ | উপসনাত | উপাসনাত |
| ৩৫ | ৩০ | শাস্তি | শান্তি |
| ৩৮ | ২৯ | হ'ব | হবা |
| ৪৫ | ২২ | কি | যি |
| ৪৬ | ১৩ | পাহাৰ | পাৰ |
| ৬৩ | ২৪ | থাকিলা | থাকিল |
| ৭০ | ২৬ | মো'মেমিন | মো'মেনিন |
| ৭১ | ১৩ | মেতিয়া | যেতিয়া |
| ৮৯ | ১৪ | ক'মে | কলে |
| ৯৪ | ২১ | জিকিৰৰ | জিকিৰৰ পৰা |
| ৯৬ | ৩০ | ইব্‌মে | ইব্‌নে |
| ৯৭ | ১৬ | আশ্যক | আৱশ্যক |
| ৯৯ | ২০ | ঘর্মপ্রাণ | ধর্মপ্রাণ |
| ১০২ | ১৪ | পৃথিৱৰী | পৃথিৱীৰ |
| ১০৩ | ৩২ | হস্তুৰ | বস্তুৰ |
| ১০৪ | ২৭ | শত্রুত | শত্রুতা |
| ১০৬ | ১০ | গৰিত | গর্বিত |
| ১০৬ | ২৯ | পাঠিব | পাথিব |
| ১১০ | ১২ | লপস্থিত | উপস্থিত |
| ১১০ | ১৪ | যোগা | যোগ |
| ১১০ | ২৮ | ছাৰিকাল্লাহ | ছাৰিকালাহ |
| ১১০ | ৩১ | লত্তৰ | উত্তৰ |
| ১১২ | ১০ | হালল | হালাল |
| ১১৫ | ১৩ | দেউাকে | দেউতাকে |

| পৃষ্ঠা | শাৰী | ভুল | শুদ্ধ |
|---|---|---|---|
| ১২০ | ৩১ | ধৰিলে | কান্দিবলৈ ধৰিলে |
| ১২১ | ১ | কান্দিবলৈ | বাদ পৰিব |
| ১২৩ | ৩ | ৩৯ | ৩১ |
| ১২৬ | ২৬ | লপদেশবোৰত | উপদেশবোৰত |
| ১২৮ | ৫ | ঘৰৰ | ঘৰৰ |
| ১২৮ | ২৮ | মানহুজনক | মানুহজনক |
| ১২৯ | ৪১ | মাজিত | মাৰ্জিত |
| ১২৯ | ২১ | নিকটৱৰ্ত্তী | সিমান নিকটৱৰ্তী |
| ১৩১ | ২৬ | আব | আৰু |
| ১৩২ | ৭ | একোকে আন | আন একোকে |
| ১৩২ | ১৫ | বাহ্বাৰৰ | বাহ্বাৰ |
| ১৩৫ | শেষৰ শব্দ ৩ টা ৩নম্বৰটোৰ শেষত বহিব। | | |
| ১৩৬ | ২ | কৰে | নকৰে |
| ১৩৬ | ২ | উপদেশা | উপদেশো |
| ১৩৭ | ৪ | ফুচলাই | ফুচুলাই |
| ১৩৮ | ২৭ | ভৰুসকল | ভীৰুসকল |
| ১৩৯ | ৮ | বজাই | বুজাই |
| ১৩৯ | ৯ | মহাজ্ঞামী | মহাজ্ঞানী |
| ১৩৯ | ১৭ | সপেনত | সপোনত |
| ১৩৯ | ২৮ | বাহিত | বাহিৰত |
| ১৪১ | ৫ | যেতিয়াৰ | যেতিয়া |
| ১৪১ | ১১ | দুৰ্ণনাম | দুৰ্নাম |
| ১৪২ | ২০ | কৰা | কৰা |
| ১৪৩ | ৯ | উপবেশ | উপদেশ |
| ১৪৩ | ১৫ | সেইটোৰ | সেইটো |
| ১৪৪ | ৩১ | ইলানখিনি | ইমানখিনি |
| ১৪৬ | ৮ | কেতিয়া | কেতিয়াও |
| ১৪৬ | ২৮ | পুঃপৰুত্থানৰ | পুনৰুত্থানৰ |
| ১৪৭ | ৩২ | লগল | লগত |
| ১৪৮ | ৬ | নিছেই | নিচেই |
| ১৪৮ | ২৮ | ভাল। | ভাল |

| পৃষ্ঠা | শাৰী | ভুল | শুদ্ধ |
|---|---|---|---|
| ১৪৯ | ২৯ | পাপাবোৰৰ | পাপবোৰৰ |
| ১৫০ | ১০ | পিষ্যসকলক | শিষ্যসকলক |
| ১৫০ | ১৮ | তওঁ | তেওঁ |
| ১৫১ | ৭ | এতিয়াপ | এতিয়াও |
| ১৫২ | ৬ | পদপীক | মদপীক |
| ১৫২ | ১৩ | মৰ্ষাতা | মৰ্য্যাদা |
| ১৫২ | ২১ | পুৱা | পুৰা |
| ১৫৩ | ১৫ | গিৰি | গিলি |
| ১৫৩ | ২৯ | কাৰৰে | কাৰণে |
| ১৫৪ | ১ | চাৰিটা দোৱা চাৰিটা দিৰহাম দি মহান লোক হজৰত মানছুৰ আল্মাৰৰ চাৰিটা দোৱা। | |
| ১৫৪ | ৩ | গোলামটো | গোলামটোক |
| ১৫৪ | ৫ | মোক | মোৰ মালিকে যেন মোক |
| ১৫৪ | ৬ | মোৰ মালিকে যেন এইখিনি বাদ পৰিব | |
| ১৫৫ | ৩১ | বিষৰ | বিষয়ৰ |
| ১৫৯ | ১৬ | আৰু নতু | আৰু তেওঁ নতুন |
| ১৬০ | ১৫ | চফীসকলৰ | চুফীসকলৰ |
| ১৬১ | ২৫ | লক্ষস্থানত | লক্ষ্যস্থানত |
| ১৬৩ | ৯ | । "তেওঁ | ।" তেওঁ |
| ১৬৭ | ৫ | আছশ্যৰ | অদৃশ্যৰ |
| ১৬৭ | ২৩ | শৰ্বশক্তিমান | সৰ্বশক্তিমান |
| ১৭৩ | ১৬ | আৰু আল্লাৰ···নুসুমায় ডবল হৈছে, বাদ পৰিব | |
| ১৭৪ | ৯ | গাৰ্বত | গৰ্বিত |
| ১৭৫ | ২০ | ৰোকামন | ৰোকামৰ |
| ১৭৭ | ১৮ | কেইজসমান | কেইজনমান |
| ১৭৮ | ১০ | টোপালবোৰ | তেজৰ টোপালবোৰে |
| ১৭৮ | ১০ | তেজৰ শব্দটো বাদ পৰিব | |
| ১৮০ | ১৯ | পাহে | পালে |
| ১৮১ | ১৪ | দুদশাগ্ৰস্ত | দুৰ্দশাগ্ৰস্ত |
| ১৮২ | ২৫ | নকৰিব | নকৰিবা |
| ১৮৪ | ১৮ | অধিকাসী | অধিবাসী |
| ১৮৫ | ১৮ | প্ৰেনত | প্ৰেমত |

| পৃষ্ঠা | শাৰী | ভুল | শুদ্ধ |
|---|---|---|---|
| ১৮৭ | ১৫ | খলিফাৰ অনুযায়ী | অনুযায়ী খলিফাৰ |
| ১৮৮ | ২৪ | জীৱনৰ | জীৱন যাপন |
| ১৮৮ | ২৪ | যাপন শব্দটো বাদ পৰিব। | |
| ১৯০ | ৯ | মম্পদৰ | সম্পদৰ |
| ১৯২ | ৫ | মছজিলৈ | মজজিদলৈ |
| ১৯২ | ৯ | কৰেণ | কাৰণ |
| ৯৯৮ | ২ | তিৰামজীৱ | তিৰমিজীৰ |
| ১৯৮ | ২৩ | শাস্তি | শান্তি |
| ১৯৯ | ১১ | কমী | কৰ্মী |
| ২০৩ | ৭ | ৪৯ | ৫৯ |
| ২০৫ | ৪ | আৰু আৰু | আৰু |
| ২০৫ | ২৩ | বিাচাৰে | বিচাৰে |
| ২০৮ | ২০ | আছিল। আৰু | আছিল |
| ২১০ | ১৬ | তেজ | তেওঁ |
| ২১২ | ১৬ | জ্ঞানত) | জ্ঞান) ত |
| ২১২ | ১৯ | মানহজনৰ | মানুহজনৰ |
| ২১৩ | ৫ | মঠেই | মুঠেই |
| ২১৪ | ২৭ | জুৰ্‌জালী | জুৰ্‌জানী |
| ২১৪ | ২৮ | জুৰ্‌জালী | জুৰ্‌জানী |
| ২১৫ | ২৫ | চাই | চায় |
| ২১৫ | ২৬ | চাই | চায় |
| ২১৬ | ৭ | খাৰ্জ | খাৰ্াজ |
| ২১৭ | ২২ | ফল | ফলত |
| ২১৮ | ১৬ | তেওঁৰ | তেওঁ |
| ২২৪ | ২৩ | ডেৰ | দেৰ |
| ২২৬ | ৮ | তিতি ৰাতি | তিনি ৰাতি |
| ২৩০ | ১৩ | শতিকে | গতিকে |
| ২৩০ | ৩২ | পূৰ্ণ | পূৰ্ণ |
| ২৩২ | ২৯ | কথাত | কথাও |
| ২৩৬ | ৪ | তেওঁ | তেওঁৰ |
| ২৩৭ | ২১ | নূৰ | নূৰৰ |
| ২৩৮ | ১ | তেওঁবা কোনো | তেওঁ কোনোবা |

| পৃষ্ঠা | শাৰী | ভুল | শুদ্ধ |
|---|---|---|---|
| ২৩৮ | ৩ | দোখলে | দেখিলে |
| ২৩৯ | ২০ | আলেম | আলেমো |
| ২৩৯ | ২৬ | ভাষা | ভাষণ |
| ২৩৯ | ২৯ | বণ্ট | কণ্ট |
| ২৪০ | ৪ | আছিল | আছিল |
| ২৪১ | ৫ | মই অতি | "মই অতি |
| ২৪৩ | ২৭ | দিছোঁ | দিছা |
| ২৪৪ | ১৪ | কৰাল | কৰাত |
| ২৪৬ | ২২ | ভক্ত | ভক্তি |
| ২৪৭ | ১ | কলিবলৈ | কৰিবলৈ |
| ২৪৯ | ১২ | লিক্ত | লিপ্ত |
| ২৪৯ | ২৩ | ।লোকসকলে | লোকসকলে |
| ২৫০ | ২ | লাঞ্জলা | লাঞ্ছনা |
| ২৫০ | ১৭ | উর্দ্দেশ্য | উদ্দেশ্যে |
| ২৫১ | ২৩ | মূৰতো | মূৰটো |
| ২৫৮ | ৪ | শৰীয়তক | শৰীয়তত |
| ২৫৮ | ২৩ | আলদুল্লাহ | আব্দুল্লাহ |
| ২৬০ | ৫ | নাইকীয়া | নাইকিয়া |
| ২৬০ | ১৫ | জ্ঞানৰ | জ্ঞান |
| ২৬০ | ২০ | পাৰিব | পাৰিবা |
| ২৬৩ | ১৩ | ভাল | ভাল |
| ২৬৪ | ২২ | সন্ধান বাদ পৰিব | |
| ২৬৬ | ২৪ | আছিল। | —আছিল |
| ২৬৮ | ৩ | যৰা | যাৰা |
| ২৬৮ | ১০ | আবল | আবুল |
| ২৬৮ | ১৫ | (ধৰ্মগুৰু | (ধৰ্মগুৰু) |
| ২৬৮ | ২৩ | পথাৰে | পথাৰে পথাৰে |
| ২৭০ | . ৫ | শাস্তি | শাস্তি |
| ২৭১ | ১৪ | পচৰলৈ | গুচৰলৈ |
| ২৭১ | ১৬ | গুচৰৰ | গুচৰত |

# লিখকৰ কিতাপসমূহ

প্ৰকাশ হৈছে ঃ

১। পবিত্ৰ কোৰ্‌আন ( কোৰ্‌আনৰ অনুবাদ আৰু ব্যাখ্যা )
২। ইছলাম ৰবি [ হজৰত মোহাম্মদ (দঃ)-ৰ জীৱনী ]
৩। মুক্তিৰ সন্ধান [ মানৱ আত্মাৰ মুক্তিৰ বিষয়ে ]
৪। নবী কাহিনী [ ৩৫ জন প্ৰেৰিত মহাপুৰুষৰ জীৱনী, সৰ্ব-সাধাৰণৰ বাবে ]
৫। ঐ ঐ [ বালক বালিকাসকলৰ বাবে ]
৬। হাদিছৰ বাণী [হজৰত মোহাম্মদ (দঃ)-ৰ আদেশ নিষেধবোৰ]
৭। কুসুম কানন [ গুলেস্তানৰ অনুবাদ ]
৮। ওমৰ কাব্য [ ৰুবায়্যাতে ওমৰ খয়্যামৰ অনুবাদ ]
৯ খলিফাৰ ইতিহাস [ ৪ জন মহান খলিফাৰ জীৱনী ]
১০। আউলীয়া চৰিত [ ১৬ জন সিদ্ধ পুৰুষৰ জীৱনী ]
১১। কোৰ্‌আনৰ বাণী [ আল্লাহ্ তাআলাৰ আদেশ নিষেধবোৰ ]
১২। পথৰ সম্বল [ নামাজ, ৰোজা, দোৱা, তাবিজ, আদি অতি আৱশ্যকীয় বিষয়বোৰ ]

প্ৰকাশ হ'ব ঃ

১। সুৰভি কানন [ বুস্তানৰ অনুবাদ ]
২। জ্ঞানৰ সাগৰ [ মছলা মছাইলবোৰ ]
৩। শিশু পাৰিজাত [ শিশুৰ উপযোগী চুটি গল্পসমূহ ]
৪। হাফিজ কাব্য [ ৰুবায়্যাতে হাফিজৰ অনুবাদ ]
৫। হজৰত মুছা [ আঃ ]
৬। বিবিধ প্ৰবন্ধাৱলী